# সৰাফুলৰ সুৰভি



লেখক
শ্ৰীঈশেশ্বৰ শৰ্ম্মা।

# SARAPHULAR SURABHI

## ( সৰাফুলৰ সুৰভি)

A Novel written by Iswashaswar Sarmah & published by Srimati Niru Sarmah, Sadisha Prakashan, Guwahati

প্ৰকাশক : শ্ৰীমতী নিৰু শৰ্ম্মা, সদিচ্ছা প্ৰকাশন, গুৱাহাটী।

লেখক : শ্ৰীঈশেশ্বৰ শৰ্ম্মা।

লেখকৰ ঠিকনা : ২নং মঠঘৰীয়া, গুৱাহাটী- ৭৮১০২০
দূৰভাষ : ২৫৫২৯৪৭

বেটুপাত অঙ্কন : শ্ৰীমতী কপূৰী বৰঠাকুৰ, এম. এ.
জ্যোতি নগৰ, পানীগাওঁ, নগাওঁ

প্ৰথম প্ৰকাশ : ১ চেপ্তেম্বৰ, ২০০৭ চন।

মূল্য : ৮০.০০ টকা

মুদ্ৰন : জনগণ প্ৰেছ, বিমলা বৰা পথ, নগাওঁ (অসম)
গিগাবাইট্‌চ প্ৰেছ এণ্ড পাব্লিকেশ্যন,
মিলনপুৰ, নগাওঁ (অসম)



# অর্পণ

পিতৃ ঁ দীননাথ শৰ্ম্মা

আৰু

মাতৃ

হেমলতা দেৱীৰ

স্মৃতিত

পৰম ব্ৰহ্ম নাৰায়ণৰ পাদ পদ্মত

অৰ্পণ কৰিলো।

শ্ৰীঈশেশ্বৰ শৰ্ম্মা।

# সৰা ফুলৰ সুৰভি উপন্যাসখনৰ বিষয়ে যৎকিঞ্চিত অনুভৱ

সাহিত্যিক পেঞ্চনাৰ, সভাপতি, সাহিত্য আঁলোচনা চক্ৰ,
নগাৱঁৰ শ্ৰীযুত বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱাৰ কলম।

মানুহৰ নিজা পৰিচয় ব্যক্ত হয় মানুহজনৰ মানৱতাবোধৰ প্ৰাসংগিত চিন্তাত। মানুহজনে সমাজখনক অৱহেলিত আৰু কৰ্ম সংস্থানহীনৰ প্ৰতি কেনে আচৰণ প্ৰয়োগ কৰিছে তাৰ ওপৰতেই নিৰ্ভৰ কৰে চৰিত্ৰ বিশ্লেষণ আৰু সমাজলৈ আগবঢ়োৱা অৱদানৰ সুন্দৰ এখনি কল্পচিত্ৰ চিহ্নিত কৰিছে। বাস্তৱ সত্যানুসন্ধানৰ আদৰ্শত প্ৰতিষ্ঠিত এক বহল মানসিকতা সমৃদ্ধ সুখপাঠ্য সদৃশ বাৰ্ত্তা কঢ়িয়াই আনিছে গ্ৰন্থখনে। এজন মানুহৰ গাত নিতান্তই থাকিবলগীয়া গুণৰাশিয়েই হৈছে মানৱ সম্পদৰ মূল অৱলম্বন। তাকে কৰিবলৈ অত্যাধুনিক সমাজ ব্যৱস্থাৰ পৰা কিছু আঁতৰ হ'ব পাৰিলেযে হিত সাধনেই নহয় আদৰ্শনীয় পথৰ সন্ধান বাস্তৱ কৰ্ম সংস্কৃতিৰে প্ৰতিফলন ঘটাব পৰাটোহে মূল লক্ষ্য হোৱাটো নিতান্তই উজ্জ্বল চানেকী। সেইবাবেই কোৱা হয় 'মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ আমিও গঢ়িব পাৰো জীৱন গঢ়িত।' লেখকে যিজন নায়কৰ দ্বাৰা উপন্যাসখনৰ পাতনি মেলিছে সেই সুপুৰুষজনৰ কৰ্মসংস্কৃতিয়ে আমাৰ নতুন প্ৰজন্মক জোনাকী বাট দেখুৱাই দিয়াত বাৰুকৈয়ে সহায় কৰিব বুলি থাৱৰাব পাৰি। নানান ঘাত প্ৰতিঘাতত অতিষ্ঠ হৈ নিজকে নদীৰ গৰাহলৈ তথা মৃত্যুক সাৱটি ল'বলৈ গৈছিল, তেনে মুহূৰ্তত উদ্ধাৰ কৰ্ত্তা এজন সুযোগ্য মানুহৰ আশ্ৰয়ত পিতৃৰ মৰম পাই নিজকেই আদৰ্শ নাৰী হিচাপে সুপ্ৰতিষ্ঠিত কৰাৰ দুৰ্বাৰ সংগ্ৰামেৰে জ্ঞান লব্ধ হ'ল সেই কথা পঢ়ুৱৈয়ে নিশ্চয় অনুধাৱন কৰিব লগতে নিজৰ ভুল সিদ্ধান্তৰ প্ৰায়শ্চিত হ'বৰ জোখাৰে বিবেকক গঢ় লগাই আদৰ্শ প্ৰতিষ্ঠাত সবল সামাজিক স্থিতি ল'বলৈ সক্ষম হোৱা কাৰ্য্য তাৰেই এটি নিৰ্মল চিত্ৰ প্ৰকাশ কৰিছে লেখকে, ই সমাজৰ বাবে শুভলক্ষণ। লেখকৰ সামাজিক দায়বদ্ধতা প্ৰকৃততে শলাগিব লগীয়া। ইমান সুন্দৰ এটা কল্পচিত্ৰৰ মাধ্যমেৰে সামাজিক, নৈতিক চৰিত্ৰ প্ৰকট কৰিছে তাৰ বাবে লেখক নিজেও যে এজন কৰ্মযোগী আদৰ্শনিষ্ঠ সেই কথা পৰিষ্কাৰ ৰূপত প্ৰকাশ পাইছে। নাতি দীৰ্ঘ কাহিনী যদিও ভিতৰখনত সোমালে ওলাই আহিব পৰা সহজ নহয় এই কাৰণেই চৰিত্ৰবোৰৰ মাই শিপা বিচাৰিব জানিলে

উপভোগ্য আহাৰ পাব বুলি মোৰ ধাৰণাই অনুভৱ কৰিছে। কথা হ'ল 'পঢ়াই পঢ়ে বোৱে পান এই তিনিয়ে নিচিন্তে আন'। ইয়াৰ তাৎপৰ্য্য বুজি পালে লেখক আৰু পঢ়ুৱৈ একান্নবৰ্ত্তী পৰিয়ালত পৰিণত হয়। পুৰুষজনৰ মহিলা গৰাকীৰ লগত যিটো পিতৃ-কন্যাৰ সম্বন্ধ বিৰাজ কৰা দেখুৱাইছে সি সঁচাকৈয়ে অনুকৰণীয়। বোকাপানী ভালপোৱা মানুহজনে কেনেকৈ গাৱঁৰ সুগন্ধি মাটিক ভাল পাবলৈ ইচ্ছা কৰি প্ৰকাশ্যে অভগা কেইজনমানক লগতলৈ সু পুৰুষ কিৰিষণা হৈ বৃহৎ উদ্যোগৰ দ্বাৰা অৰ্থক দৃঢ়তাৰে সাবটি ল'লে সেইবোৰ প্ৰাসংগিক উপলব্ধ।

লেখকৰ জীৱন গাঁথা আৰু নৈতিক দায়বদ্ধতা উপন্যাসখনৰ আলমতেই বুজিবলৈ সহজ হৈ পৰিছে। কৰ্মযোগী মানুহ বাবেই এনে এখন গ্ৰন্থত অঁতুলনীয় চৰিত্ৰ ৰূপায়ন কৰাত পাকৈত হোৱা শুভলক্ষণ। মানসিক প্ৰবৃত্তি যাৰ গাত পৰিষ্কাৰ ভাবে থাকে সেই সকলৰেই সম্ভৱ হয় এনেবোৰ কাহিনী যুগুতাই মনোগ্ৰাহীকৈ ৰূপ দিয়াত। প্ৰতিটো চৰিত্ৰৰেই নিজাববীয়া একো একোটা ৰূপক সন্নিবিষ্ট কৰিছে যিটোৱে গোটেই উপন্যাসখনক মূৰ্ত্ত কৰি তুলিবলৈ সক্ষম হৈছে। কৰ্মসংস্কৃতিহীন সমাজখনে বিশেষকৈ যুৱশক্তিটোৱে ইয়াৰ সাৰমৰ্ম নিশ্চিতভাবে পালন কৰিলে অৰ্থনৈতিক দিশত টনকিয়াল হোৱাত বাৰুকৈয়ে সহায় কৰিব এই কথা মূল্যায়নযোগ্য। লেখাবোৰৰ প্ৰতি সচেতন হ'লে দেশ নতুন ৰূপত জাতিষ্কাৰ হ'ব বুলি নিশ্চিতি দিব পৰা যাব। লেখকৰ প্ৰকাশ ভঙ্গী অতি সহজ আৰু মননশীল। সংবেদনশীল চিন্তাৰ বাবেই লেখকৰ কষ্ট সাৰ্থক হৈছে বুলি দৃঢ় বিশ্বাস। অৱসৰ বিনোদনত যিটো হেপাহৰে চৰিত্ৰবোৰ ফুটাই তুলিছে তাৰ বাবে ধন্যবাদেই নহয় শুভাশিস পাবৰো যোগ্য। কৰুণাময়ে সু-কাম কৰিবলৈ প্ৰবল শক্তি দিয়ক এয়ে কামনা। চৰৈয়তী চৰৈয়তী গতিৰে সিদ্ধি লাভ কৰিবলৈ সক্ষম হ'ব ই মোৰ অন্তৰ শুদ্ধি অনুভৱ। শুভমস্তু।

দূৰভাষ ঃ ২৫৪৩২৩ (ঘৰ)
২৩৩৫০৬ (প্ৰেছ)

শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা।
শান্তিবন ঃ নগাওঁ
তাৰিখ - ৩।৭।০৭

# পাতনি

চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ দহবছৰ পিচত নিঃসঙ্গতাই আবৰি ধৰিলে। নিঃসঙ্গ অৱস্থা বৰ বেদনাদায়ক। ভুক্তভোগী সকলক বিবৰি কোৱাৰ প্ৰয়োজন নাই। এনেয়ে বৃদ্ধ বয়সটোও সঙ্গ বিচাৰি পোৱা টান তাতে পুত্ৰবধু চাকৰি সংক্ৰান্তত আঁতৰি থাকিব লগীয়া হোৱাত আৰু পত্নীও বিশেষ প্ৰয়োজনত জীয়াৰীৰ ঘৰত কিছু দিনৰ কাৰণে থাকিব লগীয়া হোৱাত সময়বোৰ নাযায় নুপুৰায় হ'ল। মনলৈ ভাব এটা আহিল কিবা লিখো। কাগজ কলমো হাতত তুলি ল'লো। পূৰ্বৰ অভ্যাস নথকা বাবে অসুবিধাতো পৰিলো। আখৰ আৰু বৰ্ণাশুদ্ধিয়েই মূল সমস্যা। বহু চেষ্টাৰ মূৰত ভুল-শুদ্ধৰ মাজেৰে মনলৈ অহা ভাববোৰ ধৰি ৰখাৰ চেষ্টা কৰাত কিতাপ এখনৰ আকাৰ ল'লে। বন্ধু শ্ৰীজয়কান্ত হাজৰিকাক লিখাখিনি পঢ়ি চাবলৈ দিলো। তেখেতে পঢ়ি চাই উৎসাহ যোগালে প্ৰকাশ কৰক, মানুহে পঢ়ি ভালেই পাব। তেতিয়াও মনৰ সংকোচ আঁতৰা নাই। এদিন স্বনাম ধন্য সাহিত্যিক পেঞ্চনাৰ শ্ৰীযুক্ত বুদ্ধীন্দ্ৰ কুমাৰ বৰুবাদেৱৰ কাষ চাপি কথাটো জনোৱাত, তেখেতে চকু ফুৰাই চোৱাৰ কাৰণে আগ্ৰহ প্ৰকাশ কৰিলে। তেখেতেও প্ৰকাশ কৰিব পৰা হোৱা বুলি মন্তব্য দিয়া বাবে পাঠকবৃন্দৰ পৰা সহানুভূতিৰ আশা কৰি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা হ'ল।

অসম কৃষি প্ৰধান দেশ হ'লেও কৃষি অনগ্ৰসৰতাৰ বাবে এতিয়াও সম্পূৰ্ণভাবে স্বাবলম্বী হোৱা নাই। প্ৰাকৃতিক দুৰ্যোগ, মহামাৰীয়েও অসংখ্যজনক নিঠৰুৱা কৰিছে। পতিৰ অমানুষিক অত্যাচাৰত ভুগি আত্মজাহ যোৱা দুৰ্ভাগিনীৰ সংখ্যাও কম নহয়। কামনাৰ বলিহে মৃত্যুৰ লগত যুঁজি থকা যুৱতীৰ কৰুণ ছবিখনো কম বেদনাদায়ক নহয়। শিশু বৰ্ষ উদ্‌যাপন হোৱাৰ পিচতো শিশু শ্ৰমিকৰ ওপৰত চলা অবিচাৰ অত্যাচাৰৰো শেষ নাই। সদ্যজাত শিশুৰ প্ৰতি নিষ্ঠুৰ লোকৰো লেখ পোৱা নাযায়। এনেবোৰ বৰ্বৰোচিত কাৰ্য্যৰ লগতে নিবনুৱা সমস্যায়ো মহামাৰী ৰূপ ধাৰণ কৰা ছবিখন চকুৰ আগত ভাঁহি উঠাত আৰু নিসংগতাৰ পৰিত্ৰাণ বিচৰা অৱসৰ প্ৰাপ্ত কৃষি অধ্যাপক শ্ৰীসদানন্দ ভট্টাচাৰ্য নামৰ দৰদী প্ৰাণৰ লোকজনৰ কাষ চাপিলো। আমাৰ লগতে কেইজনমান জৰ্জৰ হৈ পৰা বিপদগ্ৰস্তকো লগতে নি অৱসৰ প্ৰাপ্ত লোকজনক অৰ্পন কৰাত তেখেতেই মালিহে প্ৰতিপাল কৰাত সৰিপৰা ফুলকেইপাহ সজীৱ হৈ সুবাস বিলালে। পুথিভাগৰ পৰিচয়

এটি পাঠকৰ সুবিধাৰ কাৰণে দিয়াৰ চেষ্টা কৰা হ'ল। পাঠকবৃন্দই পুথিভাগ আদৰি ল'লে ধন্য মানিম।

যিসকল ব্যক্তিৰ সহায়-সহযোগ আৰু উৎসাহৰ কাৰণে মৰসাহ দি উপন্যাসখন প্ৰকাশ কৰিবলৈ শক্তি লাভ কৰিলো তেখেতসকলৰ ওচৰত আমি চিৰকৃতজ্ঞ হৈ ৰ'লো।

উপন্যাসখন চাই মন্তব্য এটিৰে পাঠকৰ লগত পৰিচয় কৰাই দিয়া কাৰণে নগাওঁ সাহিত্য আলোচনা চক্ৰৰ সভাপতি, সাহিত্যিক পেঞ্চনাৰ মাননীয় শ্ৰীযুত বুদ্ধীন্দ্ৰ কুমাৰ বৰুবাদেৱ, বেতুপাতৰ ছবিটি আঁকি দিয়া ভাগিন কন্যা তথা নাতিনী শ্ৰীমতী কৰ্পূৰী বৰঠাকুৰ এম. এ, নানান সহায় আৰু আগ ভাগ লোৱা ভাগিন শ্ৰীইন্দ্ৰ মোহন বৰঠাকুৰ, শ্ৰীমতী আমিয়া বৰঠাকুৰ প্ৰকাশৰ কাৰণে উৎসাহ যোগোৱা প্ৰিয় বন্ধু শ্ৰীজয়কান্ত হাজৰিকা, জনগণ প্ৰেছৰ স্বত্বাধিকাৰী আৰু কৰ্মচাৰী বৃন্দৰ প্ৰতি আমি কৃতজ্ঞ হৈ ৰ'লো।

উপন্যাসখন প্ৰকাশ কৰাৰ কাৰণে উদগণি যোগোৱা মোৰ মৰমৰ পত্নী শ্ৰীমতী নিৰু শৰ্ম্মা, পুত্ৰ শ্ৰীমান প্ৰকাশ শৰ্ম্মা, পুত্ৰবধূ শ্ৰীমতী অৰুন্ধতী গোস্বামী শৰ্ম্মাক আমাৰ আন্তৰিক ধন্যবাদ জনালো।

**শ্ৰীঈশেশ্বৰ শৰ্ম্মা।**

# বিষয় বস্তু

বন্যাৰ তাণ্ডৱ, মহামাৰীৰ ভয়াবহতা, নাৰীৰ ওপৰত হোৱা নিৰ্য্যাতন, উৎপীড়ন, শিশুৰ ওপৰত চলা অমানুষিক অত্যাচাৰ, নিবনুৱা সমস্যাৰ ভয়াবহ ৰূপ, কৃষিৰ অনগ্ৰসৰতা আদি বিভিন্ন সমস্যাৰে ভৰপূৰ অসমৰ মানচিত্ৰখন চকুৰ আগত ভাঁহি উঠিলে নব প্ৰজন্মৰ কাৰণে অনিশ্চিত ভয়াবহতা উপলব্ধি হয়। অৱসৰপ্ৰাপ্ত সকলৰ কাৰণে অৱসৰ গ্ৰহণৰ পিচত নিঃসঙ্গতা অনুভৱ কৰি কোনো কাম কৰাৰ প্ৰয়াস জন্মে। অৱসৰ প্ৰাপ্ত কৃষি অধ্যাপক শ্ৰীভট্টাচাৰ্য্যয়ো কৃষি কৰ্ম কৰিবলৈ মন মেলিলে। চাকৰি কালত নগৰত থাকিও জন্ম স্থান শুবাগমণি গাৱঁলৈ গৈ পৈত্ৰিক সম্পত্তি ভূমি খণ্ডত কৃষিকাৰ্য্য আৰম্ভ কৰিলেগৈ। কেইটামান দুৰ্দশাগ্ৰস্ত প্ৰাণী আহি সদানন্দ ভট্টাচাৰ্য্য নামৰ দৰদী লোকজনৰ লগ লাগি পূৰ্ণাংগ কৰ্ম সংস্কৃতিৰ ক্ষেত্ৰ এখন আৰম্ভ কৰিলে। এইখন সমাজৰ মাজত এজনো ব্যক্তিৰ লগত তেখেতৰ ৰক্ত মাংসৰ সম্পৰ্ক নাই।

সময়ৰ সোঁতত গতিকৰি আটাইকেইটি প্ৰাণী কেনেদৰে সজীৱ হৈ কৃতিমন্তহৈ পৰিল, কেনেদৰে তেওঁলোকৰ কৃৰ্ত্তি চতুৰ্দ্দিশে বিয়পি পৰিল, তাকে বিষয়বস্তু হিচাপে লৈ গ্ৰন্থখন ৰচনা কৰা হৈছে।

অৱসৰপ্ৰাপ্ত এজন লেখকৰ এইয়া প্ৰথম প্ৰয়াস। সহৃদয় পাঠক বৃন্দই পুথিখন আদৰি ল'লে লেখকৰ কষ্ট সাৰ্থক হোৱা বুলি আনন্দ লাভ কৰিম। লগতে কিতাপখন চাইমেলি দিয়াৰ বাবে সুসাহিত্য সংস্কৃতি কৰা সাহিত্যিক পেন্সনাৰ শ্ৰীযুত বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱাই একেবাৰ শুভাশিস দিয়াৰ কাৰণে তেখেতলৈ কৃতজ্ঞতাৰ হাত আগবঢ়ালো।

লেখক

## (১)

"তেজৰে কমলাপতি পৰভাত নিন্দ।
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ।।"

শুবাগমণি গাৱঁৰ নামঘৰীয়া বৈকুণ্ঠই পুৱাৰ প্ৰসঙ্গ কৰা শুনা গ'ল। সুললিত কণ্ঠস্বৰ আৰু প্ৰাণভৰা ভক্তিত ঝঙ্কাৰিত হোৱা বৰগীতটিয়ে ভক্তিপ্ৰেম পিপাসু সকলৰ অন্তৰত আনন্দৰ জোৱাৰ তুলিলে। তাৰ পিচতে ভোৰতালৰ গম্ভীৰ নিনাদে পুৱাৰ নিস্তব্ধতা ভঙ্গ কৰি দশোদিশ মুখৰিত কৰিলে। এইয়া বৈকুণ্ঠৰ দৈনন্দিন কৰ্ত্তব্য। বৈকুণ্ঠৰ প্ৰাণকাতৰ ভক্তি ৰস পাণ কৰি ভাব হয় স্বয়ং গোবিন্দই যেন তেওঁৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি শয্যা ত্যাগ কৰি আহি নামঘৰীয়াক দৰ্শন দিব, চান্দমুখ দেখুৱাব। অকল যে শুবাগমণি গাৱঁৰ নামঘৰতে পুৱাৰ প্ৰসঙ্গ কৰা হয়, এনে নহয়। অসমৰ সত্ৰ সমূহত থকা সকলো নামঘৰতে পুৱাৰ প্ৰসঙ্গ কৰা হয়। তথাপি শুবাগমণি গাৱঁৰ নামঘৰীয়াৰ প্ৰসঙ্গত ফুটি উঠা ভক্তিৰস পাবলৈ বিৰল।

"সৰ্ব্বজন হিতায়চ, সৰ্ব্বলোক স্থিতায়
গোবিন্দায় নমো নমঃ।"

নামঘৰীয়াৰ পুৱাৰ প্ৰসঙ্গৰ লগে লগে সদানন্দই দুহাত যোৰ কৰি পুনৰ আৰম্ভ কৰিলে —

"ওঁম্ ব্ৰহ্মামুৰাৰী মধু কৈত হাৰি" প্ৰাৰ্থনাটি। প্ৰাৰ্থনা সমাপ্ত কৰি বসুমতীক প্ৰণাম জনাই শয্যা ত্যাগ কৰি ভূমি স্পৰ্শ কৰিলে। বৈকুণ্ঠৰ দৰে সদানন্দৰো এইয়া চিৰাচৰিত কৰ্ত্তব্য।

দুৱাৰত উষাৰাণীৰ কৰাঘাত শুনা গ'ল। উষাৰাণী সদানন্দৰ প্ৰণয়িনী। কৈশোৰৰ পৰাই উষাৰাণীৰ তুলনাবিহীন ৰূপ-গুণত মুগ্ধ সদানন্দ। প্ৰথম দৰ্শনৰ কথা এতিয়া তেওঁৰ মনত নাই। ভালপোৱাৰ সজীৱতা বৰ্ত্তমানৰ এই বৃদ্ধ বয়সতো অপৰিবৰ্ত্তীত হৈ আছে। উষাক এবাৰ দৰ্শন কৰিবলৈ পালেহে জীৱন সাৰ্থক হোৱা যেন লাগে। প্ৰতিদিনেই উষাৰাণী আহি স্বাগতম্ জনায়। উষাও সন্তুষ্ট হয় সদানন্দৰ লগত বিহাৰ কৰি। প্ৰেমমুগ্ধ সদানন্দ দুৱাৰ মেলি বাহিৰ ওলাল।

প্ৰেমৰ পৰিণতি মিলন বা বিচ্ছেদ বিয়েই নহওক তাৰ অমিয়া মাধুৰীতকৈ বেচি অমিয়া সনা পাৰ্থিব সম্পদ একো নাই। উষাৰাণী ধীৰে ধীৰে আগবাঢ়িল। সদানন্দই অনুসৰণ কৰিলে। ইমান গভীৰ ভালপোৱা সত্বেও সদানন্দই উষাক স্পৰ্শ কৰি পোৱা নাই। তেওঁ নিৰাশ হোৱা নাই, এদিন স্পৰ্শ কৰিবই। উষাই সেই সুযোগ নিদিয়ে। তেওঁ চিৰ যৌৱনা। তেওঁৰ প্ৰেমিকো অলেখ। নীল গগণৰ তৰাৰ দৰে গণনা বিহীন। কাকো নিৰাশ নকৰে, কাৰো ওচৰত আত্ম সমৰ্পন নকৰে। কোনো

প্ৰেমিকৰ স্পৰ্শত যৌৱন লেৰেলি যাবলৈ নিদিয়ে। দিব নোৱাৰে। তোমালোকে মোৰ ৰূপ মাধুৰী পাণ কৰি তৃপ্ত হোৱা, যৌৱন নহয়।

সদানন্দ প্ৰেমোদীপ্ত হৈ পৰে, জিৰণি নলয়, হেৰুওৱাৰ ভয়ত। বকুল, চম্পা, নাহৰ, কৃষ্ণচূড়াৰ বিতোপন সৌন্দৰ্য্যয়ো তেওঁৰ দৃষ্টি আকৰ্ষণ কৰাত ব্যৰ্থ হয়। ক্ষন্তেকৰ অন্যমনস্কতাই প্ৰাণ প্ৰেয়সীক যদি হেৰুৱাব লগা হয়? মায়াবিনী উষাক ধৰি ৰাখিব নোৱাৰিলে। অৰুণৰ সোণালী তীৰৰ তীব্ৰ আঘাত সহিব নোৱাৰি উষাৰাণী অদৃশ্য হ'ল। সদানন্দৰ প্ৰাণে হাহাকাৰ কৰিলে।

প্ৰণয়িনীক হেৰুৱাৰ বিৰহ বেদনাৰ উপশম বিচাৰি সদানন্দ সোণগঙ্গাৰ কাষ চাপিল। মলয় কুমাৰে সোণগঙ্গাৰ লগত প্ৰেমালিঙ্গনত ব্যস্ত। মলয় কুমাৰৰ কৰস্পৰ্শত সোণগঙ্গাঁৰ বুকুত উঠা দুৰু দুৰু কম্পন সদানন্দৰ দৃষ্টিগোচৰ হ'ল। সদানন্দৰ শৰীৰতো শীতল পৰশ অনুভূত হ'ল।

সদানন্দৰ কৈশোৰৰ খেলাৰ লগৰী সোণগঙ্গাৰ দুয়োপাৰত বহুৰঙী কুসুম ৰাজি আৰু সেউজ বৰ্ণালীৰে সুশোভিত। শীতল জলৰাশিৰ শান্ত ধাৰাই সদানন্দক কাষলৈ মাতিছে। এইয়া বিৰহ বেদনা উপশম ঘটোৱাৰ উপযুক্ত ঠাই। সোণগঙ্গাৰ পাৰত বিচৰণ কৰি মনৰ অৱস্থা স্বাভাৱিক হ'লেই তেওঁ ঘৰলৈ উভতি যায়।

আজি সদানন্দৰ মনোকামনা পূৰণ নহ'ল। নিয়তীয়ে তেওঁৰ কাৰণে উৎকণ্ঠাৰ সৃষ্টি কৰিলে। গঙ্গাৰ বুকুত ভাঁহি থকা বগা কাপোৰ এখনে দৃষ্টি টানি নিলে। তেওঁ গৈ একেবাৰে গঙ্গাৰ কাষ পালেগৈ। কাপোৰখন কেতিয়াবা পানীৰ তললৈ যায় আকৌ ওপৰলৈ উঠি আহে। কাপোৰখনত কিবা ৰহস্য আছে। কাপোৰখনৰ লগত মানৱ দেহৰ সম্পৰ্ক আছে। সোণগঙ্গাই প্ৰাণঘাটিনী ৰূপ লোৱা তেওঁ শুনা নাই। ৰক্তপিপাসিনী বা মাংসাহাৰিণীও নহয়। সৎসাহসৰ অভাৱ এতিয়াও হোৱা নাই। শঙ্কাহীনভাৱে তেওঁ পানীত জপিয়াই পৰিল। বাৰ্দ্ধক্যই আৰু অনভ্যাসে প্ৰথম সাঁতুৰিবলৈ অসুবিধা দিছিল, কিন্তু মনৰ উদ্যমে সকলো দুৰ্বলতা নিমিষতে আঁতৰাই দিলে। আগুৱাই গৈ দীঘল চুলি একোচা পাই হাতেৰে খামুচি ধৰিলে। এহাতে চুলিকোচাত ধৰি আন হাতেৰে পানী ঠেলি পাৰ পালেহি। পাৰ পোৱাত এজনী গাভৰু পানীত উটি অহা বুলি জানিব পাৰিলে। এডোখৰ সমান ঠাইত মানুহজনীক উবুৰি কৰি শুৱাই দিলে। পিঠিৰ ওপৰত লাহে লাহে হেঁচি দিয়াত বহুত পানী মুখেৰে ওলাল। পানীখিনি ওলাই যোৱাত মৃত নে জীৱিত পৰীক্ষা কৰি চালে। স্পন্দনৰ অনুমান পালে। হয় এতিয়াও জীয়াই আছে। যি কি নহওক ঘৰলৈকে নিয়া যাওক বুলি মানুহজনীক কোলাত তুলিলৈ ঘৰমুৱা হ'ল। মানুহজনীৰ লাহি শৰীৰ কাৰণে নিবলৈ অসুবিধা নহ'ল। নহ'লে সেই বয়সত এজনী গাভৰু কোলাত তুলি লৈ যোৱা সহজ কথা নহয়। আপদ কালত মানুহে অজানিত শক্তিও লাভ কৰে।

শয্যা ত্যাগ কৰি ৰবিৰাম আৰু আযোনা পদুলিলৈ ওলাই গৈছিল। সেইখিনি সময়ত সিহঁত দুয়ো সদায় অলপ ফুৰে। প্ৰাতঃ ভ্ৰমণ বুলি নহয়, নিশাৰ নিদ্ৰাৰ জঠৰতা আঁতৰাবলৈকে সিহঁতৰ এই অভ্যাস। সিহঁত দুয়ো সদানন্দৰ ঘৰত থাকি কাম

বন কৰে। সদানন্দৰ অকলশৰীয়া জীৱনৰ লগৰী। সিহঁতে দূৰৰ পৰাই সদানন্দই কোলাত কিবা বস্তু এটা অনা দেখা পালে। কি বস্তু ধৰিব পৰা নাই। দুয়ো আগবাঢ়ি গ'ল। ওচৰ পোৱাৰ লগে লগে আঘোনাক ক'লে, হয় ল। নদীত পাই আনিছো। আঘোনাই সদানন্দৰ পৰা হাত পাতি ল'লে। তেতিয়াহে সিহঁতে বুজি পালে এজনী গাভৰু। বিবাহীতা নে অবিবাহীতা ধৰিব পৰা নাই। কিন্তু যৌৱনৰ প্ৰভাব সম্পূৰ্ণ বিদ্যমান। যি কি নহওক কোনোবা বিপদ গ্ৰস্তা। মানুহজনীক আনি ঘৰ পোৱালেহি। ৰবিৰামে মজিয়াতে কঠ এখন পাৰি দিলে। আঘোনাই তাতে মানুহজনী শুৱাই দিলে। সদানন্দ ভিতৰলৈ গৈ পত্নীৰ শাৰী এখন, পেটিকোট এটা আৰু ব্লাউজ এটা আনি আঘোনাক দিলে। ভিজা কাপোৰখিনি সলাই এই শুকান কাপোৰখিনি পিন্ধাই দে। ৰবিৰাম তই জুই একুৰা যোগাৰ কৰ। ৰবিৰামে জুইৰ ব্যৱস্থা কৰিবলৈ গ'ল। আঘোনাই কি কৰিব একো স্থিৰ কৰিব পৰা নাই। এজনী গাভৰুৰ গাৰ কাপোৰ কেনেকৈ সি সলাই দিয়ে? আঘোনাৰ মনৰ ভাব বুজিব পাৰি সদানন্দই ক'লে — লাজ কৰিব লগীয়া কথা নহয় আঘোনা। তাই এতিয়া মৰা বা জীয়া একে কথা। বিপদত লাজ কৰিলে নহয়। দুৰ্দশা গ্ৰস্তাক স্পৰ্শ কৰি শুশ্ৰূষা কৰাত দোষ নাই। ডাক্তৰসকলে জানো মহিলাসকলক স্পৰ্শ কৰি চিকিৎসা নকৰে? লাজ লাজ ভাবেৰেই আঘোনাই মানুহজনীৰ ভিজা কাপোৰখিনি সলাই শুকান কাপোৰ পিন্ধাই দিলে। ভালদৰে পিন্ধাব পৰা নাই যদিও গাটো ঢাক খালে। সদানন্দই গাৰু এটা আৰু কম্বল এখন আনি দিলে। আঘোনাই মূৰৰ তলত গাৰুটো গুজি দি গাত কম্বলখন দিলে। ৰবিৰামে কেৰাহী এটাত শুকান খৰিৰে জুই একুৰা ধৰি আনি ওচৰত থ'লেহি। সদানন্দই মানুহজনীৰ গাত হাতদি চালে। চেঁচাহে আছে। গৰম সেক দিব লাগিব। ৰবিৰামক গাই খিৰাবলৈ পঠাই দি নিজে আঘোনাৰ সৈতে লগ লাগি মানুহজনীক কাপোৰ গৰমাই সেক দিবলৈ ধৰিলে। বহুত সময় গৰম সেক দিয়াত গালৈ গৰম অহা যেন লাগিল। চকু লৰোৱা নাই। বুকুখন উঠা-নমা কৰা চকুত পৰিল। বাচি আছে। ৰবিৰামে গাই খিৰাই এবাৰ চাবলৈ আহিল। সদানন্দই তাক গাখীৰ গৰম কৰি গাখীৰ এগিলাচ, বাতি এটা আৰু চামুচ এখন দি যাবলৈ ক'লে। ৰবিৰামে গাখীৰ গৰম কৰি দি গ'ল। আঘোনাকো কাম কৰিবলৈ পঠাই দি নিজে মানুহজনীৰ ওচৰত বহি ল'লে। ৰমণীৰ পুতলাটোলৈ চোৱাৰ দৰে মানুহজনীৰ চকুলৈ সদানন্দই পলকবিহীন ভাবে চাই থাকিল। ৰবিৰাম আৰু আঘোনা আঁতৰি যোৱাত সদানন্দই মানুহজনীৰ চিকিৎসাৰ কথা চিন্তা কৰিলে। ওচৰত হাস্পতাল নাই। যি এখন চৰকাৰী চিকিৎসালয় আছে তালৈ কমেও চাৰি কিলোমিটাৰ হ'ব। ডাক্তৰ বা নাৰ্চো ওচৰত নাই। পাৰ্বত এইটো ডাঙৰ সমস্যা। ইমানখিনি দূৰলৈ যাতায়তৰ সুবিধাও নাই। নিজাকৈ যাৰ গাড়ী-ঘোৰা আছে তেওঁলোকৰ কাৰণে চিন্তাৰ কাৰণ নাই। সদানন্দও ঘৰত নাই। ঈশ্বৰক চিন্তি নিজে যি জানে তাৰেই শুশ্ৰূষা কৰিছে। "ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে"। মানুহজনৰ ঈশ্বৰৰ ওপৰত অটল বিশ্বাস। কৰ্ম কৰিব লাগে কৰে। ফলাফল বিভুৰ হাতত এৰি দিয়ে।

সদানন্দই ভাব সাগৰত ডুব দি পাৰাপাৰ বিচাৰি নোপোৱা হ'ল। মানুহজনীৰ শৰীৰৰ ভাজবোৰে পূৰ্ণ যৌৱনা গাভৰুৰ পৰিচয় দিছে। বিবাহিতা, নে অবিবাহিতা? কঁপালৰ ওপৰত ৰঙা ৰেখা এটা চুলিৰ মাজভাগলৈ অস্পষ্ট দেখা পাইছে। শিৰৰ ৰক্তিম ৰেখাটোৱে বিবাহিতাৰ স্বাক্ষৰ দিছে। বিবাহিতা হ'লেও দুই, এবছৰৰ বেচি হোৱা নাই। এজনী বিবাহিতা তিৰোতাৰ এনে অৱস্থা হ'ল কিয়? দুৰ্ঘটনা, আত্মহত্যা নে হত্যাৰ ষড়যন্ত্ৰ। দেশজুৰি অমানুষিক ভাবে চলা নাৰী নিৰ্য্যাতনৰ কথা শুনিলে গাৰ নোম সিঁয়ৰী উঠে। সদানন্দৰ চকুৰ আগত তাৰ বিভৎস ৰূপ এটা ভাঁহি উঠিল। এনে নিৰ্য্যাতনৰ হোতাখিনিক মানুহ বুলিবলৈ ঘৃণ লাগে। সিহঁত মানুহৰ আকৃতিৰ জঘন্য প্ৰাণী। সভ্যতাৰ উচ্চ শিখৰত আৰোহন কৰা মানুহৰ প্ৰকৃতি ইমান নিষ্ঠুৰ হ'ব পাৰে জানো? তথাপি হৈছে। বৰ্বৰ মানুহে ক্ষুধা নিবাৰণৰ কাৰণে আৰু আত্মৰক্ষাৰ কাৰণে জীৱহত্যা কৰিছিল। সভ্য মানুহে স্বাৰ্থ সিদ্ধিৰ কাৰণে বিবেকক হত্যা কৰি জঘন্য কামত লিপ্ত হৈছে। ব্যাপক হাৰত অমানুষিক কাৰ্য্যকলাপ বৃদ্ধি পাব ধৰিছে। মাতাল হৈ পত্নীৰ ওপৰত নিৰ্য্যাতন চলোৱা, যৌতুকৰ কাৰণে পত্নীক হত্যা কৰা, বিপথগামী পতিক কু-কাৰ্য্যৰ কাৰণে বাধা দিয়া, পত্নীৰ ওপৰত উৎপীড়ন চলোৱা, চৰিত্ৰহীনা পত্নীৰ প্ৰতি বিতৃষ্ণাহে নিৰ্য্যাতন দিয়া, অসৎ পথ প্ৰশস্থ কৰাৰ কাৰণে পত্নীয়ে পতিক হত্যা কৰা, আৰুযে হিচাপ দিব নোৱাৰা কিমানযে ঘৃণনীয় বাতৰি প্ৰকাশ হৈছে। এচাম অমানুহৰ কাৰ্য্যকলাপে সভ্যতাক ভেঙুচালি কৰিছে। কিয় হৈছে, কাৰ কাৰণে হৈছে, ইয়াৰ কাৰণে দায়ী কোন?

যুৱতীয়ে চকুৰ পতা লৰাইছে। সদানন্দৰ মনত আনন্দৰ ৰেখা জিলিকি উঠিল। ব্যগ্ৰ হৈ চাই ৰ'ল, কেতিয়া চকু মেলিব। কেতিয়া সংজ্ঞা লাভ হ'ব। চকু মেলিলে, জ্ঞান পালে গাখীৰ অকণ মুখত দিব পাৰিব। গাখীৰ এগিলাচ খুৱাব পাৰিলে নিশ্চয় সুস্থ হ'ব। আশাবাদী মানুহ। সদানন্দও আশাবাদী। ধৈৰ্য্য ধৰিব লাগিব। ধৈৰ্য্য অবিহনে একো পোৱা নাযায়। কৃষি বিজ্ঞানী হোৱাবলৈ ধৈৰ্য্য ধৰি বাট চাব লাগে। গছজোপা বয়স্ক প্ৰাপ্ত হ'লেহে ফুল আৰু ফল পোৱাৰ আশা কৰিব পাৰি। এতিয়াও যিখিনি শুশ্ৰূষা কৰা হৈছে, তাৰ পৰা লাভ কৰা ফলাফলৰ কাৰণে বাট চাব লাগিব। বহুত সময় অপেক্ষা কৰাৰ পাচত যুৱতীৰ চকু মেল খালে। মুৰটোও লৰচৰ কৰিলে। ইফালে সিফালে চকু ঘূৰাই চালে। মুখৰ পৰা মাত ওলোৱা নাই। সদানন্দক দেখা পাই একেথৰে চাই ৰ'ল। কোন? মনৰ ভাব, কথা ক'ব পৰা নাই। সদানন্দই এচামুচ গাখীৰ মুখত দিলে। যুৱতীয়ে মুখ মেলা নাই। সদানন্দই ক'লে —

— খোৱা মা, মই তোমাৰ পিতৃতুল্য। এচামুচ এচামুচকৈ কেইচামুচমান গাখীৰ পেটলৈ যোৱাত সদানন্দৰ ভাল লাগিল। আঃ কি তৃপ্তি। অমৃতৰ সোৱাদ উপলব্ধি কৰিলে কিন্তু মুখেৰে একো নক'লে। আকৌ চকুমুদি জিৰণি ল'লে। অলপ সময়ৰ পিচত পুনৰ চকু মেল খালে। ওঁঠ দুখন কঁপি উঠিল। কথা ক'ব — ক'লেও — মই ক'ত?

তুমি এজন পিতৃৰ কাষত মা। তোমাৰ আৰু চিন্তাৰ কাৰণ নাই।

— পিতা! মোৰতো পিতা নাই।

— তোমাৰ নাথাকিলেও এজন বৃদ্ধই তোমাক কন্যাৰ স্থান দিছে। প্ৰভুয়ে তোমাক এক পিতৃৰ কাষলৈ আনিছে। এতিয়াৰ পৰা তুমি পিতৃহাৰা নোহোৱা। তুমি সুস্থহৈ লোৱা।

— ও মই অসুস্থ। উঠি বহিবলৈ চেষ্টা কৰি নোৱাৰিলে। গাটো বৰ দুৰ্বল। উঠি বহাৰ শক্তি নাই। আকৌ শুই পৰিল।

— ৰ'বা মই বহুৱাই দিওঁ বুলি সদানন্দই যুৱতীক বহুৱাই দিবলৈ চেষ্টা কৰিলে। যুৱতীয়ে বাধা নিদিলে। সদানন্দৰ সহযোগত যুৱতী কোনোমতে বহিল। গাখীৰ গিলাচ খাই লোৱা বুলি সদানন্দই যুৱতীক খুৱাবলৈ যত্ন কৰিলে। যুৱতীয়ে আপত্তি নকৰাকৈ গাখী গিলাচ পি খালে। গাখীৰ গিলাচ খাই স্বস্তিৰ নিশ্বাস এৰিলে। বহুতদিনৰ তৃষ্ণা দূৰ হ'ল। হেৰোৱা শক্তি ঘূৰাই পালে।

— মই কাৰ ঘৰত আছো? জানিবলৈ বিচাৰিলে, অপৰিচিত ঘৰৰ মালিক কোন? ইয়াত নিৰাপত্তাই বা কিমান?

— এই বৃদ্ধৰে পঁজাত আছা মা। তুমি নিচিন্ত হ'ব পাৰা। কোনো বিপদে তোমাক ইয়াত ক্ষতি কৰিব নোৱাৰে।

— মই ইয়ালৈ কেনেকৈ আহিলো? মোক কোনে আনিলে?

— জানিবা মা। লাহে ধীৰে সকলো জানিব পাৰিবা। এতিয়া তুমি দুৰ্বলহৈ আছা। জিৰণি লৈ গাটো সবল কৰি লোৱা। পিচত মোৰ, তোমাৰ সকলো কথা পাতিম।

আঘোনা আৰু ৰবিৰামক যুৱতীৰ খবৰ ল'বলৈ তালৈ অহা দেখি সদানন্দই সিহঁতক ইঙ্গিতেৰে মানা কৰিলে। দুয়ো আঁতৰি গ'ল। যুৱতীক বহি থকা দেখি সিহঁতৰো ভাল লাগিল। হওক মানুহজনী বাচিল। সকলো তেওঁৰেই লীলা। সদানন্দই যুৱতীক নিজে ধৰি বিচনা এখনৰ ওচৰলৈ লৈ গ'ল। জিৰণি ল'বলৈ। যুৱতীয়ে ভয় বিহ্বল চিত্তে বিচনাখনত দীঘলদি পৰি থাকিল। টোপনি যাব নোৱাৰিলে। দুৰ্বল মনত জাগ্ৰত হোৱা আশঙ্কা আৰু অসহায় চিন্তাবোৰে আমনি কৰিবলৈ ধৰিলে।

আহৰি পাই সদানন্দই স্নান কৰি নিত্য কৰ্মখিনি কৰি ল'লে। খোৱাবোৱাৰ যোগাৰ কৰিলে। যুৱতীয়ে সোণগঙ্গাৰ পবিত্ৰ জলেৰে স্নান কৰিলে। পুনৰ গা ধোৱাৰ প্ৰয়োজন নাই। যুৱতীক শঙ্কামুক্ত কৰি ৰখাৰ কাৰণে সদানন্দই দুয়োটাকে যুৱতীৰ পৰা আঁতৰি থাকিবলৈ নিৰ্দেশ দিলে। খোৱাৰ যোগাৰ হোৱাত সদানন্দই যুৱতীক মাত্তি নি খাবলৈ দিলে। ঘৰত যে তিৰোতা মানুহ কোনো নাই যুৱতীয়ে এতিয়াহে বুজিব পাৰিছে। ইমান সময় গম পোৱা নাছিল। সদানন্দই নিজে খাবলৈ দিয়াত উৎকণ্ঠাৰে তাই সুধিলে —

— পিতা, মা নাই?

— কি উত্তৰ দিব চিদানন্দই চিন্তা কৰিব লগা হ'ল। মা, তুমি চিন্তা কৰিব নালাগে। মা নাথাকিলেও মই তোমাৰ পিতা আছো। পিতাৰ কাষত কন্যাৰ চিন্তাৰ

কাৰণ নাই। তুমি খাই উঠি জিৰণি লোৱা। পিচত কথা পাতিম। সকলো খবৰ পাবা। তোমাৰ খবৰো ল'ম। যুৱতীয়ে আৰু একো কথা নুসুধিলে। খাই উঠি জিৰণি ল'লেগৈ।

আবেলি সদানন্দই যুৱতীৰ খবৰ ল'লে। তাই বিচনাতে বহি আছিল। কিবা চিন্তাতযে বিভোৰ হৈ আছে দেখিলেই বুজিব পাৰি। ভয়, শঙ্কাও মনৰ পৰা আঁতৰা নাই। সদানন্দই বেলেগ এজোৰ কাপোৰ যুৱতীক দি সলাই ল'বলৈ ক'লে। টেবুলত থকা তেল, ফণিবো যোগাৰ কৰি মূৰটোও আচুৰি ল'বলৈ ক'লে। তায়ো যন্ত্ৰচালিত পুতলাৰ দৰে কৰি গ'ল। দুয়োলৈকে চাহ-বিস্কুট আনি টেবুলত থৈ সদানন্দই ক'লে — চাহখিনি খাই লোৱা। নিজেও একাপ চাহ হাতত তুলি ল'লে। দুয়ো চাহ খাই ল'লে।

যুৱতীৰ পৰিচয় জনাৰ দৰকাৰ। মানুহজনী সুস্থ নহ'লে তাইৰ লগত কথা পতা অনুচিত। কথা পতাৰ সাৰ্থকতা কিমান জনাৰ আগ্ৰহ কৰি সদানন্দই ক'লে —

— গাটো ভাল পাইছানে মা?

— অলপ ভাল পাইছো পিতা।

— কথা পাতিব পাৰিবা নহয়?

— পাৰিম পিতা।

— তোমাৰ নাম কি?

— চম্পা কলিতা।

— ঘৰ ক'ত?

— কনকপুৰত।

— তোমাৰ মা, দেউতা?

— মোৰ মা দেউতা কোনো নাই পিতা। মই ঘাট মাউৰা ছোৱালী। চম্পাৰ কথা শুনি সদানন্দৰ চকু সেমেকিল। কান্ধত থকা গামোছাৰে চকু দুটা মচি ল'লে। কি কৰিব? তাতোকৈ করুণ কাহিনী হ'লেও শুনিব লাগিব, সুধিব লাগিব। মানুহজনীৰ বিষয়ে জানিব লাগিব।

— তোমাৰ বিয়া হৈছে?

— হৈছে পিতা। বিয়া হোৱাই নহয় মাতৃ হ'বলৈকো আগবাঢ়িছো।

— তুমি কেনেকৈ পানীত উটি আহিলা? তোমাৰ এনে অৱস্থা হোৱাৰ কাৰণ কি? তুমি আত্মহত্যা কৰিবলৈ পানীত পৰিছিলানে কোনোবাই হত্যা কৰিবলৈ পানীত পেলাই দিছিল?

— মোৰ দুখৰ কথা কি ক'ম পিতা? আই-বোপাই নথকা মাউৰা ছোৱালীৰ প্ৰতি কাৰ দয়া মায়া হ'ব? সৰুতেই আই-বোপাইক হেৰুৱালো। ভাই, ভনীও কোনো নাই। মামাইতৰ ঘৰত থাকি ডাঙৰ হ'লো। মামাৰ পৰা অলপ মৰম পালেও মামীৰ পৰা মৰম কি বস্তু বিচাৰি পোৱা নাছিলো। মই তেওঁলোকৰ বোজা হৈ পৰিলো। দিনৰ দিনটো হাঁড়ভঙা পৰিশ্ৰম কৰিও তেওঁলোকৰ আলপৈচান ধৰিও শান্তিত এমুঠি ভাত খাব পৰা নাছিলো। চম্পাৰ দুয়োগালে চকুপানী বৈ আহিল। চাদৰৰ আচলৰে

চকু মচি লৈ ক'বলৈ ধৰিলে। বেলেগ মানুহৰ ঘৰত চাকৰণী হোৱা হ'লেও কিজানি সিমান দুখ নাপালো হয়। কি কৰিম? ভাগ্যই দুখ কষ্ট দিছে যেতিয়া সহিবই লাগিব। ইমান দুখ কষ্টৰ মাজতে হঠাতে মামীৰ পৰা মৰম চেনেহ পোৱাযেন লাগিল। মই মামীৰ নিজৰ ছোৱালীৰ দৰে হৈ পৰিলো। মই মামীৰ আলাসৰ লাড় হৈ পৰিলো। ভাবিলো দুখৰ নিশা শেষ হৈছে। দিনৰ পোহৰ দেখা পাম। মামীৰ পৰা পোৱা মৰমৰ কাৰণ মই একো বুজি পোৱা নাছিলো। আশা মোৰ ভুল আছিল। মৰমৰ মাজত বিষ মিহলিহৈ আছিল। দিনৰ পোহৰ তাত নাছিল। কৃত্ৰিম পোহৰহে মই দেখা পাইছিলো।

— তোমাৰ কথা মই বুজা নাই মা। মৰমৰ মাজত বিষ। কি বিষ?

— ক'ম পিতা। আপুনি মোক কন্যাৰ স্থান দিছে। আপুনি মোৰ পিতা। পিতাৰ ওচৰত মোৰ দুখৰ কাহিনী সকলো ক'ম। মামীৰ সম্পৰ্কীয় ভায়েক এটা আছিল। মোৰ ওপৰত তাৰ চকু পৰিল। মই জনা নাছিলো মানুহটো মদাহী বুলি। মামীয়ে সেই মানুহটোলৈ মোক বিয়া দিয়াৰ কথা মামাক ক'লে। মামা প্ৰথমতে সন্মত হোৱা নাছিল। কিয় সন্মত হোৱা নাছিল মই নাজানো। পিচত কিয় সন্মত হ'ল তাকো নাজানো। মোৰ মতামত লোৱাৰ প্ৰয়োজন তেওঁলোকে অনুভৱ নকৰিলে। ময়ো তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে একো কৰিব নোৱাৰো। মামাই সন্মতি জনোৱাৰ পৰা মামীৰ মই এফাল হৈ পৰিলো। তেওঁলোকে মোৰ মুৰৰ ওপৰত নতুন দুখৰ বোজা এটা তুলি দিয়াৰ কাৰণেহে যে ইমান মৰম কৰিছিল তাক বিয়াৰ পিছতে মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিলো।

— মদাহীটোৰ লগত বিয়াহে স্বামীৰ ঘৰলৈ গ'লো। স্বামীৰ ঘৰ পোৱাৰ পিচতে মোৰ বুজিবলৈ বাকী নাথাকিল কিয় মামাই প্ৰথমতে মোৰ বিয়াত মত দিয়া নাছিল। ন-কন্যাৰ ওপৰত মদাহী স্বামীৰ অমানুষিক অত্যাচাৰ আৰম্ভ হ'ল। শাহু আইৰ কৰ্কশ মাত আৰু নিষ্ঠুৰ ব্যৱহাৰৰ বৰ্ণনা দিব নোৱাৰো পিতা। চম্পা শোকত কাতৰহে পৰিল। ক্ষন্তেক মৌন হৈ ৰ'ল। কথা মুখৰ পৰা নোলোৱা হ'ল। কাপোৰৰ আচলেৰে চকু মচি ক'বলৈ ধৰিলে। ইমান অত্যাচাৰ সহ্য কৰি ভাগ্যৰ লিখন বুলি স্বামী আৰু শহু, শাহুৰ আলপৈচান ধৰি, সেৱা শুশ্ৰূষা কৰি থাকিলো। উপায় নাই। যাম ক'লৈ? সদানন্দয়ো চকু পানীক বাধা দিব পৰা নাই। গামোচাৰে চকু মচি চম্পাৰ মুখলৈ চাই আছে।

— আমাৰ বিয়াৰ এটা বছৰ পাৰহে গ'ল। ময়ো গৰ্ভধাৰণ কৰিলো। দুখৰ বোজা নকমিল। বাঢ়িহে গ'ল। বেছি আঘাত পালো স্বামীৰ চৰিত্ৰত ঘূণে ধৰা কথা জানিব পাৰি। চৰিত্ৰহীন হৈ আন ছোৱালীৰ লগত লীলা-খেলা কৰাৰ কথা জানিব পাৰি স্বামীক বুজাই বঢ়াই সৎপথলৈ আনিবলৈ চেষ্টা কৰিলো। মই কৰা চেষ্টাৰ ফলস্বৰূপে মোৰ ওপৰত অত্যাচাৰ বাঢ়িবলৈ ধৰিলে। যোৱাকালি অত্যাচাৰে চূড়ান্ত ৰূপ ল'লে। বাতি চুলিত ধৰি ভৰিৰে গুৰিয়াই গুৰিয়াই মোক ঘৰৰ বাহিৰ কৰি উলিয়াই দুৱাৰ বন্ধ কৰি থ'লে। পিতা বুলি চম্পাই ৰুকহুকাই কান্দিলে।

সদানন্দইও গামোছাৰে চকুপানী মচি দুখৰ হুমুনিয়াহ কাঢ়িলে। মানুহ কি ইমান নিৰ্দয় হ'ব পাৰে? হিংস্ৰ জন্তুৰো অন্তৰ ইমান পাষাণ নহয়। সিহঁতেও নিজ পত্নীৰ ওপৰত এনে ব্যৱহাৰ নকৰে। কিছু সময় কন্দাৰ পিচত চম্পা শান্ত হ'ল।

— কি কৰিম পিতা? কিমান কাকুতি মিনতি কৰিলো, দুৱাৰ খুলি দিবলৈ অনুৰোধ কৰিলো, কোনো কামত নাহিল। এখন দুৱাৰো মোৰ কাৰণে মুকলি নহ'ল। কোনো মোৰ প্ৰতি সদয় নহ'ল। মই বুজি পালো, দুৱাৰ খোল নাখায়। এইখন ঘৰত আৰু মোৰ স্থান নাই। চকুৰ পানী জোৰ কৰি বন্ধ কৰিলো। মন দৃঢ় কৰিলো। মোৰ গৰ্ভত সন্তান আছে। মই আত্মহত্যাও কৰিব নোৱাৰো। মই জীয়াই থাকিব লাগিব মোৰ সন্তানটোৰ কাৰণে। কি কৰিম তাকো ভাবি পোৱা নাই। দিক্‌বিদিক হেৰুৱাই উদ্ভ্ৰান্তৰ খোজ ল'লো। গন্তব্য স্থানৰ লক্ষ্য মোৰ নাই। চকুলো শুকাই গৈছে। অজানিত শক্তি উপলব্ধি কৰিলো। গৈ গৈ ৰাজপথ পালো। গৈ আছো অবিৰাম গতিৰে। দুখ-ভাগৰ একোৱে মোক বাধা দিব পৰা নাই। নিশাৰ অন্ধকাৰেও ভয় খুৱাব পৰা নাই। কিমান অচিন ঠাইৰ মাজেৰে আগবাঢ়িছো নাজানো। নিশাচৰ প্ৰাণীৰ প্ৰতিও ভয় সংকোচ নোহোৱা হ'ল। ৰাতিৰ আন্ধাৰ নোহোৱা হ'ল। পূব আকাশত দিনৰ পোহৰ দেখা পালো। দিনৰ পোহৰে উৎসাহ যোগালে। সেই উৎসাহ বিজুলীৰ ক্ষন্তেকীয়া পোহৰহে আছিল। নিশাৰ তমসাৰ পৰা নোপোৱা ভয় দিনৰ পোহৰত আগবাঢ়ি আহিল। হিংস্ৰ বন পশুতকৈয়ো ভয়াবহ যেন উপলব্ধি কৰিলো। তিনিটা মানুহ নিৰ্জন পথত দেখা পালো। শ্বাপদৰ দৰে চিকাৰৰ অনুসন্ধান কৰি মোৰ পিচ লৈছে। মই আত্মৰক্ষাৰ উপায় বিচাৰি পোৱা নাই। এটা দীঘল ৰাতি খোজকাঢ়ি মই ক্লান্ত হৈ পৰিছো। তথাপি সিহঁতৰ চিকাৰ হোৱাৰ ভয়ত প্ৰাণটাকি দৌৰিবলৈ ধৰিলো। কিমান দৌৰিম? প্ৰাণৰ মায়া নোহোৱা হ'ল। পিচলৈ উভতি চালো। সিহঁতে মোৰ পিচ এৰা নাই। নদীৰ ওচৰ পালো। তেতিয়াও সিহঁতৰ গতি অবিৰাম। সিহঁত আহি ওচৰ নাপাওঁতেই নিৰুপায় হৈ পানীত জাপ দিলো। তাৰ পিচত কি হ'ল নাজানো পিতা।

— আমি জানো আইজনী বুলি আঘোনাই মাত লগালে। ৰবিৰাম আৰু আঘোনাই কেতিয়াৰ পৰা কথা শুনি আছিল তেওঁলোকে গম পোৱা নাছিল। আঘোনাৰ মাত শুনি চম্পাই মূৰ তুলি চালে। চকুত ভয়াৰ্ত্ত দৃষ্টি ফুটি উঠিল। তাই তলমূৰ কৰি নিৰ্বিকাৰ হৈ ৰ'ল। সদানন্দই চম্পাৰ মনৰ ভাব বুজি পালে। চম্পাৰ মনত সংকোচ হৈছে। এইখন ঘৰত সিহঁত দুয়োটা থাকিব। চম্পাও থাকিব। সিহঁতৰ পৰা কোনো ক্ষতি নোহোৱাকৈ তাইক ৰাখিব লাগিব। চম্পাক সিহঁতৰ ভনীৰ স্থানত ৰাখিলে তাই সিহঁতৰ পৰা ভগ্নীপ্ৰেম পাব। সিহঁতকো সাৱধান কৰি ৰাখিব লাগিব যাতে সিহঁত তাইৰ কাৰণে ভয়ৰ কাৰণ নহয়। কিছুদিন পাৰহৈ গ'লে স্বাভাৱিক অৱস্থা পোৱা যাব আৰু তিনিও মিলাপ্ৰীতিৰে চলিব পাৰিব। সদানন্দই চম্পাৰ লগত সিহঁতৰ পৰিচয় কৰাই দি ক'লে — ইহঁত দুয়োটা মোৰ ইয়াতে থাকে। সিহঁতে খেতিৰ কামকাজ কৰে। দুয়োটা মোৰ ল'ৰাৰ দৰে। ইয়াৰ নাম ৰবিৰাম আৰু তাৰ নাম আঘোনা।

আজিৰ পৰা ইহঁত দুটা তোমাৰ ককাইদেউ হ'ল। তহঁতেও ভনী এজনী পাইছ। তহঁতে তাইক নিজৰ ভনী কৰি ল'বি। তাইৰ আদৰ যত্ন ল'বিহঁক। তাই এইখন ঘৰত যাতে কোনো অসুবিধা নাপায়, তহঁতে চাবি।

— কিয় নাচাম দেউতা বুলি ৰবিৰামে মনৰ কথা ব্যক্ত কৰিলে। নিজৰ আপোন বুলি যি আছিল সকলো হেৰাল। আপোনালোকেই এতিয়া আপোন। আপোনাৰ দয়াতে জীৱনটো ৰাখিছো। ভগৱন্তই ভনী এজনীকো আনি দিছে। এইয়া আমাৰ ভাগ্যহে। ৰবিৰামৰ চকু সেমেকিল। তাৰ নিজৰ সংসাৰৰ কথা মনত পৰিল। গামোচাখনৰে চকুদুটা মচি ল'লে।

আঘোনায়েও মনৰ কথা খুলি ক'লে। দেউতা চম্পা আইদেৱে আহি আমাক পোহৰ দিছে। সেই পোহৰ আমি হেৰাই যাবলৈ নিদিওঁ। আইদেউ তুমি মুঠেই চিন্তা নকৰিবা। দেউতাৰ দৰে এজন ঋষিতুল্য লোক পোৱা ভাগ্যৰ কথা। দুদিনমান থাকিলেই বুজিব পাৰিবা। তোমাক ভনী পাই আমাৰো ভাল লাগিছে। তোমাৰ দুখৰ কাহিনী আমি শুনিলো। তোমাৰ দুখৰ দিন শেষ হ'ল বুলি ভাবিবা। তেনে দুখৰ দিন ইয়ালৈ নাহে। তুমি নিশ্চিন্ত মনে থাকা। ইয়াত তোমাৰ স্বামীৰ দৰে পশুতুল্য মানুহ নাই। তুমি মানুহকে লগ পাবা। চম্পাক আঘোনাই নিৰ্ভয় দিলে।

চম্পাই শান্তিৰ জিলমিল পোহৰ এটা দেখা পালে। নিয়তীয়ে কাটি নিনিলে তাই শান্তিত জীয়াই থাকিব পাৰিব বুলি আশা কৰিলে। এদিনতে মনৰ আশঙ্কা আঁতৰ হ'ব বুলি তাই ভবা নাই। কুটিল সংসাৰৰ মাজৰ পৰা তাই আহিছে। সন্দেহৰ মেঘ সম্পূৰ্ণ আঁতৰি যোৱা নাই। আশাৰ মাজত বন্দিনী হৈ থাকিল। এইখন ঘৰত থাকিব যেতিয়া ঘৰখনৰ মানুহৰ বিষয়ে জনাৰ আগ্ৰহ হ'ল। তাই অনুভৱ কৰিব পাৰিছে, সদানন্দ ইয়াত অকলশৰীয়া। তেখেতৰ নিজৰ বুলি কোনো নাই নেকি? মানুহজনৰ নামটোও জনা নাই। কি বুলি সুধিব? কিছু সময় চিন্তা কৰি তাই সুধি পেলালে।

— পিতা আপোনাৰ আশ্ৰয় পাই মই নিজকে ভাগ্যৱতী বুলি ভাবিছো। ইয়াত থাকি যি মৰম পাম বুলি আশা কৰিছো আগতে তাৰ দহভাগৰ এভাগো পোৱা নাই। আই, পিতাৰ মৰম নাপালো। আপোনাৰ পৰা সকলো পাইছো। ককাইদেউ দুজন পালো। মাক পোৱা নাই। দুখ পাবলগীয়া কথা নহ'লে মাৰ বিষয়ে ক'বনে? লগতে আপোনাৰ নিজৰ বুলি থকা মানুহৰ বিষয়ে জনাৰ ইচ্ছা হৈছে।

সামান্য শিক্ষিতা হ'লেও চম্পাই কথা সুধিব জানিছে। চম্পাৰ কথা শুনি সদানন্দৰ ভাল লাগিল। ৰবিৰাম, আঘোনাই ইমান দিনে সোধা নাই। নুসুধিলে নিজৰ কথা কেনেকৈ কয়? ৰবিৰাম, আঘোনায়ো শুনিবলৈ আগ্ৰহ কৰি ৰহিল। সদানন্দই তিনিওটাকে এবাৰ চাই ল'লে। তিনিও আগ্ৰহৰে তেওঁৰ ফালে চাই আছে। সদানন্দই প্ৰথমতে নিজৰ পৰিচয় দি কথা আৰম্ভ কৰিলে।

— মোৰ নাম সদানন্দ ভট্টাচাৰ্য্য। পত্নীৰ নাম সন্ধ্যাৰাণী দেৱী। আমাৰ দুটা ল'ৰা। ডাঙৰটোৰ নাম ৰঞ্জন ভট্টাচাৰ্য্য আৰু সৰুটোৰ নাম বিজন ভট্টাচাৰ্য্য? দুয়োটা

ল'ৰাৰে বিয়াও হৈছে। দুয়োটাৰ একোটা পুত্ৰ সন্তানো আছে। মই যোৰহাট কৃষি বিশ্ববিদ্যালয়ত শিক্ষকতা কৰিছিলো। পাঁচ বছৰ আগতে অৱসৰ গ্ৰহণ কৰিলো। গুৱাহাটীতে আমাৰ ঘৰ-মাটি আছে। অৱসৰ লোৱাৰ পিচত আমি তাতেই আছিলো। ৰঞ্জন পৰিয়াল সহ আমেৰিকাত থাকে। বিজন পৰিয়াল সহ অষ্ট্ৰেলিয়াত থাকে।

— মা নাই নেকি? চম্পাই মনৰ উৎসুকতা প্ৰকাশ কৰিলে।

— আছে। বৰ্ত্তমান ইয়াত নাই। আমেৰিকাত আছে।

— ডাঙৰ দাদাৰ লগত? আপোনাক ইয়াত অকলে এৰি? চম্পাৰ মনত খোকোজা লাগিল। অকল চম্পাৰ মনতে নহয়, সকলোৰে মনত উদয় হোৱা স্বাভাবিক। পয়ষষ্ঠি বছৰীয়া বৃদ্ধ এজনক অকলশৰে এৰিথৈ পত্নীও যদি পুত্ৰৰ লগত থাকেগৈ, আচৰিত কথা নহয় জানো? সদানন্দৰ কাৰণে আচৰিত নহয়। সদানন্দই চম্পাৰ মনৰ খবৰ বুজি পালে। তেওঁ কৈ গ'ল। সকলো কথা বুজাই ক'ম। তিনিমাহ আগতে ৰঞ্জন আৰু বিজন দুয়ো অসমলৈ আহিছিল। পাঁচ বছৰৰ মূৰত দুয়ো এবাৰ অসমলৈ আহে। আমাৰ খবৰ বাতৰি লৈ যায়। এইবাৰ আহোঁতে ৰঞ্জনইতে মাকক আমেৰিকালৈ লৈ গ'ল।

— আপোনাক যোৱাৰ কথা নক'লে? চম্পাই সুধিলে।

— কৈছিল, মইহে নগ'লো।

— কিয় নগ'ল দেউতা? আঘোনাই সুধিলে।

— আগতে মই আমেৰিকালৈ গৈছো। এবাৰ যোৱাৰ পিচত আকৌ যাবলৈ মন নগ'ল। মোৰ দৰে মানুহ তাত থাকি ভাল নাপায়।

— কিয় দেউতা?

— আমেৰিকা কামৰ ঠাই। তাৰ সকলো মানুহ কামত ব্যস্ত। দুষাৰ কথা পাতিলেও কামৰ মাজতে পাতে। আমাৰ ইয়াৰ দৰে তাত একেটা পৰিয়ালৰ দৰে পৰিয়ালৰ সকলো মানুহ একেলগে নাথাকে। বৃদ্ধ-বৃদ্ধা সকলৰ কাৰণে বৃদ্ধ আবাস আছে। তাত থাকিলে নিঃসঙ্গতা অনুভব হয়। মই নিঃসঙ্গতা ভাল নাপাওঁ। সেই কাৰণে মই যাবলৈ ইচ্ছা নকৰিলো। মাৰাও মোক এৰি যাবলৈ ইচ্ছা কৰা নাছিল। ময়ে জোৰ কৰি পঠালো। পাঁচবছৰ পিচত আকৌ আহিব।

কথা পাতি থাকোতে সন্ধ্যা হ'ল। সদানন্দই সেইদিনাৰ কাৰণে কথাৰ সামৰণি মাৰি বিৰাম আৰু আঘোনাক কামলৈ পঠাই দিলে। নিজেও নিজৰ কামত লাগিল। চম্পাই আকাশ পাতাল ভাবি বহি ৰ'ল। চকুৰ আগত আগদিনাৰ ঘটনাবোৰ জিলিকি উঠিল। এটা কালৰাত্ৰিৰ অৱসান হোৱা যেন অনুভব হ'ল।

(২)

চম্পাই বহাবঢ়াৰ পৰা আৰম্ভ কৰি ভিতৰৰ সকলো কাম নিজে কৰিবলৈ ল'লে। তিৰোতা মানুহজনী থাকি সেই কাম আই মতা মানুহক কৰিবলৈ দিব নোৱাৰে। সৰুৰে পৰা কাম কৰি অভ্যস্ত হোৱা তাইৰ কাৰণে একো কষ্ট হোৱা নাই। স্বামীৰ

ঘৰত কৰা কামবন তাতকৈ বহুত বেচি আছিল। তথাপি কৰিছিল। ইয়াত চম্পাই সুখত থকা যেন পাইছে। এটা কথাৰ কাৰণেহে ভাল লগা নাই। তিনিজন মতা মানুহৰ মাজত তাই অকলে থাকিব লগা হৈছে। আন অসুবিধা পোৱা নাই। দুখৰ মনৰ কথা পতাৰ কাৰণে এটা অভাব উপলব্ধি হয়। চম্পা থকা কাৰণে সদানন্দ, ৰবিৰাম আৰু আঘোনাই খোৱাবোৱাৰ কাৰণে চিন্তা কৰিব নলগা হ'ল। মনপূতি কৃষিকাৰ্য্য কৰাৰ সুবিধা পালে। সদানন্দই ৰবিৰাম, আঘোনাক দিহা-পৰামৰ্শ দিয়াৰ লগতে নিজহাতে কাম কৰে। নিজ হাতে কৰাৰ কাৰণে প্ৰতিজোপা গছপুলিৰ ওপৰত সঠিক দৃষ্টি ৰাখিব পাৰে। যত্ন আৰু প্ৰতিপালনৰ ওপৰতে উৎপাদন নিৰ্ভৰ কৰে। সঠিক সাৰ, পানী, প্ৰতিসেধক আদি নিদিলে সুফল পোৱা নাযায়। সদানন্দই নিজে কাম কৰিলে ৰবিৰাম আঘোনাই আপত্তি কৰে। এই বয়সত কিয় পৰিশ্ৰম কৰিব লাগে? দেউতাই ইমানকেইটা মানুহক নিজৰ টকাৰে পুহি ৰাখিব পৰা সামৰ্থ থকা সত্বেও নিজে কিয় কৰে? সদানন্দই সিহঁতক বুজাই, সকলো মানুহৰ কাৰণে শাৰীৰিক শ্ৰমৰ দৰকাৰ। শৰীৰৰ শক্তি অটুত ৰাখিবলৈ আৰু ৰোগ প্ৰতিৰোধৰ কাৰণে সকলো মানুহেই অলপ পৰিশ্ৰম কৰা উচিত। শাৰীৰিক পৰিশ্ৰম হ'লে আহাৰ সহজে হজম হয়, অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন হয়, এলাহ ভাব আঁতৰি যায়, মনৰ পৰা দুঃচিন্তা আঁতৰি থাকে। মই সেই কাৰণেহে সামান্য পৰিশ্ৰম কৰিছো। বেচি কষ্ট কৰা ভাল নহয় কাৰণে বেচিকৈ নকৰো। কাম কৰাত লাজ বা ভয় কৰা উচিত নহয়। নিজ হাতে কাম কৰিলে তহঁতৰো সুখ, দুখ, কষ্ট মই উপলব্ধি কৰিব পাৰিম। তহঁতেও কামত উৎসাহ পাবি। খেতি দৰা ভাল হ'লে মোৰ মনত আনন্দ লাগিব। মই কাম কৰা কাৰণে তহঁতে বেয়া নাপাবি। ৰবিৰাম আঘোনাই সদানন্দক আৰু আপত্তি নজনালে। চম্পাক টান কাম কৰিবলৈ নিদিয়ে। তাই অন্তঃস্বত্তা। এনে অৱস্থাত লঘুকাম কৰা ভাল। টান, কষ্টৰ কাম কৰা ভাল নহয়। খোৱা বোৱাতো চম্পাৰ যত্ন লোৱা হয়। পুষ্টিকৰ আহাৰৰ যোগান ধৰা হয়। চম্পাই সদানন্দৰ ওচৰত নিজ কন্যাৰ স্থান লাভ কৰি অতীতৰ দুখৰ দিন বিলাকৰ কথা লাহে লাহে পাহৰি গ'ল। আঘোনাই ঠিক কথাই কৈছিল। ঋষিতুল্য লোক। ইয়াত মানুহকে লগ পাবা। তাই উপলব্ধি কৰিব পাৰিছে। সদানন্দই চম্পাৰ পিতৃ আৰু মাতৃৰ দৰে হৈ পৰিল। কি খাব লাগে, কি খাব নালাগে, কি কৰা উচিত, কি কৰা উচিত নহয় সকলো পৰামৰ্শ দিয়ে। চম্পাই জীৱনৰ মায়া এৰিবলৈ গৈ মায়াৰ মাজত বান্ধ খাই পৰিল। জীয়াই থকাৰ আগ্ৰহ বাঢ়িল। ভয়, শংকাই তাইক এতিয়া আমনি নকৰে। তাই ভাবে নিজৰ মামা, মামী, মাহী, শাহুহঁতৰ লগত অনাত্মীয় ৰবিৰাম, আঘোনা আৰু সদানন্দৰ প্ৰভেদ কিমান? তুলনা কৰি তাই আচৰিত হয়।

ঈশ্বৰ বিশ্বাসী সদানন্দৰ নিৰাশ্ৰিত সকলক আশ্ৰয় দিয়া কাৰ্য্য ঠন ধৰি উঠিল। প্ৰাতঃভ্ৰমনেও সোণমাক সন্তুষ্ট কৰিব পাৰিছে। সত্তোৰ্দ্ধশীতা গৰাই সদানন্দক উপহাৰ দি ভাল পায়। সদানন্দৰো প্ৰাতঃভ্ৰমণৰ কাৰণে সোণমাৰ পাৰকে বেচি পছন্দ কৰে। কৈশোৰত সোণমাই দিয়া বিমল আনন্দত উদ্বুদ্ধ হৈ পৰা সদানন্দৰ অন্তৰাত্মা

পৱিত্ৰতাৰে বিৰাজমান। পৱিত্ৰতাৰ পৰীক্ষা ল'বলৈকে এটাৰ পিচত এটাকৈ গঙ্গাই তেওঁলৈ উপহাৰ আগবঢ়ায়। মাত্ৰ সাতদিনৰ ব্যৱধানত এখনি সোণৰ প্ৰতিমা গঙ্গাৰ পাৰত ভূ-শয্যাত শয়ন কৰি থকা সদানন্দৰ দৃষ্টিগোচৰ হ'ল। প্ৰতিমাখন গঙ্গাই আগবঢ়োৱা উপহাৰ নহয়। তেওঁ ৰখি আছে মাত্ৰ। ৰক্তাক্ত কন্যা শিশুটিক অনাথিনী কৰি এৰি যোৱাৰ পিচত মাতৃ সোণগঙ্গাই চকুলো টুকি চাই আছে। কন্যাটি যৌৱনপ্ৰাপ্ত, যোড়শী যুৱতী। কামুক নৰদানৱৰ অমানুষিক অত্যাচাৰৰ বলি বুলি সদানন্দই ঠাৱৰ কৰিলে। পলাশ কুসুম সদৃশ, চেতনা বিহীন, অৰ্ধ নগ্না যুৱতীৰ অৱস্থা দেখিলে পাষানো বিগলিত হ'ব। সদানন্দৰ দৰে দৰদী লোকৰ কাৰণে চকুত প্লাৱন অহা স্বাভাৱিক কথা। সদানন্দ উচপ খাই উঠিল। মানুহ জানো ইমান নিষ্ঠুৰ হ'ব পাৰে? সভ্য মানুহৰ পৰা এনে নিদাৰুণ ঘটনা কেনেকৈ সম্ভৱ হ'ল? কেৰাটাও শ্বাপদৰ দ্বাৰা সংঘটিত হোৱা বুলি তেওঁৰ ধাৰণা হ'ল যুৱতীৰ অৱস্থাটো দেখা পায়। প্ৰাতঃভ্ৰমণ কালত সদানন্দৰ লগত সদায় এখন চাদৰ থাকে। আজি চাদৰখনৰ প্ৰয়োজন হ'ল। বস্ত্ৰহীনা গাভৰুৰ শৰীৰটো চাদৰখনৰে ঢাকি দিলে। 'জাপি, লাঠি, টঙা' এই তিনি নহ'লে দিনতে কণা।' আপ্ত কথাষিনিৰ মূল্য প্ৰমাণিত হ'ল। আজি তেওঁ উপলব্ধি কৰিছে সেই কথন। বস্ত্ৰহীনা গাভৰুক কেনেকৈ নিব? এৰি যাবও নোৱাৰে। গাভৰুক কোনোমতে কোলাত তুলি ল'লে। প্ৰাতঃ ভ্ৰমণ সামৰি ঘৰমুৱা হ'ল।

সদানন্দ গৈ গেটত হাত দিলে। খট্‌কৈ হোৱা শব্দ শুনি চম্পাই মূৰ তুলি চালে। তাই চোতাল সাৰি আছিল। সদানন্দৰ কোলাত কিবা বস্তু অনা দেখা পাই তাই আঘোনা আৰু ৰবিবামক মাতিলে।

— আঘোনাকাই, ৰবিকাই বেগেতে আহা। কি বুলি দুয়ো উধাতু খাই দৌৰি আহিল। চম্পাৰ কিবা হোৱা বুলি সিহঁতৰ ভয় হ'ল। মতাৰ কাৰণ বুজিব পৰা নাই।

— কিয় চিএৰিছ আইজনী? আঘোনাই সুধিলে।

— গেটলৈ চোৱা, পিতাই কি আনিছে। গেটলৈ চাই দুয়ো সদানন্দক দেখা পালে। সিহঁতৰ বুজিবলৈ বাকী নাথাকিল। আজিও কোনো দুৰ্ভগীয়া বা দুৰ্ভাগিনীয়ে দেউতাৰ কোলা শুৱনি কৰিছে। দুয়ো আগবাঢ়ি গ'ল। আঘোনাই দিয়ক দেউতা বুলি হাত পাতিলে। — হো ল বুলি সদানন্দই আঘোনাৰ হাতত দিলে।

আঘোনাই নিজৰ কোলাতলৈ চালে। ৰক্তৰঞ্জিত কোমল কুসুম। আঘোনাই আজি লাজ কৰা নাই। বিপদগ্ৰস্তাক স্পৰ্শ কৰাত দোষ নাই। উদ্ধাৰৰ কাৰণে স্পৰ্শ কৰিবই লাগিব। চম্পাক পিচফালৰ বাৰান্দাত কঠ এখন পাৰি দিবলৈ কৈ আঘোনা গৈ পিচফালৰ বাৰান্দা পালেগৈ। চম্পাই পাৰি দিয়া কঠখনতে যুৱতীক শুৱাই দিলে। যুৱতীৰ অৱস্থা দেখি তিনিও উচপ খাই উঠিল। কোনে কৰিলে এনে অৱস্থা। ফুলনি শুৱাই তোলা কুসুমপাহ কোন নিষ্ঠুৰে ভৰিৰে মোহাৰি থৈ গ'ল? চম্পাই কামৰ উৱাদিহ পোৱা নাই। তাইৰ জীৱনত নিজ চকুৰে দেখা পোৱা অকল্পনীয় প্ৰথম ঘটনা। ৰবিৰামে ইতিমধ্যে জুই একুৰা ধৰি আনিছে। সদানন্দই চম্পাক কাপোৰ এযোৰ আনিবলৈ কৈ নিজে ফাৰ্ষ্ট এইড বক্সটো আনিলে। আঘোনাক তেতেল পানীৰে

ক্ষতচিহ্নবোৰ ধুৱাই দিবলৈ ক'লে। তেজ বন্ধ হোৱা নাই। চম্পাই গাৰ কাপোৰখিনি সলাই দিলে। ক্ষত স্থানত এণ্টিচেপ্তিক মলম লগোৱালে। অভিজ্ঞ নাৰ্চৰ দৰে আটাইকেইজন শুশ্ৰূষা কৰাত ব্যস্ত হৈ পৰিল। হাত এখনত ধৰি সদানন্দই পৰীক্ষা কৰি চালে। ঠিকেই পাইছে। হাতৰ পাল্‌চ স্বাভাৱিক যেন অনুমান হ'ল। অচেতন হ'লেও ৰক্ত সঞ্চালনত বিজুতিৰ লক্ষণ নাই। চেতনা অহালৈ বাট চাব লাগিব। ৰবিৰাম আঘোনাক কামলৈ পঠাই দি নিজে মূঢ়া পাৰি বহি ল'লে। চম্পা গৈ চাহ কৰাত লাগিল। আটাইকেইজনে একোকাপ চাহ খাই ল'লে। চম্পাই যুৱতীৰ অৱস্থাৰ বিষয়ে বুজিব পৰা নাই। তাই বাচি আছেনে নাই ধৰিব পৰা নাই।

— পিতা, বাচিবনে? উৎকণ্ঠাৰে চম্পাই সুধিলে।

— আশা আছে মা। বিষন্ন মনেৰে সদানন্দই উত্তৰ দিলে। ঈশ্বৰৰ ইচ্ছাৰ ওপৰত ভৰষা। গাটো চেঁচা পৰি আছে। গৰম সেক দি গাটো গৰম কৰিব লাগিব। গা গৰম হ'লেহে চেতনা ঘূৰি অহাৰ আশা কৰিব পাৰি। তেতিয়াহে বাচিব বুলি ক'ব পাৰিম। সদানন্দৰ পৰা আশাব্যঞ্জক কথাখিনি শুনি চম্পাই কাপোৰ গৰম কৰি যুৱতীক সেক দিব ধৰিলে। মাজে মাজে গাত হাত দি উষ্ণতা পৰীক্ষা কৰি থাকিল।

'আত্মবৎ সৰ্ব্বভূতেষু' কথাষাৰ সদানন্দৰ ক্ষেত্ৰতে প্ৰযোজ্য। যিসকলে সকলো প্ৰাণীক নিজৰ দৰে দেখা পায় তেওঁহে ইমান দৰদী হ'ব পাৰে। লোক প্ৰশংসো বা লোক নিন্দাৰ প্ৰতি তেওঁৰ চিন্তা নাই। কৰণীয় বুলি ভাবিলে কৰে। দেশপ্ৰেমিক বা সমাজ প্ৰেমিক হোৱাৰ কাৰণে অভিলাষী নহয়। নিৰ্য্যাতীত, নিপীড়িত, দুৰ্দশা গ্ৰস্তলোক দেখা পালে চকুলো বয়। সহায়ৰ হাত আগবঢ়ায় শান্তি পায়। ছোৱালীজনীৰ মুখলৈ চাই থাকি শোকত কাতৰ হৈ পৰিল। গোলাপৰ পাহিৰ দৰে সুকোমল আৰু সৌন্দৰ্য্যৰে ভৰপূৰ কন্যাটিক পিতৃ-মাতৃৰ হৃদয় শূণ্য কৰি কোন পাষানে আনি মোহাৰি পেলালে? সেই পিশাচহঁতৰ অন্তৰত দয়ামায়া বুলি একো নাইনে? এই নিকৰুণ অৱস্থাৰ কথা জানিলে পিতৃ-মাতৃৰ হিয়া ভাঙি চুৰমাৰ নহ'বনে? কোন পাষণ্ডই এই অৱস্থা কৰিলে? চেতনা নোপোৱালৈকে জনাৰ উপায় নাই।

দুঘণ্টামান পিচত চকুৰ পতা লৰচৰ কৰা যেন লাগিল। চম্পাই ওচৰতে বহি চাই থাকিল। সদানন্দ অলপ আঁতৰি বহিল। চম্পাই ক'লে — পিতা চকু পচাৰিছে। চকু মেলা নাই। সদানন্দয়ো চকুৰ পচাৰ দেখা পালে।

— মা চম্পা, তুমি অলপ গাখীৰ আনাগৈ। চকু মেলিলেই গাখীৰ অকণ মুখত দিব লাগিব। সদানন্দৰ কথামতে চম্পাই গাখীৰৰ যোগাৰ কৰি ছোৱালীজনীৰ কাষ চাপি বহিল। চকুলৈ চাই ৰ'ল। কেতিয়া চকু মেলিব? কেতিয়া গাখীৰ এচামুচ মুখত দিব পাৰিব? অধীৰ আগ্ৰহৰে বাট চাই আছে। নিজৰ অতীতৰ লগত বিজাই চাবলৈ বিচাৰি উবাদিহ বিচাৰি পোৱা নাই। দুটা বেলেগ পথৰ যাত্ৰী। নিজৰ পথ কণ্টকময় কিন্তু যুৱতীৰ পথত কণ্টকৰ চিন দেখা পোৱা নাই। দেখা পোৱা যায় আকস্মিক দুৰ্ঘটনাত পতিত হোৱাৰ লক্ষণ।

অবিবাহিতা। সদানন্দৰ মুখৰ পৰা কথাখিনি ওলাল।

— ময়ো ভাবিছো। সমৰ্থনৰ সুৰত চম্পাই ক'লে।

— চম্পা, চকু মেলিলে চামুচৰে গাখীৰ অকণ মুখত দিবা। হ'ব পিতা, বুলি চম্পাই যুৱতীৰ চকুলৈ চাই ৰ'ল। চকু মেলি যুৱতীয়ে চম্পাক দেখা পালে। মুখৰে কোনো কথা নক'লে। ক'ব পৰা নাই। গাটোও লৰচৰ কৰিলে। উস্ আস্ শব্দ উচ্চাৰণ হ'ল। কষ্ট পাইছে। চম্পাই গাখীৰ এচামুচ মুখত দিলে। শুকান ওঁঠ জীপাল হ'ল আৰু এচামুচ দিলে। আপত্তি নকৰাকৈ খালে। কেই চামুচমান গাখীৰ খোৱাৰ পিচত মুখ জপালে। চকু দুটা মুদি দিলে। অতৃপ্ত আত্মাই তৃপ্তি লাভ কৰিলে। কিছু সময়ৰ পিচত চকু মেলি চালে। চম্পাক দেখি সুধিলে — আপুনি?

— মই তোমাৰ বাইদেউ। চম্পাই উত্তৰ দিলে।

— বাইদেউ? কোন বাইদেউ?

— জানিবা, আগতে সুস্থ হৈ লোৱা।

— এৰা মই অসুস্থ। সিহঁতে মোক বৰ কষ্ট দিলে। আপুনি সিহঁতক দেখিছে?

— নাই দেখা। ইয়াত সিহঁত কোনো নাই।

— সিহঁতে মোক অত্যাচাৰ কৰি পেলাই থৈ গুছি গৈছে। যাওক, আপুনি মোক কেনেকৈ পালে?

— এতিয়া কথা নক'বা। তুমি দুৰ্বলহৈ আছা। গাখীৰ গিলাচ খাই লোৱা।

— মই নিজে উঠি বহিব নোৱাৰো। মোক ধৰি দিয়ক। মই বহো। চম্পাই যুৱতীক ধৰি বহুৱাই দিলে।

— উস্ বৰ কষ্ট পাইছো বাইদেউ। দিয়ক গাখীৰখিনি খাই লওঁ। চম্পাই গাখীৰ গিলাচ খুৱাই দিলে। গাখীৰ খাই সুস্থ অনুভৱ কৰিলে। চাৰিওফালে চালে। সদানন্দ কাষ চাপি গ'ল। সদানন্দলৈ তাই একেথৰে চাই থাকিল।

সদানন্দই নিৰ্ভয় দি ক'লে — মা তোমাৰ আৰু কোনো চিন্তা নাই। এওঁ তোমাৰ বাইদেউ আৰু মোক তোমাৰ পিতা বুলি ভাবিবা।

— মই ইয়ালৈ কেনেকৈ আহিলো?

— সকলো কথাই জানিব পাৰিবা। এতিয়াও তুমি কথা পাতিব পৰা হোৱা নাই। তুমি সবলহৈ লোৱা। বাইদেৱে তোমাৰ যত্ন ল'ব। তুমি সোনকালেই সুস্থ হ'ব পাৰিবা। চম্পা, এওঁক বিচনালৈ নি তাতে শুৱলৈ দিয়া। যোৱা মা, চম্পাৰ বিচনাতে তুমি জিৰণি লোৱাগে। গাটো ভাল লাগিব। চম্পাই ছোৱালীজনী ধৰি লৈ গৈ বিচনাত শুৱলৈ দিলে। চম্পাই তাইক শুৱাইথৈ পাকঘৰত সোমাল। ৰবিৰাম আৰু আঘোনা আহি চম্পাৰ পৰা ছোৱালীজনীৰ খবৰ ল'লে। ছোৱালীজনী সুস্থ হোৱাৰ পথত অগ্ৰসৰ হোৱা বুলি জানি সিহঁতৰো ভাল লাগিল। সদানন্দই গা ধুই নিজ কৰ্মত ব্যস্ত হ'ল। যুৱতীৰ চকুত টোপনি নাই। তাইক কোনে কেনেভাবে চলনা কৰি আনিলে, কিহত আনিলে, কেনেদৰে উৎপীড়ন কৰিলে তাৰ চিত্ৰ এখন চকুৰ আগত আহি দেখা দিলেহি। সিহঁতে তাইক কিয় এনে প্ৰতাৰণা কৰিলে? হাজাৰ প্ৰশ্নই তাইক জুমুৰি দি ধৰিলে। নতুন মানুহ, নতুন ঘৰ, ক'ত আছেহি? কোনে আনিলে ইয়ালৈ?

একো উত্তৰ বিচাৰি পোৱা নাই।

পিচদিনা আবেলিহে সদানন্দই ছোৱালীজনীৰ লগত কথা পাতিবলৈ আগ্ৰহী হ'ল। ছোৱালীজনীৰ দুখ লগা অৱস্থাটো আৰু দুৰ্বলতাৰ কথা উপলব্ধি কৰিয়েই তাইক আমনি দিয়া নাছিল। এতিয়াও তাইৰ মানসিক শক্তিৰ বুজ লৈহে কথা পাতিবলৈ স্থিৰ কৰিলে।

— মা গাটো অলপ ভাল পাইছানে?

— অলপ ভাল পাইছো পিতা। ক'মা নাই।

— কথা পাতিব পাৰিবা? অসুবিধা পালে থাকক, পিচত পাতিম।

— পাৰিম পিতা। যি জানিব বিচাৰে সোধক মই কৈ যাম।

— পাৰা যদি প্ৰয়োজনীয় কথা কেইটামান সোধো। বেচি সুধি তোমাক কষ্ট নিদিওঁ। প্ৰথম তোমাৰ নামটোকে কোৱা।

— মোৰ নাম পাপৰি বৰুৱা।

— তোমাৰ মা, দেউতা কোন আছে আৰু ঘৰৰ পৰিচয় জানিব বিচাৰো।

— দেউতাৰ নাম প্ৰাঞ্জল বৰুৱা, মাৰ নাম পৰিণীতা বৰুৱা, দাদাৰ নাম জয়ন্ত বৰুৱা। আমাৰ ঘৰ মাজগাৱঁত। দেউতা, মা দুয়ো উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰে। দাদাই বিশ্ববিদ্যালয়ত পঢ়ি আছে। মই এই বছৰ বি এ পাচ কৰিছো। পাপৰিয়ে সম্পূৰ্ণ পৰিচয় দিলে।

— তোমাক যি অৱস্থাত সোণগঙ্গাৰ পাৰত পাই আনিছো তাৰপৰাই অনুমান হয় তুমি কোনোবা নৰপশুৰ কামনাৰ বলি হৈছা। কেইটা পশুৱে তোমাৰ এনে অৱস্থা কৰিছে? সিহঁতক তুমি চিনি পোৱানে?

— পিতা দুৰ্ভাগ্যই যেতিয়া মানুহক গ্ৰাস কৰে তেতিয়া মানুহে বিবেকক হেৰুৱায়। ময়ো মোৰ বিবেকক হেৰুৱালো। নহ'লে মোৰ এনে অৱস্থা নহয়। তিনিওটাই মোৰ সহপাঠী। সিহঁতে যে এনেদৰে বিশ্বাসঘাটকতা কৰিব মই ভৱা নাছিলো।

— হোৱা কথা হৈ গ'ল। তাক নোহোৱা কৰিব নোৱাৰা। মই তোমাক সোণগঙ্গাৰ পাৰত পালো। তুমি বিপদগ্ৰস্তা। মই পাই আনিলো। তোমাৰ শুশ্ৰূষা কৰা হ'ল। তোমাৰ মা, দেউতাই এই কথা জনা নাই। ঘৰৰ পৰা তুমি হেৰাই গ'লা। তোমাক মা, দেউতাৰ কাষত থৈ অহাতো মোৰ কৰ্ত্তব্য। তাৰোপৰি কেচ হিচাপে থানাত জনোৱা দৰকাৰ। নজনালে পিচত বিপদ আছে। মই ভাবো তোমাক নি ঘৰত থৈ আহিলে বা তোমাৰ ঘৰত খবৰ দিলে ভাল হয়। তুমি পঢ়া ছোৱালী। যিটো কৰিলে ভাল বুলি ভাবা মই তাকে কৰিম।

— পিতা, আপোনাৰ কথা মই বুজি পাইছো। আপুনি কিহলৰ ভয় কৰিলে মোক আপোনাৰ ঘৰৰ পৰা ওলাই যাবলৈ কওক। মই নিজে নিজৰ পথ বাচি ল'ম। যদি কৰ্ত্তব্য বুলি ভাবিছে, তেন্তে আপুনি কোৱা এটা পথো ল'ব নালাগে। আপোনাক পিতৃ হিচাপে ল'বলৈ মোক কৈছে। ময়ো আপোনাক পিতৃ হিচাপেই লৈছো। আপুনি মোক আপোনাৰ কন্যা হিচাপে আশ্ৰয় দিলে শান্তি পাম।

পাপৰিৰ কথা তাত থকা এটা প্ৰাণীয়েও বুজিব পৰা নাই। সদানন্দয়ো বুজি পোৱা নাই। ছোৱালীজনী কিয় ঘৰলৈ যাবলৈ অমত। এজনী ছোৱালীক আশ্ৰয় দিব পৰা সামৰ্থতা তেওঁৰ আছে। বিপদলৈকো ভয় কৰা নাই। কিন্তু ঘৰৰ প্ৰতি তাইৰ এই বৈৰাগ্য কিয়? মাক, দেউতাকে তাইক আদৰি নল'ব বুলি ভয় নেকি? পাপৰিয়ে নিজে বুজাই নক'লে বুজি পোৱা টান।

— ঘৰত তোমাক আদৰি নল'ব বুলি ভয় কৰিছা?

— কিয় আদৰি নল'ব পিতা? মোক হেৰুৱাই মা, দেউতাইঁতে যি দুখ পাইছে সেই দুখ তেওঁলোকে এদিন পাহৰি যাব পাৰিব। এবাৰ যি দুখ পাইছে সেই দুখকেই পাবলৈ দিয়ক পিতা। নতুনকৈ আৰু দুখ পাবলৈ নিদিব।

— মই তোমাৰ কথা বুজা নাই। মোক বুজাই কোৱা।

— পিচত বুজাই ক'ম পিতা। আজি আৰু কথা কোৱা বা চিন্তা কৰাৰ শক্তি নাই।

— পিচতেই ক'বা বাৰু। আজি তোমাক জোৰ নকৰো।

০ ০ ০

পাপৰিৰ আৰু ঘৰলৈ যোৱা নহ'ল। থানাটো কেচ দিব নোৱাৰিলে। চম্পাৰ লগ হ'ল। এই কেইদিনৰ নিঃসঙ্গতা আঁতৰিল।

প্ৰাঞ্জল পৰিণীতাই কন্যাৰ কাৰণে অপেক্ষা কৰি হতাশ হ'ল। ৰাতিটো বিচনাত চটফটাই কটালে। পিচদিনা খবৰ পাই জয়ন্ত ঘৰ পালেগৈ। সাম্ভাব্য স্থান সমূহত খবৰ কৰি শুংসূত্ৰ নাপালে। স্থানীয় থানাত কেচ এটা দিয়া হ'ল। পুলিচে বিচাৰিও একো উলিয়াব নোৱাৰিলে। সকলো চেষ্টা ব্যৰ্থ হ'ল। পাপৰি বৰুৱা যেন শূণ্যৰ লগত মিলি গ'ল।

পাপৰিৰ পৰা চম্পাই বহুতো নজনা কথা শিকিলে। দুয়ো বাই-ভনীৰ দৰে সুখ-দুখৰ কাহিনীবোৰ প্ৰকাশ কৰি বিষাদ ডাৱৰ দূৰলৈ ঠেলি পঠালে। পাপৰিৰ বেদনা আৰু চম্পাৰ বেদনা একে নহয়। চম্পা আজন্ম দুখুনী আৰু পাপৰি দুৰ্ঘটনাত পতিতা। পাপৰি শিক্ষিতা, বুদ্ধি দীপ্তা। ধৈৰ্য্য আৰু সাহসো অসীম। দূৰদৰ্শিনীও। চম্পাৰ শিক্ষা বুলিবলৈ নাই। সামান্য পঢ়িব পাৰে। ভয় বেচি। সাহস কম। ধৈৰ্য্য কম, বুদ্ধিও কম। পাপৰিয়ে চম্পাক সান্ত্বনা দিয়ে। অতীতক পাহৰি যাবলৈ বুজায়।

চম্পাৰ পৰা কামৰ বোজা পাপৰিয়ে ভগাই লৈছে। চম্পাৰ পৰা সন্ধ্যাৰাণী, ৰঞ্জন, বিজনহঁতৰ বিষয়ে পাপৰিয়ে কিছু জানিছে। সদানন্দই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ কথা, গুৱাহাটীত মাটি ঘৰ থকাৰ কথাও জানিব পাৰিছে। গুৱাহাটীত নিজৰ ঘৰ মাটি থকা সত্বেও তাত নাথাকি কিয় গাৱঁত আছেহি জানিব পৰা নাই। আলমাৰিত থকা কিতাপখিনিয়ে সদানন্দক এজন পণ্ডিত লোকৰ পৰিচয় দিয়ে। সদানন্দৰ লগত কথা পাতি পাপৰি সদানন্দৰ কাষ চাপি যাব পাৰিছে। পিতৃৰ পৰা

পাব পৰা মৰমো পাইছে। সদানন্দই পাপৰিৰ দৰে শিক্ষিতা আৰু জ্ঞানী ছোৱালী এজনী পাই মনখুলি কথা পতাৰ লগ এটা পাই সুখী হোৱা যেন লাগিছে। সদানন্দ গাৱঁত থকা কথা জানিবলৈ পাপৰি আগ্ৰহী হৈ পৰিল।

দুপৰীয়া খোৱাৰ পিচত সদানন্দই আগফালে বাৰান্দাত আৰামী চকীখনত বহি জিৰণি লোৱাৰ অভ্যাস। পাপৰিও গৈ ওচৰত বহি কথা বতৰা পাতে। আজিও পাপৰিগৈ সদানন্দৰ ওচৰত বহিল। চম্পাও আহি ওচৰতে বহিলহি। দুই এটা কথা বতৰা পতাৰ পিচত পাপৰিয়ে ক'লে — পিতা বেয়া নাপালে কথা এটা সোধো —

— সোধা, বেয়া কিয় পাম?

— চম্পাবাৰ পৰা জানিব পাৰিছো গুৱাহাটীত আপোনাৰ ঘৰ, মাটি আছে। আপুনি ভাল চাকৰিও কৰিছিল। চাকৰি কৰা কালত নগৰতে আছিল। এতিয়া গুৱাহাটীত নাথাকি গাৱঁত আহি থকাৰ কাৰণ কি?

— অ' এইটো কথা? ক'ম, কিয় নক'ম? চম্পা তুমি আঘোনা আৰু ৰবিৰামকো মাতি আনা। সিহঁতেও জনাৰ আগ্ৰহ কৰিছিল। আজি এ.কেলগে আটাইকেইটাকে কওঁ। চম্পাই আঘোনা আৰু ৰবিৰামকো মাতি আনিলে। সিহঁতেও মূঢ়া পাৰি ওচৰত বহিল।

সদানন্দই আৰম্ভ কৰিলে — মোৰ পৰিচয়ৰ বিষয়ে তোমালোকে জানিব পাৰিছাই। মায়েৰাক পঠাই দি মই অকলশৰীয়া হ'লো। যিটো কাৰণত মই আমেৰিকালৈ নগ'লো। গুৱাহাটীত থাকিও মই তাকে পালো। গুৱাহাটীতো মোৰ লগ নোহোৱা হ'ল। কেইদিনমান কিতাপ পঢ়ি সময় কটালো। ল'ৰা এটা আছিল, সিয়েই ৰন্ধাবঢ়া কৰিছিল। লগ কেনেকৈ পাম চিন্তা কৰিলো। চিন্তাৰ মাজতে গুৱাগমণি নামটো মনলৈ আহিল। গুৱাগমণি মোৰ জন্ম ঠাই। তাত আমাৰ ভালেখিনি মাটি আছে। সেই মাটিত বেলেগ মানুহে খেতি কৰি খাই আছে। মই নিজে কৃষি বিভাগৰ চাকৰিয়াল। মই নিজে গৈ সেই মাটিত খেতি কৰিব পাৰিলে মোৰ ব্যস্ততা আনিব পাৰিম। তাত লগ পাম বহুতকে, প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰিব পাৰিম। অতীতকো নিমন্ত্ৰণ কৰি আনন্দ লাগিব। শৰীৰটোও ভালে থাকিব। নিঃসঙ্গতা নোহোৱা হ'ব। দুদিন চিন্তা কৰি চালো। মাটিখিনিত দুখীয়া মানুহে খেতি কৰি পোহপাল গৈ আছে। সিহঁতৰ মুখৰ ভাত কাঢ়ি খোৱাৰ ইচ্ছাও মোৰ নাই। এবাৰ মাটিখিনি চাই আনক অসুবিধা নিদিয়াকৈ কিবা কৰিব পাৰোনে চিন্তা কৰিলো। এদিন ইয়ালৈ আহিলো।

— ইখন গাৱঁৰ নাম গুৱাগমণি নেকি পিতা? পাপৰিয়ে জানিবলৈ আশা কৰিলে।

— এইখন গাৱঁৰ নামেই গুৱাগমণি। তোমালোক দুজনীক পাই অনা নদীখনৰ নাম সোণগঙ্গা।

— বৰ সুন্দৰ নাম, নামকেইটা কোনে দিছিল পিতা?

— কোনে দিছিল নাজানো। মোৰ জন্মৰ আগৰে পৰা নাম দুটা আছে। নাম দুটাৰ বিশেষ কাৰণ থকা বুলি শুনিছো।

— কি কাৰণ পিতা?

এসময়ত এইখন গাৱঁত শুৱাগমণি ধানৰ বাহিৰে আন ধানৰ খেতি কৰা নহৈছিল। খেতিও বৰ ভাল হৈছিল। শুৱাগমণি ধানৰ ভাতৰ সোৱাদেই বেলেগ। পিচলৈ সেই ধান পাবলৈ নোহোৱা হ'ল। নতুন নতুন ধানৰ সঁচ আমদানী হোৱাত পুৰণিখিনি হেৰাই গ'ল। কিন্তু গাওঁখনৰ নামটো আজিও আছে।

সোণগঙ্গা নামৰ বিশেষত্ব হৈছে, সুদীৰ্ঘ গতিপথ সমতল হোৱা কাৰণে নদীখনৰ গতি ধীৰ আৰু ইয়াৰ পানী পৰিষ্কাৰ। পৰ্বতমালাৰ তুষাৰ গলিত কাৰণে শীতল। সেইকাৰণে নদীখনক পবিত্ৰ বলি মানুহৰ বিশ্বাস জন্মি গঙ্গা নাম দিয়া হ'ল। তদুপৰি পুৰণি কালত এই নদীৰ বালিৰ লগত সোণৰ কণিকা মিহলিহৈ থকা বুলি শুনিছো। সেই কাৰণে নদীখনৰ নাম সোণগঙ্গা হ'ল।

— এতিয়াও সোণৰ কণিকা আছেনে পিতা?

— এতিয়া সোণৰ কণিকা পোৱা নাযায় যদিও নামটো একে আছে।

— আপোনালোকৰ ইয়াত কিমান মাটি আছে?

— বাৰীখনত দহবিঘা আৰু পথাৰৰ মাটি বিশ বিঘা আছে। পথাৰৰ বিশ বিঘা মাটিত গাৱঁৰ দুজন মানুহে ধানখেতি কৰিছিল। এই বাৰীখন এনেয়ে জঙ্ঘলহৈ পৰি আছিল।

— আপোনাক সিহঁতে ধান দিছিলনে পিতা?

— পিতা থকালৈকে দি আছিল। পিতা ঢুকুৱাৰ পিচত ময়ো অহা নাই, সিহঁতেও দিয়া নাই।

— ককা ইয়াত অকলে আছিল নেকি?

— পিতা আৰু মা দুয়ো ইয়াতে আছিল। মই যোৰহাটত থাকোতে পিতা আৰু মাক তালৈ যোৱাৰ কাৰণে কৈছিলো! পিতা যাবলৈ সন্মত নহ'ল। তেওঁলোক ইয়াত অকলে থাকিব লগা হোৱা নাছিল। ইয়াত পিতাৰ এখন সংস্কৃত টোল আছিল। দয়ানন্দ ভট্টাচাৰ্য্যৰ সংস্কৃত টোলৰ সুনাম আছিল। পিতা টোলৰ অধ্যক্ষ আছিল। তেখেতৰ লগত তিনিজন অধ্যাপক ইয়াতে আছিল। ছাত্ৰাবাসত ছাত্ৰসকল আছিল। তেওঁলোকেই পিতা, মাৰ যত্ন লৈছিল। দুবছৰ আগতে নব্বৈ বছৰ বয়সত পিতাৰ পৰলোক প্ৰাপ্তি হোৱাত মাক মই নি গুৱাহাটীত ৰাখিছিলো। তাত ছমাহ থাকি মাৰো পৰলোক প্ৰাপ্তি ঘটে।

— পিতা যোৰহাটলৈ যাবলৈ অমান্তি হোৱাত এই ঘৰটো মই সজাই দিছিলো। তাৰ আগতে ইয়াত সৰু সৰু খেৰি ঘৰহে আছিল। সংস্কৃত টোলখন আছিল কাৰণে ঘৰটো ডাঙৰ কৰিয়ে সজাইছিলো। পিতাৰ বয়স বেচি হোৱা কাৰণে স্বৰূপানন্দ শৰ্ম্মা নামৰ জ্যেষ্ঠ অধ্যাপকজনক অধ্যক্ষ পাতি দি পিতাই উপদেষ্টা হিচাপে পাঁচবছৰ কটালে। পিতা ঢুকুৱাৰ এবছৰৰ পিচত তেওঁলোকে টোলখন চলাব নোৱাৰা কাৰণে বন্ধ হৈ গ'ল। ঘৰটো এবছৰ কাল এনেদৰে পৰি থাকিল।

— আমাৰ পথাৰত খেতি কৰা মানুহ দুটাৰ এটাৰ নাম শাওনা আৰু আনটোৰ

নাম কাতিয়া। সিহঁতেই মাজে সময়ে আহি ঘৰটো চাইছিল। মই ইয়াতে ডাঙৰ হোৱা বাবে ইয়াৰ বাট পথ আৰু কিছু মানুহ চিনি পাওঁ। ইয়ালৈ মাটি চাবলৈ আহি শাওণা আৰু কাতিয়াক লগ পোৱাৰ কথা ভাবিলো। বাছৰ পৰা নামি অলপ দূৰ আগবাঢ়োতে দুয়োটাকে একেলগে লগ পালো। মোক দেখা পাই দুয়ো কাষচাপি আহিল।

— দেউতা আমালৈ কি মনত পৰিল? বহুতদিনৰ মূৰত আহিলযে? মোৰ মুখলৈ চাই শাওণাই সুধিলে।

— বহুতদিনৰ মূৰত আহিলো দে। কাম নাথাকিলে আহি ভাল নালাগে। কেনে আছ? ভালে আছ নহয়?

— হয় দেউতা ভগৱন্তই ৰাখিছে যেনে তেনে।

কাতিয়া, তোৰ খবৰ কচোন?

— আপোনাৰ আশীৰ্বাদত ভালেই আছো দিয়ক। পিচে কি মন কৰিনো অহা হ'ল?

— মই কিজানি ইয়াতেই থাকিমহি। এইবাৰ খেতি বাতি কৰিবলৈ মন গৈছে।

— দউতাইযে কি কথা কয়? খেতিয়কে খেতি কৰিবলৈ এৰি নগৰলৈ গৈছে আৰু দেউতা নগৰ এৰি গাৱঁলৈ খেতি কৰিবলৈ আহিব?

সিহঁতে মোৰ কথা বিশ্বাস কৰিব পৰা নাই। কেনেকৈ পাৰিব? পিতা, ককাইঁতৰ দিনৰ পৰা একেটা ঢঙতে খেতি কৰিছে। তাকো অকল ধান খেতিহে কৰে। দুই চাৰি ঘৰে ধানৰ লগতে মাহ, তিল, সৰিয়হৰ খেতি কৰে। মাটিৰ উৰ্বৰতা কমি গৈছে। বুঢ়া গৰু হেচুকি, বুঢ়া কেইটাইহে খেতি কৰে। খেতি কেনেকৈ ভাল হ'ব। খেতিৰ প্ৰতি অনিহা নহ'ব কিয়? খেতিৰে চলিব নোৱাৰিলে কৰিব কি? সংস্থাপন বিচাৰি গাওঁ এৰি নগৰলৈ নগৈ উপায় কি? পঢ়া ল'ৰাই খেতি বুলিলে সাত জাপ মাৰে। মাক, দেউতাকেও ডাঙৰ মানুহ হোৱাৰ আশা মনত পুহি ল'ৰাক পথাৰৰ কামত হাত লগাবলৈ নিদিয়ে। গতিকে গাৱঁৰ পৰা নগৰমূখী হ'বই।

— মই সিহঁতৰ ভুল বিচাৰি পোৱা নাই। আগতে ৰাস্তাত ঠিয়হৈ চাৰিওফালে বিধে বিধে ধানৰ খেতিকে দেখা পাওঁ। পথাৰবোৰত ধানৰ পয়োভৰ দেখি মন-প্ৰাণ জুৰ পৰে। এতিয়া খেতিৰ সেই পয়োভৰ নাই। যিবিলাক খেতিপথাৰে এতিয়াও আকৰ্ষণ কৰিব পৰা হৈ আছে, সেই পথাৰবোৰৰ মালিক বা খেতিয়ক সকলক স্থানীয় ভূমিপুত্ৰ বুলি কোৱা টান। গাৱঁৰ উন্নতি বা পৰিৱৰ্তনো নোহোৱাকৈ থকা নাই। ৰাষ্টা ঘাট, ঘৰ, যাতায়ত ব্যৱস্থা, দোকান-পোহাৰ, আধুনিক চাকচিকুল উপভোগ্য সামগ্ৰীৰ চাহিদা বৃদ্ধি হৈছে। গাৱঁতো বিলাসীতাৰ প্ৰাধান্য বাঢ়িছে। লগতে এখন কৰুণ মানচিত্ৰ চকুত ভাঁহি উঠে। সেইখন হৈছে ঐক্যৰ অভাৱ আৰু ধনী, দুখীয়াৰ ব্যৱধান বৃদ্ধি। শাওণা কাতিয়াইঁতৰ দৰে মানুহৰ কাৰণে আজিৰ ছবিখন দুৰৰ পাহাৰ সদৃশ। সেইকাৰণে সিহঁতে মোৰ কথা বিশ্বাস কৰিব পৰা নাই। মই খেতি কৰিম বুলি কোৱাত সিহঁতে খেতি কৰিবলৈ দিয়া মাটিখিনি কাঢ়ি আনো বুলি ভয়ো খাইছে। শাওণাই সুধিলেই —

— দেউতা, আপুনিযে ইয়াত খেতি কৰাৰ কথা কৈছে, আমাক খেতি

কৰিবলৈ মাটি নিদিব নেকি?

— কিয় নিদিম? তইঁতে যি মাটিত খেতি কৰি আছ, কৰি থাক। মই ইয়াত ধানখেতি কৰিবলৈ নাহোঁ নহয়। মই ধান খেতি কৰাৰ কথা ভবা নাই।

— ধানখেতি নকৰি কি খেতিনো কৰিব? যি খেতিয়কে সদাই ধান খেতিকেই খেতি বুলি জানে, তেওঁলোকে আন খেতিৰ কথা ভাবিব কেনেকৈ? বাহিৰৰ পৰা ফলমূল, শাক পাচলি নাহিলে অসমৰ মানুহ কৃষি প্ৰধান ৰাজ্য হৈয়ো, কৃষিৰাজ্য হৈয়ো কৃষিহীন হোৱাৰ পথত। তাহানিৰ আম, জাম, লেটেকু, পনিয়লৰ আদৰ আজি নাই। লাইশাক, লফাশাক, বেঙেনা, জলকীয়া, আলু, কবি আদি খেতি কৰিলেও ঋতু অনুযায়ী কৰা হয়। বাৰমাহে যে কিছুমান পাচলি পোৱা যায় তাৰ অধিকখিনি বাহিৰৰ পৰাই আহে। শাওনা, কাতিয়াই সেইকথা নাজানে। সেই কাৰণে সদানন্দই কি খেতি কৰিব বুজিব পৰা নাই। তেওঁ কৃষি বিজ্ঞানী, কৃষিৰ বিষয়ে জানে কাৰণে জঙ্ঘলহৈ থকা মাটি কামত লগাবলৈ আগবাঢ়ি আহিছে।

— বাৰীখনত অলাগতীয়াল গছ আৰু জঙ্ঘলে ভৰি আছে। মই সেইবোৰ চাফা কৰাই তাতে খেতি কৰাম। ঘৰটোও এনেয়ে পৰি থাকিলে ধ্বংস হ'ব। মই এইটো ঘৰত থাকি ইয়াত খেতি কৰিলে বেয়া হ'ব নেকি?

— বেয়া কিয় হ'ব দেউতা? আপোনাৰ কাম বেয়া হ'ব পাৰেনে? পিচে গাৱঁত থাকি ভাল পাব জানো? এতিয়া আগৰ গাওঁ নাই নহয়।

— আপোন ভালেই জগৎ ভাল। মানুহ সকলো ভাল। তইঁতে মোক সহায় কৰি দিব লাগিব। পাৰিবি?

— কিবা সহায় কৰাৰ কথা কৈছে?

— মই কেইদিনমান পিচত আহিম। তেতিয়া ভাল কাম কৰা মানুহ কেইটামান মোক যোগাৰ কৰি দিব লাগিব। মোক অসমীয়া মানুহ লাগিব। আন মানুহ নালাগে।

— অসমীয়া কামলা পোৱা টান। বাৰু হ'ব দেউতা। আমি দুটা আছো। দুই তিনিটা আৰু যোগাৰ কৰিব পাৰিম।

— বলচোন, ঘৰটো আৰু বাৰীখন চাই লওঁ। তিনিও গৈ ঘৰ আৰু বাৰী চালো। মানুহ নথকা ঘৰ। বহুত বেয়া হৈছে। মেৰামতি কৰি ল'লে থাকিব পৰা হ'ব। ৰং চং কৰি ঠিকঠাক কৰি ল'লে ভাল লগা হ'ব। দমকলৰ পানী বেয়াহৈ গৈছে। নতুন এটা বহুৱাব লাগিব। প্ৰথমতে ঘৰটো ঠিক কৰি থকাৰ উপযোগী কৰি ল'ব লাগিব। তাৰ পিচত বাকী কাম কৰিব লাগিব। বাৰীখনো চালো। মূল্যবান গছ নহ'লেও ডাঙৰ গছ কেইজোপামান আছে। ভামোল নাৰিকলৰ গছো আছে। আগতে আহি লোৱাৰ কথা চিন্তা কৰি গুৱাহাটীলৈ উভতি গ'লো। বাকীখিনি পিচত কম।

— হ'ব পিতা, বুলি পাপৰি আৰু চম্পা তাৰপৰা উঠিল। কথা পাতি থাকোঁতে সন্ধ্যা লাগিল।

০০০

পিচদিনাই আটাইকেইজন গোট খাই বহিল। আজি সম্পূৰ্ণ হ'ব লাগিব। আটাইকেইজনৰে একেই চিন্তা। গাপদি থ'লে তেনেভাবেই থাকি যাব। সদানন্দই কেউজনলৈ চাই ল'লে। পৰম আগ্ৰহেৰে বহিছেহি। ইমান আগ্ৰহক উপেক্ষা কৰা সদানন্দৰ কাৰণে সম্ভৱ নহয়। কাৰো মুখত এষাৰ মাতো নাই। সকলোৰে দৃষ্টি সদানন্দৰ মুখৰ ওপৰত।

— তোমালোকৰ মুখ দেখিয়েই বুজিছো, কি কাৰণে এনেদৰে বহিছাহি। বাৰু শুনা — মই আৰু তিনিদিনমান চিন্তা কৰিব লগা হ'ল। আঁচনি এখন তৈয়াৰ কৰিলো। গাবঁলৈ যোৱাৰ আগতে গুৱাহাটীৰ ঘৰটো ভাৰা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। ঘৰটোও ডাঙৰেই। গোটেই ঘৰটো এজন ভাৰাতীয়াই লোৱা টান। তেনে ধৰণৰ ভাৰাতীয়া পালেও সহজে পোৱা টান। নিজৰ কাৰণে কোঠা এটা ৰাখি বাকী ঘৰটোৰ দুটা অংশ কৰি ভাৰা দিয়াৰ কাৰণে বেলেগ বেলেগ পাকঘৰ, পায়খানা ঘৰ বনোৱা হ'ল। দুদিনমান ভাৰাতীয়াৰ আশাত ৰ'লো। বেচিদিন ৰ'ব লগা নহ'ল। দুটা পৰিয়াল আহি দুয়োটা অংশ ল'লেহি। এইখিনি কামৰ কাৰণে কুৰিদিনমান সময় পাৰ হ'ল। যি হওক, এটা চিন্তা আঁতৰিল।

এদিন ইয়ালৈ আহি শাওণা কাতিয়াক লগ ধৰিলো। মানুহ যোগাৰ হৈছেনে নাই সিহঁতৰ পৰা বুজলৈ কোনদিনাৰ পৰা কাম হ'ব কথা পাতিলো। লেবাৰ, কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰী আদিৰ কথাও বিতংকৈ কৈ উভতি গ'লো। ঘৰটো ঠিকঠাক নোহোৱালৈকে মই গুৱাহাটীৰ পৰাই আহ যাহ কৰিলো। সেইখিনি কাম কৰাওতে পোন্ধৰ দিন সময় পাৰ হ'ল। ঘৰৰ কাম তেতিয়াও সম্পূৰ্ণ হোৱা নাই। তথাপি থাকিব পৰা যোগাৰখিনি হ'ল। যোগাৰ হোৱাত এদিন শ্ৰীবিষ্ণু বুলি আহি এই ঘৰত থকা আৰম্ভ কৰিলো। শাওণা আৰু কাতিয়াকো কেইদিনমান ইয়াতে থাকিবলৈ কোৱাত সিহঁতো থাকিবলৈ সন্মত হ'ল।

গুৱাহাটীৰ পৰা অহা-যোৱা কৰি কাম কৰোঁতে আপোনাৰ বৰ কষ্ট হৈছিল পিতা। পাপৰিয়ে নোকোৱাকৈ থাকিব পৰা নাই। ইমান বয়সত ইমান দূৰ অহা-যোৱা কৰি কাম কৰোৱা কম কথা নহয়। খোৱা বোৱাৰ ব্যৱস্থাও নাই। ঘৰৰ পৰা নিনিলে খোৱাৰ উপায় নাই।

— কষ্ট কৰিবই লাগিব মা। বিনা কষ্টৰে কি কাম হয়? মই বেচি কষ্ট অনুভৱ কৰা নাছিলো। শৰীৰৰ শক্তিতকৈ মনৰ শক্তি বেচি থকা বাবে কষ্ট কৰিব পাৰিলো। ঘৰৰ কাম চলি থাকোতেই জঙ্ঘল চাফা কৰিবলৈকো মানুহ লগালো। সকলো চাফা কৰি মাটি ঠিক কৰাৰ পিচতহে বাৰী এখন নতুনকৈ পাতিব পৰা হ'ব। সোনকালে যাতে কামত হাত দিব পাৰো তাৰ কাৰণেই দুয়োফালৰ কাম সমানে আগবঢ়ালো।

ইয়ালৈ অহাৰ পিচত বাৰীখন কেনেধৰণে পাতিম তাৰ আঁচনি কৰিলো। ধানখেতিত ধানগছৰ গুৰিত পানী জমা ৰাখিব লাগে কিন্তু উদ্যান শস্যত গছৰ গুৰিত পানী জমা হ'বলৈ দিব নালাগে। পানী যোগান ধৰিব লাগে যদিও সকলো খেতিৰ

বাবে সমান পানী নালাগে। পুলিবোৰৰ ছাঁ লাগে কিন্তু চাপৰি চেচুক হ'ব নালাগে। প্ৰথম বাৰীৰ পানী ওলাই যাব পৰাকৈ নলাৰ ব্যৱস্থা কৰি ল'লো। চাৰিওফালে বেৰা দিয়াৰ ব্যৱস্থা কৰা হ'ল। পানীৰ কাৰণে পুখুৰী খন্দালো। পাম্পচেট্ এটাও যোগাৰ কৰি ল'লো। তাৰ পিচত ওখ গছৰ ছাঁ যাতে বাৰীত পৰি আন গছৰ ক্ষতি কৰিব নোৱাৰে সেই ভাবে ওখ জাতীয় গছবোৰ উত্তৰ আৰু পশ্চিম ফালে লগোৱাৰ ব্যৱস্থা কৰি পুলি ৰোৱা কাম আৰম্ভ কৰিলো। ইমান কাম আগবঢ়াই এটা চিন্তাত পৰিলো।

— কি চিন্তা পিতা?

উদ্যানৰ প্ৰতিপালন আৰু চোৱাচিতা কৰিবৰ কাৰণে ঘৰতে থকা হিচাপে দুটা মানুহৰ দৰকাৰ। ঘৰত থাকি নিজৰ বুলি কাম কৰা মানুহ নহ'লে উদ্যান শষ্য কৰিব নোৱাৰি। হাজিৰা দি কৰোৱা কাম নহয়। ঈশ্বৰে চিন্তা যিদৰে দিলে তাৰ উপায়ো দিলে।

— কেনেকৈ পিতা?

— ইহঁত দুটাই মোৰ চিন্তা দূৰ কৰিলে। পাপৰি আৰু চম্পাই ৰবিৰাম আৰু আঘোনালৈ চালে। এৰা ঈশ্বৰে উপায় নিদিলে কোনে দিব? ধন দিলে কাম কৰা মানুহ পোৱা যায়, কিন্তু ঘৰত থাকি কাম কৰা মানুহ পোৱা টান। ৰবিৰাম তই কেনেকৈ আহি ওলালি আৰু কিয় আহিব লগা হ'ল নিজেই ক। এওঁলোকৰ কথা তইঁতে জানিছ। তইঁতৰ কথাও এওঁলোকে জনা দৰকাৰ। ইয়াত ক'বলৈ বেয়া পাব নালাগে।

— ক'বলৈ বেয়া নাপাওঁ দেউতা। পুৰণি কথা মনত পৰিলে দুখ লাগে। দেউতাই ক'বলৈ কৈছে যেতিয়া কওঁ। আইদেউ, তোমালোকে কষ্ট খালা মানুহৰ পৰা। মই মানুহৰ পৰা কষ্ট খোৱা নাই। মোক কষ্ট দিলে বুঢ়া লুইতে। লুইতৰ বলীয়া বান আৰু খহনীয়াই মোৰ বুকু ভাঙি চুড়মাৰ কৰিলে। সেই দৃশ্য মনত পৰিলে বুকুখন শোকত খুন্দা মাৰি ধৰে। কি ক'ম মোৰ দুখৰ কথা।

— মাজুলীত মোৰ ঘৰ, মাটি, ল'ৰা-ছোৱালী, তিৰোতা, গৰু-গাই সকলো আছিল। আমি দক্ষিণপাট সত্ৰৰ শিচ হওঁ। গুৰুজনাৰ তিথিত ভাওনা সবাহ পাতি ধুমধামেৰে তিথিভাগ পতা হয়। ভাওনাৰ কাৰণে সজ্জিয়া আখৰা কৰিবলৈ সদায় যাব লাগে। আমি আখৰালৈ সদায় যাওঁ। ভাদ মাহৰ কথা। ভৰ বাৰিষা কাল। বানপানীৰ বতৰ। আমি জানো। ভাদমহীয়া বান বুলিলে বুলিবৰ নাই। কথাতে কয়, 'শাওণৰ পানী ৰাৱণে খাই ভাদৰ পানীত ঘৰ তল যায়।' আগতেও বহুত বানপানী দেখা পাইছো। সেই পানীৰ মাজতে আমি ডাঙৰ হোৱা। ঘৰে ঘৰে একোখন নাও থাকেই। মোৰো নাও আছিল। থাকিলে কি হ'ব? কামত নাহিল। আখৰা ঘৰতে খবৰ পালো নদীয়ে পাৰ খহাইছে। খবৰ পাই আখৰা সামৰি সকলো মানুহ দৌৰি-ধাপৰি ঘৰমুৱা হ'ল। ময়ো তৰানৰা চিঞৰি ঘৰলৈ দৌৰ দিলো। ঘৰৰ ওচৰ পাওঁ পাওঁ হৈছোহে, কি কম আইদেউ? পোৰা কপাল, চকুৰ আগতে ঘৰ, গৰু, মানুহ সকলো হৰহৰকৈ খহি

পৰা দেখা পালো। মানুহজনীয়ে পোনা দুটাক হাতত ধৰি ঘৰৰ বাজ ওলাবই নোৱাৰিলে আইদেউ বুলি ৰবিৰামে সৰু ল'ৰাৰ দৰে কান্দিবলৈ ধৰিলে। পাপৰি আৰু চম্পাই ৰবিৰামৰ ফালে তধা লাগি চাই ৰ'ল। শাড়ীৰ আচলৰে চকুপানী মচিলে। সদানন্দ আঘোনায়ো চকু নমৰাকৈ থাকিব নোৱাৰিলে। কিছু সময় কন্দাৰ পিচত ৰবিৰামে পুনৰ আৰম্ভ কৰিলে।

প্ৰকাণ্ড মাটি চপৰাৰ লগতে গোটেই বাৰীখন যাহ গ'ল। চকুৰ আগতে পানীৰ বাহিৰে একো নেদেখা হ'লো। ডাৱৰীয়া আকাশত ঘনে ঘনে বিজুলীয়ে চকু চাঁত মাৰি ধৰে। বিজুলীৰ পোহৰত ঘৰটোৰ উমান বিচাৰি চাওঁ। তথাপি পানীৰ বাহিৰে আন একো দেখা নাপাওঁ। পানীত জাপ দি ধৰোঁগে বুলি আগবাঢ়ি গ'লো। তাকো কৰিব নোৱাৰিলো। ডেকা ল'ৰা এটাই আগভেটি ধৰিলে। টানি ধুঁহি নি মোক ঘৰ এটাৰ ভিতৰত সুমুৱাই দিলে। তাতো মোৰ দৰে শলীয়া, কেবকনইঁতে হিঁয়া ধাকুৰি কান্দি থকা দেখা পালো। সিইঁতৰ লগতে ময়ো বুকুত ভুকুৱাই, ভুকুৱাই কান্দি কাটি মাটিত বাগৰি পৰিলো। তাৰ পিচত কি হ'ল ক'ব নোৱাৰো।

পুৱা পোহৰ হোৱাত চকু মেল খালে। তেতিয়াহে জানিব পাৰিলো আমাক স্কুল ঘৰটোত আশ্ৰয় দি ৰাখিছে। তাত থকা সকলো মানুহৰ একে অৱস্থা।

ৰবিকাই তোমাৰ কাহিনী আমাতকৈয়ো করুণ। মই জনাই নাছিলো তোমাৰ বুকুৰ মাজত যে ইমান বেজাৰৰ বোজা ঠাহ খাই আছে। পাপৰিয়ে দুখ প্ৰকাশ কৰিলে। চম্পাৰো চকুলো বৈ আহিল। ৰবিকাইৰ কথা ময়ো আজিহে জানিছো। তাৰ পিচৰ কাহিনী জানিবলৈ পাপৰিয়ে সুধিলে — তাৰ পিচত কি কৰিলা ৰবিকাই?

ৰাতিপুৱা চাহ আৰু চিৰা আমাক খাবলৈ দিলে। খাব নোৱাৰিলো। মনে নামানে। ঘৰৰ ফালে খোজ ল'লোঁ। একো চিনচাব নেদেখি লুইতৰ পাৰত বহি হেপাহ পলুৱাই কান্দিলো। উভতি আশ্ৰয় শিবিৰ পালোগে। শিবিৰত আৰু এদিন থাকি মাজুলীৰ মোহ এৰি, মাজুলী এৰিলো। বহুত ঠাইত অনাই বনাই ঘূৰি ফুৰিলো। য'তে কাম-কাজ পাওঁ তাকে কৰি পেটৰ ভাত উলিয়ালো। এনেদৰে ঘূৰি ফুৰি এই ঠাই পালোহি। দেউতাই বাৰীখন পতা দেখা পাই কাম পাম বুলি দেউতাৰ ওচৰ চাপিলো। মোৰ দুখৰ বৃত্তান্ত শুনি দেউতাই আশ্ৰয় দিলে।

সদানন্দই ৰবিৰামক শান্তনা দি ক'লে — ৰবিৰাম দুখৰ কাহিনী আনৰ ওচৰত ক'লে মনটোৰ বোজা পাতল হয়। তোৰ কাহিনী তোক ক'বলৈ কোৱাৰ কাৰণে বেজাৰ নকৰিবি। দুখ-সুখ লৈয়ে জীৱন। কালৰ বুকুত তই সকলো হেৰুৱালি। মোৰ সকলো থাকিও নাই। ইয়ো জানো দুখ নহয়? আঘোনা তোৰখিনি কৈ শেষ কৰ।

— পিতা ৰ'ব, চাহখিনি কৰি আনো। চম্পা আৰু পাপৰি চাহ কৰিবলৈ গ'ল। কালি কথা পাতি থাকোতে চাহ খোৱাই নহ'ল। একেবাৰে সন্ধ্যা লগাতহে চাহ খোৱা হ'ল। সোনকালেই চাহ আনি দুয়োজনী গোট খালেহি। চাহ খাই ল'বলৈ কোৱাত আঘোনাই চাহ খাই নিজৰ কাহিনী আৰম্ভ কৰিলে —

— আইদেউ, ৰবিকাইৰ দৰে ইমান দুখ লগাকৈ মই হেৰুৱা নাই। মোৰ মা,

দেউতা আৰু ভনী এজনী আছিল। মোৰ ঘৰ ধেমাজিত। ষষ্ঠমান শ্ৰেণীলৈ পঢ়িছিলো। তাৰ পিচত পঢ়া বাদ দি দিলো। পঢ়া বাদ দি খেতিত ধৰিলো। খেতি আমাৰ ভালেই হয়। বছৰটো খাই বৈ ধান বিক্ৰী কৰি ঘৰৰ খৰছ উলিয়াব পাৰো। ভনীজনীয়ে অষ্টমমান শ্ৰেণীত পঢ়ি আছিল। ঘৰত মোৰ বিয়া পতাৰ কাৰণে ছোৱালীও ঠিক কৰিছিল। বিধাতাই আশা পূৰণ নকৰিলে। আমাৰ গাৱঁত আৰু ওচৰৰ গাৱঁত মেলেৰীয়াই মহামাৰী ৰূপলৈ এফালৰ পৰা সংহাৰ কৰিবলৈ আৰম্ভ কৰিলে। প্ৰথমতে কাঢ়ি নিলে ভনীজনীক। তাৰপিচত দুদিনৰ আগা-পিচাকৈ দেউতা আৰু মাই মোক এৰি গুছি গ'ল। মই অকলশৰীয়া হৈ পৰিলো। মা, দেউতাৰ দাহন কাৰ্য্যহে কৰিলো। বাকী কাম কাজ একোকে কৰা নহ'ল। ধেমাজিত নাথাকো বুলি মনটো স্থিৰ কৰিলো। ভঁৰালত থকা ধান, মাহখিনি আধামূলীয়াকৈ বিকি দিলো। যিখিনি পইচা পালো তাকে বাট খৰছ হিচাপে লৈ ঘৰৰ পৰা ওলাই আহিলো। ক'লৈ যাম মনত একো ভবা নাই। একেলগে তিনিটাক হেৰুৱাৰ বেজাৰত ঘৰৰ পৰা বাজ হ'লো। বহুত ঠাইত এনেয়ে ঘূৰি ফুৰোতে হাতৰ ধন শেষ হ'ল। তেতিয়াহে ক'ৰবাত কাম কৰাৰ কথা মনলৈ আহিল। ঘৰলৈ উভতি যোৱাৰ মন নগ'ল। কাম বিচাৰি আহি আহি এদিন এইখিনি পালোহি। দেউতাৰ নতুন বাৰীৰ কাম আৰম্ভ হোৱা দেখা পাই দেউতাৰ ওচৰ চাপিলো। দেউতায়ো আশ্ৰয় দি ৰাখিলে। খেতি কৰি মোৰো ভাল লাগে বাবে খেতিৰ কাম কৰিবলৈ পাই ভালেই পালো। তেতিয়াৰ পৰা ইয়াতে আছো। মা, দেউতাক এদিন হেৰুৱাবই লাগিব। সেই কাৰণে মোৰ কোনো দুখ নাই। দুখ থাকিল মা, দেউতাই আশা কৰি বিয়াৰ যো-জা কৰিও বিয়াখন চাবলৈ নাপালে আৰু একমাত্ৰ ভনীজনীক অকালতে হেৰুৱালো।

— আঘোনা কাই, তোমাৰ ধৈৰ্য্যক মানিব লাগিব। তুমি তোমাৰ কাহিনী যি ধৰণে ক'লা তাত যেন দুখ বুলি একো নাই। তুমি সুখী হ'বা, নিশ্চয় সুখী হ'বা। পাপৰিয়ে আঘোনাৰ কৰুণ কাহিনীটোক অতি সাধাৰণ ঘটনাৰ দৰে ক'ব পৰা বাবে আচৰিত হ'ল। ভালদৰে চাবলৈ গ'লে ৰবিৰামৰ দৰেই সিয়ো সৰ্বস্ব হেৰুৱাইছে। পাৰ্থক্য মাত্ৰ ৰবিৰামৰ ঘৰ-মাটি লুইতে কাঢ়ি নিলে আৰু আঘোনাই স্বেচ্ছাৰে ত্যাগ কৰি আহিছে। ইয়াকেই কয় ভাগ্যৰ লিখন।

সদানন্দই সামৰণি ভাষণ আগবঢ়ালে। আজি আমি প্ৰত্যেকজনৰ জীৱন বৃত্তান্ত কোৱা পূৰ্ণ কৰিলো। এতিয়াৰ পৰা আমি সকলো এটা পৰিয়ালৰ সদস্য হ'লোঁ। অতীতক বিদায় দিলো।

— এইখন অনাথ আশ্ৰম বুলি ঘোষণা কৰিলে কেনে হ'ব পিতা? পাপৰিয়ে মন্তব্য ৰাখিলে।

— পাপৰি, মোৰ ঘৰখনক অনাথ আশ্ৰম নাম দিলে পৃথিৱীখনক কি নাম দিবা? প্ৰকৃততে পৃথিৱীখনেই এখন অনাথ আশ্ৰম। তুমি ভাবি চাইছানে যে পৃথিৱীৰ সকলো প্ৰাণীয়েই অনাথ। সকলো এক ঈশ্বৰৰ সন্তান। পৃথিৱীখন সকলোৰেই ঘৰ। এজনৰ লগত আনজনৰ অবিচিন্ন সম্পৰ্ক আছে। আমি সেই সম্পৰ্ক স্বীকাৰ নকৰিলেও

শাশ্বত। কৰ্ম মানুহৰ ধৰ্ম। মিলিজুলি কৰ্ম কৰিলে সকলো আপোন। বিচিন্নতা ভাব মনলৈ আনিলে সোদৰ জনো শত্ৰুহে পৰিব। গতিকে অনাথ শব্দটো উচ্চাৰণ নকৰাই ভাল। এই শব্দটোৱে দুৰ্বলতাহে প্ৰকাশ কৰে।

(৪)

জ্বৰে এৰিলেও কৰপতিয়ে নেৰা হ'ল সদানন্দক। তেওঁৰ কাৰণে বৈ থাকে শঙ্কতাপন্ন মানুহবোৰ। মানুহৰ জীৱনলৈ কেতিয়া কোন পথেৰে কেনেদৰে শঙ্কত আহে কোৱা টান। দুৰ্ভাগ্যই কিমানৰ জীৱনক পদাঘাত কৰি ভূ-লুণ্ঠিত কৰে তাৰ হিচাপ পোৱা নাযায়। দুই-এটা ঘটনাই বাতৰি কাকতৰ সৌষ্ঠৱ বৃদ্ধি কৰে যদিও সেয়া এপাচি কচু শাকত এটা জালুক সদৃশ। প্ৰাণী শ্ৰেষ্ঠ মানুহে সভ্যতাৰ উচ্চ শিখৰত আৰোহণ কৰিও থমকি ৰ'ব লগা হৈছে এচাম নীচ প্ৰবৃত্তিৰ লোকৰ অমানবীয় কাৰ্য্যৰ কাৰণে। তেনে লোকৰ কাৰ্যকলাপে ভাবিবলৈ বাধ্য কৰে, মানুহ সভ্যনে? মানুহৰ জীৱন ধাৰণৰ মানদণ্ড, বিজ্ঞানৰ প্ৰসাৰতাই সভ্যতাৰ পৰিচয় দিছে। প্ৰাণী জগতৰ প্ৰতিও কৃপা দৃষ্টি দি পশু, পক্ষী সকলোলৈকে সহায়ৰ হাত আগবঢ়াইছে। তাৰ মাজতো বিসঙ্গতীয়ে দেখা দিয়ে। সেই বিসঙ্গতি হ'ল মানুহৰ কলঙ্কিত অধ্যায়। যিসকলৰ গাত সেই কলঙ্কৰ দাগ বিৰাজমান, তেওঁলোক নিঃসন্দেহে মানুহ নামৰ অযোগ্য। এনে কলঙ্কিত লোক যুগ যুগ ধৰি আছে আৰু থাকিবও। অপ্ৰতিৰোধ্য।

আজিও এনে এজন মানৱ দেহধাৰী অমানুহৰ সন্মুখীন হ'ব লগা হ'ল সদানন্দ। পেন্সনৰ টকালৈ গুৱাহাটীৰ পৰা উভতি আহি গুৱাগমণি গাৱঁৰ তিনি আলিটোত বাছৰ পৰা নামি গৃহাভিমুখী হোৱা সদানন্দৰ গাত প্ৰায় আঠ বছৰমান বয়সৰ ল'ৰা এটাই গোৱা মাৰি ধৰি চিঞৰিলে। ককা মোক বচাওক, নহ'লে সৌ মানুহটোৱে মোক মাৰি পেলাব। সদানন্দই এহাতেৰে ল'ৰাটোক সাবটি ধৰি মূৰ তুলি চাই দেখিলে হৃষ্ট-পুষ্ট প্ৰকাণ্ড শৰীৰৰ দৈত্যৰ নিচিনা মানুহ এটাই লাঠিডালেৰে সেই কণমানি ল'ৰাটোক একোব মাৰিলে সি জীয়াই থাকিব পাৰিব বুলি ভাবিবই নোৱাৰি। ল'ৰাটো কিয় ডাঙৰ মানুহ এটাও বাচি থাকিব বুলি কোৱা টান। মানুহটো আহি সদানন্দৰ কাষ পালেহি। খঙৰে সদানন্দক ক'লে — তাক এৰি দিয়ক।

সদানন্দই শান্তভাৱে সুধিলে, ল'ৰাটোক মাৰিবলৈ আহিছা কিয়? সি কি দোষ কৰিছে?

— সি এটা চোৰ। মানুহটোৰ কৰ্কশ উত্তৰ।

সদানন্দ আচৰিত হ'ল। এই সুকোমল ল'ৰাটো চোৰ? অসম্ভৱ কিবা কাৰণ থাকিব লাগিব। তেওঁ দৃঢ় স্বৰত সুধিলে — তোমাৰ কি চুৰ কৰিছে?

— মিঠাই, সি মিঠাই চুৰ কৰি খাইছে।

সদানন্দই ল'ৰাটোৰ মূৰত স্নেহৰ হাত বুলাই সুধিলে — তই মিঠাই চুৰ কৰি খোৱা সঁচা? ল'ৰাটোৱে মূৰ দুপিয়াই সঁচা বুলি ক'লে।

— তই থাক ক'ত?

— তেওঁৰ চাহৰ দোকানত কাম কৰো। তাতে থাকো।

— কিয় চুৰ কৰি খাইছ?

— মোৰ ভোক লাগিছিল।

— তোৰ ভোক লগাৰ কথা মালিকক কোৱা নাই?

— কৈছিলো, মোক খাবলৈ দিয়া নাই। ভোক লগাৰ কথা কওঁতে দাবীহে দিলে।

সদানন্দই বুজিলে ল'ৰাটোৰ দোষ কি? ল'ৰাটোৰ প্ৰতি পুতৌ জন্মিল। মানুহটোক কথা কৈ লাভ নাই। এই শ্ৰেণীৰ মানুহৰ ওচৰত কথাকৈ নিজেহে অপমানিত হোৱাৰ ভয় আছে। ল'ৰাটো এৰি দিলে সি জীয়াই নাথাকিব। চুৰকৰা বেয়া কাম বুলি ল'ৰাটোক বুজাব পৰা শক্তিও নোহোৱা হ'ল। ল'ৰাটোৰ ফালে চালে। গাত মলিয়ন ফটা গেঞ্জী এটা। পেণ্টটোৰ অৱস্থাও তদ্ৰূপ। নিজে সামান্য অপৰিষ্কাৰ বস্তু চুবলৈ সংকোচ কৰে। অথচ আজি ইমান লেতেৰা ল'ৰাটোক সাবটি ধৰিব পাৰিছে। ল'ৰাটোৰ হাত দুখন দেখি উচপ খাই উঠিল। হাতৰ তলুৱাৰ চাল ক্ষয় গৈছে। ল'ৰাটোৰ বিবৰ্ণ মুখখনলৈকো চাব পৰা নাই। মানুহটোক সুধিলে — তোমাৰ মিঠাইৰ দাম কিমান?

— পাঁচ টকা।

সদানন্দই তাক টকা পাঁচটা দিলে। ল'ৰাটোক ব'ল বুলি লগত লৈ আহিল। মানুহটোৱে মুখৰে একো ক'ব নোৱাৰিলে। সি মনতে ভাবিলে আজি এটা নিকিনা গোলাম হেৰুৱালো।

সদানন্দই গুৱাহাটীৰ ফুটপাথত থকা নগ্ন আৰু অৰ্দ্ধনগ্ন শিশুবিলাকৰ কথা চিন্তা কৰিলে। একে ৰূপ, একে অৱস্থা। তথাপি সিহঁত জীয়াই আছে। সভ্যতাক ভেঙুচালি কৰি জীয়াই আছে।

ল'ৰাটোক লাজ আৰু ভয় দুয়োটাই আগুৰি ধৰিলে। অপৰাধীৰ দৰে তলমূৰ কৰি সদানন্দৰ লগত গৈ আছে। ক'লৈ যাব নাজানে। সদানন্দই তাৰ নামটো সোধাত পল্টু শইকীয়া বুলি চুটি উত্তৰ এটা দিলে। ল'ৰাটোৰ অৱস্থাটো উপলব্ধি কৰি সদানন্দই আৰু কথা নুসুধিলে। পিচতো তাৰ খবৰ ল'ব পাৰিব।

সৰু ল'ৰা এটা সদানন্দই লগত অনা দেখা পাই পাপৰি আগবাঢ়ি গ'ল। ল'ৰাটোৰ অৱস্থা দেখি তাইৰ বুজিবলৈ বাকী নাই যে সি দুৰ্দশাগ্ৰস্ত। বেচেৰা লেতেৰা পেতেৰা, ক'লা ম'লা পৰি আহিছে। পাপৰিয়ে সদানন্দৰ নিৰ্দেশলৈ বাট নাচায় ল'ৰাটোক হাতত ধৰি নি বাথৰুম পোৱালেগৈ। চাবোনেৰে ভালদৰে গা পা ধুৱাই ডাঙৰ গামোছা এখন পিন্ধাই দিলে। ল'ৰাটোৰ জোখৰ চোলা নাই। সদানন্দৰ গেঞ্জী এটাকে পিন্ধাই দিলে। গা ধুৱাই দিয়াত ল'ৰাটো ধুনীয়া লগা হ'ল। পাপৰিৰ স্পৰ্শ পাই ল'ৰাটোৱেও মৰম উপলব্ধি কৰিব পাৰিলে। সি এতিয়া যন্ত্ৰ মানৱ। যিয়েই যি ভাবে যি কাম তাক কৰিব দিয়ে সি সেই ভাবে কৰি যাব। সি নাজানে কিয় তাক

আনিছে।

তাক মাতি নি খাবলৈ দিলে। পাপৰি ওচৰত বহি চাই থাকিল। তাৰ শুকান মুখখন দেখি বৰ দুখ লাগিল। চম্পাই ল'ৰাটোক দেখি ক'লে আয়ে দেহী, ইমান মৰম লগা ল'ৰাটো পিতাই ক'ত পাই আনিছে। ভোকতে বেচেৰাৰ পেটটো চেপেটা লাগি আছে। খা বাছা, পেট পুৰাই খা। পাপৰিয়েও মৰম কৰি ক'লে, খা, লাজ নকৰিবি। সিয়ো আনন্দ মনেৰে খোৱাত লাগিল। চম্পাই আৰু দুখন লুচি আনি দিলে। সি আপত্তি নকৰিলে। গাখীৰ এগিলাচো দিলে। খোৱাৰ মাজতে ঘৰটোলৈ সি মূৰ দাঙি চালে। প্ৰকাণ্ড ঘৰ। ইমান প্ৰকাণ্ড ঘৰলৈ সি গৈ কেতিয়াও পোৱা নাই। দূৰৰ পৰা দেখিছে। ওচৰলৈকো গৈ পোৱা নাই। আজি আহি একেবাৰে ভিতৰ পাইছেহি। অকল ভিতৰ সোমোৱাই নহয়, ভাল ভাল বস্তু খাবলৈকো পাইছে। গাখীৰ খাই থাকোতে তাৰ মাকলৈ মনত পৰিল। ঘৰত থাকোতে মাকে তাক গাখীৰ খাবলৈ দিছিল। মুখৰে প্ৰকাশ নকৰিলে।

সদানন্দয়ো গা পা ধুই খোৱা টেবুলৰ ওচৰত বহিলহি। চম্পাই সদানন্দক খাবলৈ দিলে। পাপৰিয়ে সদানন্দক সুধিলে — পিতা, ল'ৰাটো ক'ত পাই আনিলে।

ল'ৰাটোক খাই ল'বলৈ দিয়া। পাৰণ্ড এটাৰ হাতৰ পৰা উদ্ধাৰ কৰি আনিছো। ল'ৰাটোৰ অৱস্থাটো দেখিময়ো তাক একো সুধিব পৰা নাই।

ল'ৰাটো ভাবত বিভোৰ হ'ল। দোকানত বিধে বিধে মিঠাই, পুৰি ভাজি, মাছ, মাংস, কণী, গাখীৰ ভৰি থাকিলেও তাক খাবলৈ নিদিয়ে। চাহৰ লগতো গাখীৰ অকণ নিদিয়ে। ইয়াত ইমানবোৰ জুতি লগা বস্তু তাক খাবলৈ দিছে। গাখীৰো খাবলৈ দিছে। এতিয়ালৈকে একো কামকে কৰিবলৈ দিয়া নাই। মানুহখিনি ইমান মৰমীয়াল। পাপৰিৰ মাতত তাৰ ভাবনাৰ ওৰ পৰিল।

— তোৰ নাম কি?

— পল্টু শইকীয়া।

পল্টু নামটো পাপৰিৰ ভাল নালাগিল। তাই ক'লে, তোৰ নামটো সলাই দিওঁ। তোৰ নাম আজিৰ পৰা পৰাগ শইকীয়া হ'ব। পৰাগ নামটো তাৰো ভাল লাগিল। সি পাপৰিৰ মুখলৈ চালে। ইমান ধুনীয়া। চম্পালৈকো চালে তায়ো ধুনীয়া। এওঁলোক পৰী নেকি? সি শুনিছে পৰীবিলাক ধুনীয়া। দেৱীও হ'ব পাৰে। দেৱীবিলাকো ধুনীয়া। স্বৰ্গত দেৱ, দেৱী থকা কথা সি কিতাপত পঢ়িছে। স্বৰ্গত ভাল ভাল বস্তু খাবলৈ পায়। তাত সদায় সুখ। দুখ বুলি একো নাই। এইখন স্বৰ্গ নেকি? তাক স্বৰ্গলৈ আনিছে নেকি? স্বৰ্গ হ'লে ভালেই হয়। মোৰ দুখ নোহোৱা হ'ব।

— তোৰ ঘৰ ক'ত? ঘৰত তোৰ কোন কোন আছে? পাপৰিৰ মাতত তাৰ চিন্তাৰ যতি পৰিল। সি পাপৰিৰ কথাৰ উত্তৰ দিলে।

— আমাৰ ঘৰ কপিলীৰ পাৰত আছিল। এতিয়া নাই। বানপানীত উটি গ'ল। মা:আছিল। বানপানীত মায়ো হেৰাই গ'ল। এতিয়া মোৰ কোনো নাই।

পৰাগৰ কথা শুনি তেওঁলোকে বৰ দুখ পালে। তাক আৰু একো কথা

নুসুধিলে। পাপৰিয়ে মনতে চিন্তা কৰিলে। সি ঘৰৰ কথা সোধাত দুখ পালে নেকি? নুসুধি উপায়ো নাই। ল'ৰাটোৰ ঘৰৰ কথা জনা দৰকাৰ।

চম্পাই সুধিলে — তই শুৱাগমণি গাৱঁলৈ কেনেকৈ আহিলি?

পৰাগে বৈ অহা চকুপানীখিনি গেঞ্জীটোৰে মচি লৈ ক'লে —

— আপোনাক কি বুলি মাতিব লাগে নাজানো। বাইদেউ বুলিয়ে কৈছো। আমি কপিলীপৰীয়া মানুহৰ দুখ কষ্ট বহুত। বানপানীয়ে সদায় কষ্ট দিয়ে। যোৱাবছৰ বানপানীত নাও ডুবি পিতা আৰু ভনীজনী মৰিল। মই আৰু মা আছিলো। এইবেলি বানপানীত ঘৰদুৱাৰ, গৰুগাই উটাই নিলে। মা আৰু ময়ো পানীত উটি গ'লো। মই গৈ গছৰ জাঁজি এটাত লাগি তাতে ধৰি ৰ'লো। মা ক'ত হেৰাই গ'ল দেখা নাপালো। কেইজনমান মানুহে মোক তাৰ পৰা নি আশ্ৰয় শিবিৰত থ'লে। তাতো মাক লগ পোৱা নাই। তাত খাবলৈ দিয়া আহাৰে পেট নভৰে। মই আশ্ৰয় শিবিৰ এৰি আহাৰ বিচাৰি ঘূৰি ফুৰিলো। কেতিয়াবা মৰম কৰি কোনোবাই খাবলৈ দিলে খাবলৈ পাওঁ। এনেদৰে ঘূৰি ফুৰোতে আহি শুৱাগমণি পালোহি। শুৱাগমণি গাৱঁৰ তিনিআলিত থকা চাহৰ দোকানত বাচনধোৱা কাম কৰি আছিলো। তাতো ভোক গুছাই খাবলৈ নিদিয়ে। কথাকৈ থাকোতে ল'ৰাটোৰ দুয়োখন গাল চকুপানীৰে ভৰি পৰিল। সি চকুপানী মচি ক'বলৈ ধৰিলে। পৰাগৰ চকুপানী দেখি পাপৰি, চম্পা আৰু সদানন্দৰো চকুপানী ওলাই আহিল।

— আজি ৰাতিপুৱা বাচন ধুই থাকোতে আইনাৰ গিলাচ এটা হাতৰ পৰা পৰি ভাগিল। সেইকাৰণে মালিকে আজি মোক খাবলৈ দিয়া নাই। ভোক লগাৰ কথা কওঁতে মালিকে দাবীহে দিলে। ভোকত থাকিব নোৱাৰি মিঠাই এটা খাইছিলো। মালিকে দেখা পাই লাঠি লৈ মাৰিবলৈ খেদি আহিল। মই দৌৰ মাৰিলো। ককাক আগত দেখা পাই ককাৰ গাত গোবা মাৰি ধৰিলো।

— শুনিলা তোমালোকে? কি নিষ্ঠুৰ মানুহ? এই শিশুটোৰ কাৰণে সিহঁতৰ দয়া বোলা বস্তুটোৰ কিমান অভাব? তোমালোক ইমান নিষ্ঠুৰ হ'ব পাৰিবানে? শিশুবৰ্ষ পালনৰ নামত কোটি কোটি টকা খৰছ কৰা হয়। কেইটা অনাথ শিশুৱে তাত এসাজ খাবলৈ পায়?

— তোমালোকে নগৰত পতা শিশু সমাৰোহ দেখিছা?

— নাই দেখা পিতা।

— মই দেখিছো। প্ৰকাণ্ড পেণ্ডেলৰ তলত শিশুসকলে বহি সুস্বাদু আহাৰ খাই। দিয়া খোৱাত কৃপণালী নাই। তাৰ্লৈ অহাৰ কাৰণে শিশুসকলক গাড়ীৰো সুবিধা কৰি দিয়া হয়। অভিভাৱক সকলো গোট খাই উৎসাহ যোগায়। অসংখ্য গাড়ীৰ শাৰী চকুত পৰে। ভিতৰত থকা শিশুখিনি মই দেখা নাই। উচিষ্ট পেলোৱা ঠাইত মানুহৰ আকৃতিৰ শিশু দেখা পাইছো। সিহঁতে তাৰ পেলনীয়া আহাৰৰ কাৰণে টনাটনি কৰে। মাৰপিট হোৱাও দেখিছো। কিন্তু সিহঁতৰ সেই অৱস্থা জানানে? সিহঁত পৰিষ্কাৰ হোৱাৰ উপায় নাই। বস্ত্ৰ পিন্ধাৰ উপায় নাই। ফুটপাথত পৰি থকা অস্থিচৰ্মসাৰ

শিশুইতক দেখিলে শিশুবৰ্ষৰ মূল্য বুজিব নোবাবো। এইখনেই হৈছে আমাৰ দেশ। যাব দিয়া সেইবোৰ চিন্তা কৰি কি লাভ?

পৰাগ নিজৰ ভাবনাত ব্যস্ত। সদানন্দৰ কথা সি বুজি পোৱা নাই। বুজিবলৈ যত্নও কৰা নাই। তাৰ মনৰ বাসনা, সি আহি পোৱা স্বৰ্গখন চাই লোৱা। বাজকাৰেংটো চাবলৈ তাৰ বৰ মন গ'ল। সি গৈ গৈ ড্ৰইংৰুম পালেগৈ। মজিয়াত পাৰি থোৱা কাৰ্পেটখন দেখি ভাবিলে, ইমান ধুনীয়া ফুলাম কাপোৰ এওঁলোকে পকাৰ ওপৰত পাৰি থয়। চোফাবিলাক তাৰ সিংহাসন যেন লাগিল। ভাওনাত সজা সিংহাসন সি দেখিছে। চকীত ৰঙীণ কাগজ লগাই সিংহাসন সাজি লয়। এইকেইখন তাতোকৈ ধুনীয়া। দামো বহুত হ'ব। ৰজাবহা সিংহাসনখন ডাঙৰ। বেচি ধুনীয়াও। ইয়াত এইখন ডাঙৰ। ইয়াত ৰজা বহে। আটাইকেইখন দেখাত একে হ'লেও ডাঙৰখনতে ৰজা বহিব। বাকীকেইখনত মন্ত্ৰী আৰু সেনাপতি বহে। এই ফুলাম কাপোৰখনত আন মানুহ বহে। ইয়াত ৰজা কোন বাৰু? মোক অনাজন নিশ্চয় নহয়। ৰজা ৰথত উঠি ফুৰে। ৰথ মই দেখা নাই। আজিকালি ৰথ নাই। ধুনীয়া গাড়ীত উঠি ফুৰিব। মোক অনাজন খোজকাঢ়ি আহিছে। ৰজাই অকলে খোজকাঢ়ি আহিব কিয়? কৰ্ণাৰ টেবুলৰ ওপৰত সজাই থোৱা ফুলৰ থোপা দেখি ওচৰ চাপি গৈ চালে। ইমান ধুনীয়া ফুল। ফ্ৰেমত সজাই থোৱা ফটোবোৰ চাই চাই মুগ্ধ হৈছে। প্ৰতিটো বস্তু চাই চাই তন্ময় হৈ পৰিছে। কাৰ্পেটখনৰ ওপৰত বহি চুই চালে। ইমান কোমল। আমাৰ বিচনাত পৰা তুলিখনতকৈয়ো বেচি কোমল। কিহেৰে বনাইছে বাৰু? কোমল কাৰ্পেটখনৰ ওপৰত বাগৰি চাবলৈ মন গ'ল। সি তাতে দীঘল দি পৰিল। ইকাটি-সিকাটিকৈ বাগৰি চালে। তেনেদৰে পৰীক্ষা কৰি থাকোতে তাৰ টোপনি আহিল।

পৰাগ কেতিয়া উঠি গ'ল পাপৰিহঁতে গম পোৱা নাই। বহা ঠাইত নেদেখি চম্পা আৰু পাপৰিয়ে তাক বিচাৰি গ'ল। ইমান সৰু ল'ৰাটো নিমিষতে নোহোৱা হ'ল। গ'ল ক'লৈ? দুয়ো বিচাৰি গৈ ড্ৰইংৰুম পালেগৈ। কাৰ্পেটৰ ওপৰত তাক শুই থকা দেখা পাই পাপৰিয়ে ক'লে, চম্পাবা বেচেৰাটো চোৱা কি আৰামত নিদ্ৰা গৈছে। চম্পাই মিচিককৈ হাঁহি ক'লে পাপৰি তাৰ কাৰণে সেইখন হংস তুলি। সি বিচনা বুলিয়েই ভাবিছে। হওক দিয়া, কিমান দিন সি চাগে শান্তিত শুব পৰা নাই। কাৰ্পেটখন পাই সি তাত সুখ নিদ্ৰা গৈছে।

— এৰা চম্পাবা, ধুৰন্ধীয়া পৃথিৱীৰ অসৰল গতি পথত বাট বোলোতে কাঁইটৰ আঁচোৰ খোৱা, শিলত উজুটি খোৱা সকলৰ কাৰণে নিৰ্ভয় আশ্ৰয় পালে অমিয়া সুখ উপলব্ধি কৰি শান্তি পায়। অৱশ শৰীৰটোৱে বিশ্ৰাম বিচাৰি শান্তিত নিদ্ৰা যায়। ব'লা তাৰ টোপনিত ব্যাঘাত নিদিওঁ।

নিদ্ৰা কালত মানুহে সপোন দেখে। পৰাগেও দেখে। মানুহৰ অৱচেতন আত্মাই বিচৰা বিচিত্ৰ ৰূপ সপোনত দেখা পাই। কেতিয়াবা নেদেখা সপোন আহি ভুমুকি মাৰে। সপোন ৰাজ্যত পৰাগে বিচৰণ কৰি ফুৰিছে। শাৰী শাৰী বিভিন্ন চিত্তাকৰ্ষক ফুলৰে জকমকাই থকা ফুলনিৰ মাজে মাজে পাৰি থকা পৰীবোৰে

আপোন মনে নৃত্য কৰি কৰি তাক আদৰি নিবলৈ আহিছে। শ্যামল কাৰ্পেটৰ দৰে দুবৰি বনৰে ঢাক খাই থকা বহল ঠাইখিনি সিহঁতৰ নৃত্য মঞ্চ। পৰীবিলাকে তাক মূল্যবান সাজপাৰ আৰু বত্ন অলঙ্কাৰ পিন্ধাই ৰাজকুমাৰৰ দৰে সজালে। কাণত স্বৰ্ণ কুণ্ডল, কণ্ঠত কণ্ঠহাৰ, হাতত সুবৰ্ণ খাৰু, আঙুলিত হীৰাৰ আঙুঠি, ককালত কৰধ্বনি, ভৰিত নূপুৰ আৰু শিৰত কিৰিটি পিন্ধাই সুশোভিত কৰিলে। ভোমোৰাৰ গুঞ্জন ধ্বনিত মুখৰিত কাননৰ মাজে মাজে পৰীসকলে তাক নৃত্য কৰি কৰি আদৰি নিলে। তলত সেউজ বননি, ওপৰত শাৰদীয় পূৰ্ণিমাৰ ৰূপালী জোনৰ বিমল কিৰণৰ শোভা চাই চাই সি মুগ্ধ হয়। নৃত্যৰতা পৰীসকলৰ লগত সিয়ে আগবাঢ়িল। চকুৰ আগত ভাঁহি উঠিল শুদ্ধ সোণৰ অপূৰ্ব ৰাজপ্ৰাসাদ ... কাৰেং। পৰীসকলে তাক কাৰেঙলৈ আদৰি নিলে। সন্মুখত স্বৰ্ণ সিংহাসন। হাতত শুকুলা চোঁৱৰলৈ দুজনী পৰী আহি তাক বা দিলে। শৰীৰ শীতল পৰিল। ভাবৰ হেন্দোলনিত সি উঠলি উঠিল। ইমান সোণ পালে ক'ত? শুকুলা দাবি-চুলিৰ এজন ৰাজ বিষয়াই হাতত স্বৰ্ণ মুকুটলৈ তাৰ কাষ চাপি আহিল। মনৰ আনন্দত সি থৌকি বাথৌ হ'ল। ৰাজ বিষয়াজনে তাক সিংহাসনত বহিবলৈ মিনতি জনালে। সি সিংহাসনৰ ফালে আগবাঢ়িল। কিন্তু কি হ'ল? ৰক্তপিপাসু মহ এটাই তীক্ষ্ণ শুৰটো তাৰ কোমল গালত সুমুৱাই দিলে। তাৰ হাতখনো অজ্ঞাততে মহটোৰ ওপৰত জপিয়াই পৰিল। সি তীব্ৰ যন্ত্ৰণা অনুভৱ কৰিলে, চকুদুটা মুকলি হ'ল। সকলো ঠানবান হৈ গ'ল। সিংহাসনত তাৰ বহা নহ'ল। ৰাজবিষয়া, পৰী আৰু ৰাজকাৰেং দেখা নোপোৱা হ'ল। পিন্ধি থকা ৰাজ আভৰণো তাৰ গাত নাই। নিজক এখন ফুলাম কাপোৰৰ ওপৰত শুই থকা আৱিষ্কাৰ কৰিলে। তাৰ মনটো বেয়া লাগি গ'ল।

সি এতিয়া কি কৰিব? ধুনীয়া মানুহজনীয়ে তাক সি নিজে খোৱা বাচনখিনিও ধুবলৈ দিয়া নাই। তাকযে বাচন ধুবলৈ নিদিয়ে সি বুজিছে। ওচৰতো কাকো দেখা পোৱা নাই। তাক খাবলৈ দিয়া ঠাইখিনিলৈ আগবাঢ়ি গ'ল। চম্পাই দেখি সুধিলে, উঠিলি? পৰাগে মূৰ দুপিয়াই ও বুলি ক'লে।

— কিবা খাবি? আহ ইয়াতে বহ। তাক ডাইনিং চেয়াৰ এখনত বহিবলৈ ক'লে। সি গৈ তাতে বহিল। চকী আৰু টেবুল হাতেৰে চুই পৰীক্ষা কৰি চালে। ইমান মিহি, ইমান ধুনীয়া। পৰিষ্কাৰো। হোটেলত থকা টেবুল চকীখিনি লেতেৰা আৰু খহটাও। ইয়াত মোক ইমান পৰিষ্কাৰ আৰু ধুনীয়া চকীত বহিবলৈ দিছে। হোটেলৰ মালিকে তাৰ লেতেৰা চকীত বহিবলৈও নিদিয়ে।

চম্পাই তাক গাখীৰ আৰু বিস্কুট আনি দিলেহি। গাখীৰ আৰু বিস্কুট দিয়াত তাৰ হোটেললৈ মনত পৰিল। এওঁলোকে মোক এতিয়াও গাখীৰ খাবলৈ দিছে। এওঁলোকৰ গাখীৰ বহুত। হোটেলতো বহুত গাখীৰ থাকে, কিন্তু খাবলৈ নিদিয়ে। হোটেললৈ যাওঁতে প্ৰথমতে কামহে কৰিবলৈ দিছিল। ইয়াত এতিয়ালৈকে কামৰ কথা কোৱাই নাই। খাবলৈ দুবাৰো দিলে। মোক ইয়াত ৰাখিব জানো? ৰাখিলে মোৰ সুখেই হ'ব। পৰাগে গাখীৰ খোৱা নাই, বৈ আছে।

— কি ভাবিছ? খাই ল। পাপৰিয়ে পৰাগক চিন্তা কৰি থকা দেখি ক'লে।

খাম বুলি পৰাগে গাখীৰ আৰু বিস্কুট খালে।

পাপৰিয়ে পৰাগৰ লগত কথা পতাৰ ইচ্ছাৰে ওচৰতে বহি তাৰ মুখৰ ফালে চালে। বৰ মৰম লগা ল'ৰা।

— মোক সদায় গাখীৰ খাবলৈ দিব নেকি? পৰাগে সুধিলে। পাপৰিয়ে ভাবিলে সি গাখীৰ খাবলৈ বেয়া পায়। গাখীৰ বেয়া পোৱা মানুহ নোহোৱা নহয়। তাই সুধিলে — তই গাখীৰ খাবলৈ বেয়া পাব নেকি?

— নাই নাপাওঁ, ভালহে পাওঁ। ঘৰত আমাৰ গাখীৰ আছিল। মাই মোক সদায় খাবলৈ দিছিল। হোটেলৰ মালিকেহে চাহতো গাখীৰ খাবলৈ নিদিয়ে।

পৰাগৰ কথা শুনি পাপৰিৰ দুখ লাগিল। মানুহ ইমান নিদাৰুণ কেনেকৈ হ'ব পাৰে তাই বুজিব নোৱাৰে। তই ইয়াত সদায় গাখীৰ খাবলৈ পাবি।

— মই ইয়াত কি কাম কৰিব লাগিব। বহুত সময়ৰ পৰা মনত উচ্‌পিচাই থকা কথাটো পৰাগে পাপৰিৰ ওচৰত ব্যক্ত কৰিলে। কাম কৰিব নোৱাৰিলে মোক মাৰিব নেকি?

ইস্ বেচেৰা, হোটেলৰ মালিকে ল'ৰাটোক কিমান কষ্ট দিছিল? মনৰ পৰা তাৰ ভয় আঁতৰাই নাই। পাপৰিয়ে তাক মৰমেৰে ক'লে — তই ইয়াত কাম কৰিব নালাগে, পঢ়িব লাগিব। তই আগতে পঢ়িছনে নাই?

— পঢ়িছো। মই তৃতীয় মানত পঢ়ি আছিলো।

— ইয়াতো পঢ়িবি। মন গ'লে ফুলনিত আৰু শাকনিত পানী দিবি। তাতকৈ বেছি একো কৰিব নালাগে। খাবলৈ যি মন যা তাকে পাবি।

— মই আপোনাক কি বুলি মাতিম?

— পাপৰিবা বুলি মাতিবি। চম্পাবাকো বা বুলি মাতিবি।

ৰবিয়াম আৰু আযোনা আহি ওচৰ পালেহি। সিহঁত বাৰীত কাম কৰি থকা বাবে আগতে অহা নাই। এতিয়া সময় পাই আহিছে। পাপৰিয়ে ল'ৰাটোক চিনাকি কৰি দিলে। এইয়া ৰবিকাই আৰু এইয়া আযোনা বাই।

— সেইজনাই ল'ৰাটো ক'ত পাই আনিলে আইদেউ? আযোনাই পাপৰিক সুধিলে।

— নগৰ দিয়া, নিজৰ কাৰণে কিবাকিনি অনাথ সকল বৈ থাকে। অনাথ মনলক [illegible] নিজানকে জেৰেতে নাম এৰি গৈছে আহেহি।

ৰবিয়ামে ক'লে — মই ইয়াক সেই তিনিআলিৰ হোটেলখনত দেখিছিলো। তই আতে আনিছিলি নেকি?

— হয়। পৰাগে শলাগিলে।

ৰবিয়ামে পুনৰ ক'লে — আজনে মানুহ খাবিন পাৰেনে? বিহে কলমাচ মানুহ।

— তুমি জেনে হোটেলৰ মালিকটোক জানা?

— কিয় নাজানিম আইদেউ? সৰু সৰু ল'ৰাবোৰ আনি ৰাখে। পইচা পাতিতো নিদিয়েই খাবলৈকো ভালদৰে নিদিয়ে। তাত কেনেকৈ থাকিব? তাৰ ব্যৱহাৰ দেউতাই কেনেকৈ সহিব পাৰিব? কোনো মানুহে সহিব নোৱাৰে।

— আপুনি ঠিক কৈছে খুৰা। খুৰা শব্দটো পৰাগৰ মুখত শুনি পাপৰিয়ে তাৰফালে চালে। কোন মানুহক কি সম্বোধন কৰিব লাগে ল'ৰাটোৱে জানে। আজি কঁকা নহ'লে সি কিজানি মোক মাৰিয়েই পেলালে হয়। যি ডাল লাঠিৰে মোক মাৰিবলৈ খেদি আহিছিল, ভাগ্যে মই কঁকাক পাই কঁকাৰ গাত ধৰিহে বাচিলো।

— হ'ব দে, তোৰ আৰু ভয় নাই। তই ইয়াত আমাৰ লগত থাকিবি। পাপৰি আইদেৱে পঢ়াব, তই পঢ়িবি। ৰবিৰামে পৰাগক সান্ত্বনা দিলে।

## (৫)

পাপৰিয়ে সদানন্দৰ কন্যাৰ স্থান পূৰণ কৰাত সদানন্দৰ বাবে এটা নিৰ্ভৰযোগ্য সহায় হ'ল। শিক্ষিতা আৰু তীক্ষ্ণ বুদ্ধি সম্পন্না হোৱা কাৰণে সদানন্দই পাপৰিৰ লগত সকলো আলোচনা কৰে। সদানন্দৰ দৰে উদাৰ আৰু মৰমীয়াল ব্যক্তিৰ সান্নিধ্য লাভ কৰি পাপৰিৰ দুখৰ বোজাও কম হোৱা যেন অনুভৱ কৰিলে। ঘৰৰ ভালেখিনি দায়িত্ব পাপৰিয়ে পালন কৰাত সদানন্দই বহুত চিন্তাৰ পৰা সকাহ পালে। দুপৰীয়া খোৱা বোৱাৰ পিচত দুয়ো আগফালৰ বাৰান্দাত বহি বিভিন্ন বিষয়ৰ কথা বতৰা পাতি জিৰণি লয়। সদানন্দই অকলশৰীয়া অনুভৱ নকৰে। পুতেক বোৱাৰীয়েকহঁতে মাজে সময়ে টেলিফোন যোগে খবৰ বাতৰি লৈ থাকে। তেওঁলোকে এটা নিৰ্দিষ্ট সময়ত টেলিফোন কৰে। সেই সময়ত সদানন্দ সদায় টেলিফোনৰ ওচৰত বহি থাকে। তেওঁৰ বাদে আনে টেলিফোন নধৰে। গতিকে সদানন্দৰ ঘৰত কিমান মানুহ থাকে তেওঁলোকে নাজানে। সদানন্দয়েও জানিবলৈ দিয়া নাই। সিহঁত ইমান দূৰত থাকে, বহুত মানুহ থকা বুলি জানিলে কি ভাবিব? বিশেষকৈ পাপৰি আৰু চম্পা থকাৰ কথা জানিলে বেয়া চিন্তাও হয়তো কৰিব পাৰে। পেঞ্চনৰ পইচা, ঘৰ ভাৰাৰ পইচা, খেতিৰ পইচা আৰু গাখীৰৰ পৰা পোৱা পইচাৰে চলিবলৈ অসুবিধা হোৱা নাই। হাতৰ জমা পইচা ঘৰৰ কামত আৰু খেতিৰ কামত খৰচ কৰা কাৰণে হাত প্ৰায় খালি হোৱা অৱস্থা। তাৰ কাৰণে সদানন্দই চিন্তা নকৰে। মনৰ ভাব নিজৰ আপোন মানুহখিনি বাহিৰত থাকিলেও কেইজনমান মানুহ ঘৰখনত থকাত অকলশৰীয়া হোৱা নাই।

আজিও সদানন্দৰ লগত পাপৰি বাৰান্দাত বহি কথা পাতি আছে। সদানন্দই মাজে সময়ে বাৰান্দাৰ চকীত বহি গীতাখন পঢ়ে। কথাটো পাপৰিৰ কাৰণে অলপ আচৰিত যেন লাগে। গীতা ধৰ্ম গ্ৰন্থ। গোঁসাইঘৰ, মন্দিৰ, নামঘৰ আদি পবিত্ৰ স্থানত ধূপ, দীপ, নৈবেদ্য আগবঢ়াই শৰাই বা বটাৰ ওপৰত থৈ পঢ়াৰ কথা তাই জানে। এনেদৰে চকীত বহি হাতত লৈ পঢ়া দেখি তাই ভালপোৱা নাই। সদানন্দই বেয়া পাব

বুলি কেতিয়াও সোধা নাই। আজি সুধিবলৈ ইচ্ছা কৰিলে।

— পিতা, আপোনাক কথা এটা সুধিম বুলি ভাবিছো, বেয়া পাব নেকি?

— সোধা, বেয়া কিয় পাম?

— গীতা ধৰ্মগ্ৰন্থ বুলি জানো। মন্দিৰ, গোঁসাই ঘৰ আদিৰ দৰে পবিত্ৰ স্থানত ধূপ, দ্বীপ, নৈবেদ্য আগবঢ়াই শৰাই বা বটাৰ ওপৰত থৈ ভক্তি সহকাৰে মানুহে পঢ়া দেখা পাইছো। আপুনি চকীত বহি, হাতত লৈ এনেদৰে পঢ়িলে দোষ নালাগিব নেকি?

— অ' সেইটো কথা? শুনা, গীতাক অকল ধৰ্ম গ্ৰন্থ বুলি ভাবিলে ভুল হ'ব। মানে অসম্পূৰ্ণ হ'ব। অকল গীতাই নহয় সকলো ধৰ্মগ্ৰন্থ জ্ঞানৰ ভঁৰাল। তুমি যিদৰে পঢ়াৰ কথা জানিছা, তাত ভুল নাই। ঈশ্বৰৰ স্তুতিৰ কাৰণে পবিত্ৰ স্থানত বহি স্তুতি নতি কৰি মনলৈ পবিত্ৰ ভাব আনি গীতা বা আন ধৰ্মগ্ৰন্থ পঢ়িব লাগে। গ্ৰন্থ ভাগৰ প্ৰতি শ্ৰদ্ধা অক্ষুন্ন ৰখাৰ কাৰণে ধূপ, দীপ, নৈবেদ্য আগবঢ়োৱা আৰু শৰাই, বটা বা ঠগীৰ ওপৰত লৈ পাঠ কৰা উচিত। তেনেদৰে ধৰ্মীয় ভাবলৈ পঢ়োতে তাত লিখা কথাবিলাক ভালদৰে ফঁহিয়াই চাব নোৱাৰি। তাৰ কাৰণ হ'ল সেই সময়ত কি লিখিছে, কিয় লিখিছে আদি প্ৰশ্ন মনত উদ্ৰেগ হ'লে শ্ৰদ্ধা ভক্তিত ক্ষতি হোৱাৰ আশঙ্কা থাকে। আমি কি লিখিছে, কিয় লিখিছে আদি প্ৰশ্নবিলাক ফঁহিয়াই নাচালে লিখা কথাবিলাক ভালদৰে হৃদয়ঙ্গম কৰিব নোৱাৰো। অথচ জনাতো দৰকাৰ।

— আমি চকীত বহি কিতাপ নপঢ়ো জানো?

— পঢ়ো।

— কিতাপ কিয় পঢ়ো? কিয় কিতাপ পঢ়িব লাগে?

— জ্ঞান লাভৰ কাৰণে।

— ঠিক কৈছা। জ্ঞান লাভৰ কাৰণে পঢ়িব লাগে। সকলো কিতাপ বা গ্ৰন্থৰ পৰাই জ্ঞান লাভ হয়, যদি পঢ়াখিনি ভালদৰে বুজি পোৱা যায়। ধৰ্মগ্ৰন্থৰ পৰাও জ্ঞান লাভ কৰিবলৈ তাত লিখা কথা খৰছি মাৰি বুজিব লাগিব। তোমালোকে পাঠ্যপুথিত ধৰ্মীয় বিষয়ৰ কথা পঢ়িবলৈ নোপোৱা জানো?

— ঈশ্বৰ বা ভগৱান সম্পৰ্কীয় কথা কিছু পঢ়িবলৈ পাইছো।

— সেইখিনি পঢ়াৰ সময়ত মন্দিৰ বা গোঁসাইঘৰ বিচাৰি ধূপ, দীপ জ্বলাই লোৱা নেকি?

— নাই, গোঁসাই ঘৰ, মন্দিৰ বিচাৰিও নাযাওঁ আৰু ধূপ, দীপো জ্বলাই নলওঁ।

— মোৰ কথাও তেনে ধৰণৰ। গীতাত লিখা শ্লোকবিলাকত কি লিখা আছে তাক বুজিবলৈ যত্ন কৰো। প্ৰয়োজন মতে তাৰ ওপৰত প্ৰশ্ন কৰি তাৰ উত্তৰো চিন্তা কৰি চাওঁ। আমি সুন্দৰ বুলি সজাই ৰখা বস্তুবিলাক বিজ্ঞানীসকলে ভাঙি-চিঙি তাৰ ভিতৰত কি আছে বিচাৰি চায়। কি আৰু কিয় বুলি প্ৰশ্ন কৰি তাৰ উত্তৰ বিচাৰো। তেনেদৰে পৰীক্ষা-নিৰীক্ষা কৰি চোৱাৰ কাৰণেহে তেওঁলোকে নতুন নতুন

বস্তুৰ আবিস্কাৰ কৰিব পাৰিছে। ময়ো গীতাত কিবা বিচাৰি পাওঁ বুলি নিৰলে বহি পঢ়ো আৰু চিন্তা কৰো। তুমি কোৱা দোষৰ কথাতো মানুহৰ মনৰ দুৰ্বলতা। অৱশ্যে অশ্ৰদ্ধা বা অবজ্ঞা কৰাতো মূৰ্খৰ পৰিচায়ক।

— পিতা গীতা সম্পৰ্কে মোৰ মনত জাগি উঠা প্ৰশ্ন এটা সুধিব পাৰোনে?

— নিশ্চয় পাৰিবা। প্ৰশ্ন মনত জাগিলে সোধা উচিত। নহ'লে কেনেকৈ বুজিবা? সোধা, মই যি পাৰো বুজাবলৈ চেষ্টা কৰিম।

— কুৰুক্ষেত্ৰত পাণ্ডৱ আৰু কৌৰৱসকলে যুদ্ধ কৰিবৰ কাৰণে গোট খালে। অৰ্জুনৰ সাৰথিৰূপী ভগবান শ্ৰীকৃষ্ণই অৰ্জুনৰ ৰথখন আগুৱাই নি কৌৰৱ বাহিনীৰ সন্মুখত ঠিয় কৰালেগৈ। অৰ্জুনে সন্মুখত আত্মীয়-স্বজন সকলক দেখা পালে। তেওঁলোক পাণ্ডৱৰ শত্ৰু বুলি জানে। কিন্তু শত্ৰু হ'লেও তেওঁলোক সকলো আত্মীয়। ৰাজ্য লাভৰ কাৰণে আত্মীয়ৰ লগত যুদ্ধ কৰিব লগা হোৱাত অৰ্জুনৰ মন বিষাদে আৱৰি ধৰিলে। শৰীৰত দুৰ্বলতা অনুভব কৰিলে। হাতৰ গাণ্ডিব খহি পৰিল। যুদ্ধ নকৰো বুলি ৰথৰ ওপৰত বহি পৰিল। অৰ্জুনৰ মনৰ দুৰ্বলতা আঁতৰোৱাৰ কাৰণে ভগবানে তেওঁক বুজনি দিলে। ভগবানৰ সেই বুজনিয়েই জানো গীতাৰ কথা নহয়?

— হয়।

— মই শুনিছো গীতাত ওঁঠৰটা যোগৰ কথা উল্লেখ আছে। ইমানখিনি কথা অৰ্জুনে বুজি পোৱাকৈ কোৱাৰ কাৰণে ভগবানৰ কিমান সময়ৰ প্ৰয়োজন হৈছিল? সেই সময়খিনিত সৈন্যসকলে কি কৰি আছিল? যুদ্ধ বন্ধ আছিল নেকি?

— তুমি ওঁঠৰতা যোগৰ কথা ঠিকেই শুনিছা। গীতাত থকা ওঁঠৰতা যোগৰ কথা ওঁঠৰ দিনতো বুজোৱা সম্ভৱ বুলি মই ভাবিব নোৱাৰো। অৰ্জুনে শুনিয়েই বুজি পাব পাৰিছিল বুলি কোৱা টান। সেই সময়ত যুদ্ধ চলি আছিলনে বন্ধ আছিল, সৈন্যসকলে কি কৰিছিল সেই কথা গীতাত উল্লেখ নাই। গীতাৰ বাণীসমূহ উপনিষদ সমূহ মন্থন কৰি উলিওৱা অমৃত বুলি কোৱা হয়। তাত যি অমৃত ভাণ্ডাৰৰ কথা উল্লেখ আছে তাৰ সোৱাদ মাত্ৰ কেইজনমান মহান ব্যক্তিয়েহে উপলব্ধি কৰিব পাৰিছিল। ৰাজৰ্ষি জনক, মহৰ্ষি ব্যাসদেৱ, মহৰ্ষি শুকদেৱৰ দৰে লোক আৰু ভগবান শ্ৰীকৃষ্ণৰ দৰে লোকৰ কাৰণেহে সম্ভৱপৰ আছিল। এনে জ্ঞানগৰ্ভ গ্ৰন্থত থকা বিৱৰণ বুজি সন্তুষ্ট হ'বলৈ অৰ্জুনক কিমান দিনৰ প্ৰয়োজন হৈছিল, মোৰ দৰে সাধাৰণ জনৰ কাৰণে কোৱা সম্ভৱ নহয়। মোৰ নিজৰ চিন্তাৰ কথাহে তোমাক কওঁ। মই ভাবো মহৰ্ষি ব্যাসদেৱে জনগণৰ কল্যাণৰ কাৰণে কুৰুক্ষেত্ৰ যুদ্ধক আলম কৰি গ্ৰন্থভাগ প্ৰণয়ন কৰিছে। যি সকলে গীতামৃতৰ সম্যক সোৱাদ ল'ব পাৰে তেওঁলোকৰ জীৱন ধন্য।

— আপোনাৰ চিন্তাৰ মূল্য আছে বুলি ময়ো ভাবিছো। আপোনাৰ চিন্তাৰ পৰা আৰু এটা কথা জানিবলৈ মোৰ ইচ্ছা হৈছে।

— কোৱা, কি জনাৰ আগ্ৰহ হৈছে?

— গীতা যদি কুৰুক্ষেত্ৰ যুদ্ধক আলমলৈ লিখা হৈছে, তেন্তে মহৰ্ষি ব্যাসদেৱে

গীতাৰ বাণী প্ৰচাৰৰ কাৰণে অৰ্জুনক নায়ক হিচাবে ল'লে কিয়?

— সুন্দৰ প্ৰশ্ন। তোমাক মই বিদুষিনী বুলি ক'বই লাগিব। মোৰ চিন্তাৰ কথাহে তোমাক ক'ম। শুদ্ধ নহ'বও পাৰে। ভগবান শ্ৰীকৃষ্ণ পাণ্ডব পক্ষত থকা কাৰণে কৌৰব পক্ষত থকা সকলৰ মাজত যোগ্য ব্যক্তি বিচাৰি পালেও ল'ব নোৱাৰে। পাণ্ডব পক্ষত থকা সকলৰ পৰা প্ৰথমতে ধৰ্মৰাজ যুধিষ্ঠিৰৰ কথা চিন্তা কৰিব লাগিব। বাকী যোগ্য ব্যক্তি থাকিলেও তেওঁলোকে পাণ্ডৱক সহায় কৰাৰ কাৰণে উপস্থিত হোৱা বুলি বাদ দিব লাগিব। যুধিষ্ঠিৰৰ প্ৰকৃতি বিচাৰ কৰিলে তেওঁযে ধৰ্মৰ পৰা আঁতৰি যাব নোৱাৰে সকলোৱে জনা কথা। ক্ষত্ৰিয় হৈ যুদ্ধ পৰিত্যাগ কৰা কাৰ্য্যই ধৰ্মভ্ৰষ্ট কৰিব। শ্ৰীকৃষ্ণক ভগবানৰ অৱতাৰ বুলি যুধিষ্ঠিৰৰ বিশ্বাস থকাৰ কথাও মহাভাৰতত উল্লেখ আছে। গতিকে যুধিষ্ঠিৰে শ্ৰীকৃষ্ণক কোনো প্ৰশ্ন কৰা সম্ভৱ বুলি ভাবিব নোৱাৰি। প্ৰশ্ন অবিহনে গীতাৰ বাণী সম্পূৰ্ণ নহয়। সেই কাৰণে যুধিষ্ঠিৰক নায়কৰ স্থানত অধিষ্ঠিত কৰিব নোৱাৰি। ভীমৰ বিষয়ে বিচাৰ কৰি চালে দেখা যায় তেওঁ কৌৰৱৰ অত্যাচাৰ সহিব নোৱাৰি প্ৰতিশোধ লোৱাৰ কাৰণে অহৰহ উচ্‌পিচাই থকা বুলি পোৱা যায়। তেনে এজন লোকৰ ধৈৰ্য্য আৰু সহ্য গুণ থাকিব পাৰে বুলি ভাবিব নোৱাৰি। নকুল, সহদেৱ কণিষ্ঠ বুলি মনলৈ অহা নাই। এতিয়া অৰ্জুনৰ গুণাগুণ বিচাৰ কৰি চোৱা যাওক।

পাঞ্চালীক মৎস্য ভেদ কৰি লাভ কৰিলে ধনুৰ্বিদ অৰ্জুনে, কিন্তু আজ্ঞা মতে তেওঁ পাঁচজন পাণ্ডৱৰে পত্নী হ'ল। এইয়া অৰ্জুনৰ কাৰণে মহান ত্যাগ। পাশাখেলত যুধিষ্ঠিৰে অনধিকাৰ ভাবে দ্ৰৌপদীক পণত ৰাখিছিল। তেতিয়াও অৰ্জুনে ধৈৰ্য্যৰে সহ্য কৰি আছিল। দুঃশাসনে কুৰু সভাত দ্ৰৌপদীক বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰা কালত ভীম অধৈৰ্য্য হৈ পৰিছিল। জ্যেষ্ঠ ভাতৃৰ সন্মান ৰক্ষাৰ কাৰণে অৰ্জুনে নিজে ধৈৰ্য্য ৰখা কৰি ভীমকো শান্ত কৰিবলৈ যত্ন কৰিছিল। গতিকে অৰ্জুনৰ ধৈৰ্য্য গুণৰ অভাব দেখা পোৱা নাযায়। শ্ৰীকৃষ্ণৰ সখা হোৱাৰ কাৰণে সখাৰ লগত যিকোনো কথা ব্যক্ত কৰা আৰু প্ৰশ্ন কৰাত অসুবিধা নাই। সেই কাৰণেই সম্ভৱ ব্যাসদেৱে অৰ্জুনকে উপযুক্ত বুলি বিবেচনা কৰি নায়কৰ স্থান দিছিল।

— পিতা, আপোনাৰ পৰা লাভ কৰা জ্ঞানে মোক চিন্তা কৰিবলৈ শিকাব। মোৰ চিন্তাৰ উত্তৰটো মই নিজে বিচাৰি পাম বুলি আশা কৰো। আপোনাৰ পৰা যিখিনি কথা বুজিলো, সিয়েই মোক গীতাৰ প্ৰতি আগ্ৰহ বঢ়ালে। আপুনি মোক গীতামৃতৰ সোৱাদ ল'বলৈ দিব বুলি আশা কৰিলো।

— মই চেষ্টা কৰিম। কালিৰ পৰা নীতি নিয়মৰ মাজেৰে গীতা পাঠৰ আয়োজন কৰিম। তাৰোপৰি দুয়ো এনেদৰে বহি গীতাৰ আলোচনা কৰিম। গীতাৰ বাণীসমূহ হৃদয়ঙ্গম কৰিব পাৰিলে সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা মুক্ত হ'ব পাৰিবা।

— আজিলৈ থাকক পিতা।

— আইঐ বাপু আহ, ঘৰলৈ আহ, নাযাবি। নাই, সি নুশুনে। হেৰ' বোপাই, নাযাবি অ'। নাই, সি গ'লেই। মাকৰ একেটি মাত্ৰ পুত্ৰ। সিও হেৰাই গ'ল। ল'ৰাটোক

বিচাৰি বিচাৰি মাকজনী বাউলী হ'ল। তাই আহি আহি সদানন্দৰ চোতাল পালেহি। মাজে মাজে উচুপি কান্দে। আকৌ মাতে হেৰ বোপাই আহ ঐ।

মানুহজনীৰ চিঞৰ শুনি ৰবিৰাম আৰু আঘোনাই কামবন এৰি আহি চোতাল পালেহি। সিহঁতক দেখি মানুহজনীয়ে সুধিলে —

— তোমালোকে মোৰ ল'ৰাটো দেখিছা? সেইযে মোৰ ল'ৰাটো? অ' বাপুৰ কথাকে কৈছো। — নাই, তোমালোকে নোকোৱা। কিয় ক'বা? মোৰহে ল'ৰাটো হেৰাইছে। ক'বলৈ তোমালোকৰ কি গৰজ?

মানুহজনীৰ অৱস্থাটো দুখ লগাহে পৰিছে। চুলি আউলি বাউলি। গাৰ কাপোৰৰ লাগৰান্ধ নাই। শুকাই খীনাই হাঁড় চালহে আছেগৈ। কোটৰাগত চকু দুটাত তীব্ৰ দৃষ্টি।

আঘোনাই সুধিলে — কাৰ কথা কৈছা বাই?

— কাৰ কথা ক'ম? মোৰ ল'ৰাটোৰ কথা কৈছো। গহীনভাবে উত্তৰ দিলে। সৰু সৰুকৈ তাই পুনৰ সুধিলে — তোমালোকে তাক দেখিছা? সেইযে বাপু? অঁ মোৰ সেই একেটাই ল'ৰা। মই তাৰ কথাকে কৈছো। মানুহজনীৰ কথাৰ উত্তৰ নিদিয়া কাৰণে বিষাদৰ সুৰত ক'লে।

— তোমালোকে কিয় ক'বা? তোমালোকেই তাক লৈ গৈছা। মই শাও দিছো। আঙুলি ফুটাই শাও দিলো যিয়ে মোৰ ল'ৰাটো নিছা হতশ্ৰী হ'বা।

মানুহজনীৰ অৱস্থাটো দেখি তাইক পাগলী বুলি ভাবিলে। পগলা মানুহৰ কথাৰ মূল্য নাই। মানুহজনীয়ে মাজে মাজে চিঞৰে। নাযাবিঐ বাপু নাযাবি।

বাহিৰত চিঞৰ বাখৰ শুনি পাপৰি আৰু চম্পাও আহি চোতাল পালেহি — কি হৈছে ৰবিকাই? পাপৰিয়ে সুধিলে।

— আইদেউ মানুহজনীৰ ল'ৰাটো হেৰাল। তাই তাক বিচাৰি ফুৰিছে। তেনেতে পৰাগ আহি ওচৰ পালেহি। পৰাগক দেখি মানুহজনীয়ে ক'লে —

— পাইছো, পাইছো। ল'ৰাটো পাইছো। সৌটো সৌটো। আহ আহ বাপু বুলি মানুহজনী পৰাগৰ ফালে আগবাঢ়ি গ'ল। ভয় খাই পৰাগ দৌৰি ভিতৰ পালেগৈ। মানুহজনীয়ে চিঞৰিলে।

— হেৰ নাযাবি। আহ আমি ঘৰলৈ যাওঁ। হেৰা ধৰা, ধৰা তাক। কিয় ধৰিবা? তোমালোকেই তাক লুকুৱাই থৈছা। পাইছিলো, আকৌ হেৰাল। হেৰা তোমালোকৰ মই ভৰিত ধৰিছো, কাকুতি কৰিছো, ল'ৰাটোক আনি দিয়া। নাই, নিদিয়ে। কোনেও ল'ৰাটোক আনি নিদিয়ে। মানুহজনীয়ে কান্দিবলৈ ধৰিলে।

পাপৰিয়ে সান্ত্বনা দি ক'লে — নাকান্দিবা বাই।

— নাকান্দিম, মোৰ ল'ৰা এটাই আছিল। সিও হেৰাল।

— তোমাৰ ল'ৰাটো কিমান ডাঙৰ বাই? চম্পাই সুধিলে।

— কিমান ডাঙৰ, তহঁতে নজনাই হ'লি। এতিয়াই তাক ইয়াতে দেখিছিলো। সি পলাই গ'ল। তহঁতেই তাক ৰাখি থৈছ।

বাহিৰত গণ্ডগোল শুনি সদানন্দ চোতাল পালেহি। সদানন্দক দেখি মানুহজনীয়ে

গোচৰ দিলে — দেউতা ইহঁতে মোৰ ল'ৰাটো লুকুৱাই থৈছে। মোক ল'ৰাটো নিদিয়ে।

মানুহজনীৰ কথা বুজিব নোৱাৰি সদানন্দই আঘোনাক সুধিলে — কথাটো কি অ' আঘোনা?

— দেউতা, মানুহজনীৰ ল'ৰাটো হেৰাল। তাই বিচাৰি ফুৰিছে। ইয়ালৈ আহি পৰাগক দেখা পাই তাইৰ হেৰোৱা ল'ৰাটো বুলি তাক ধৰিবলৈ যাওঁতে পৰাগে ভয় খাই দৌৰ মাৰিলে। আমি ল'ৰাটো ৰাখি থৈছো বুলি আপোনাক গোচৰ দিছে। মানুহজনী পাগলী দেউতা।

— কি মই পাগলী? মোক তই পাগলী কৈছ? তই পুত্ৰশোকৰ কথা কি বুজিবি? যাৰ পুত্ৰ হেৰাইছে সিহে বুজিব।

সদানন্দই চিন্তা কৰিলে, পুত্ৰ শোক কিমান ভীষণ তাক পুত্ৰহাৰাইহে বুজি পায়। মানুহজনীৰ মগজু সুস্থিৰ নহয়। পুত্ৰৰ  শোকত বাউলী হৈছে। পুত্ৰ লাভ কৰিলে সুস্থ হোৱাৰ আশা আছে। পৰাগক নিজৰ ল'ৰা বুলি ভাবিছে। তাক পালে তাই শান্ত হ'ব পাৰে। শান্ত হ'লেহে তাইৰ লগত কথা পাতি লাভ হ'ব। তাইক শান্ত কৰিবলৈ চেষ্টা এটা কৰিলে লোকচান কি? এটা সামান্য কামৰ দ্বাৰা মানুহজনীক শান্ত কৰিব পাৰিলে বেয়া নহয়।

— যাচোন আঘোনা, পৰাগক ইয়ালৈ মাতি আন। মই মাতিছো বুলি ক'বি। নহ'লে সি নাহে।

আঘোনাই পৰাগক বিচাৰি পালেগৈ। ভয়ত সি আহিব বিচৰা নাছিল। দেউতাই মাতিছে বুলি কোৱাত ভয় ভয়কৈ আহিছে।

— পৰাগ তই মানুহজনীৰ ওচৰলৈ যাচোন। সদানন্দৰ কথা শুনি পৰাগে সদানন্দৰ মুখলৈ চালে। সদানন্দই বুজি পালে, পৰাগে ভয় খাইছে। তেওঁ অভয় দিলে। যা আমি আছো নহয়। তোৰ একো ভয় নাই।

পৰাগ ভয়ে ভয়ে মানুহজনীৰ ওচৰলৈ গ'ল। মানুহজনীয়ে তাক কাষলৈ মাতিলে — আহ বাপু, তোকযে কিমান দিন দেখা নাই? পৰাগ গৈ ওচৰ পোৱাত মানুহজনীয়ে তাক কুকুৰ মাজলৈ টানি নিলে। পৰাগে ভয়ত উচাং মাৰি আঁতৰি গ'ল। নেযাওঁ তোৰ লগত।

— সেইয়া সি আকৌ আঁতৰি গ'ল। কিমান দিন বিচাৰি বিচাৰি আজি তোক পাইছোহি। কিয় আঁতৰি গ'লি বোপাই?

সদানন্দই পৰাগক বুজালে, তোৰ একো নহয়। তোক লৈ যাব নোৱাৰে, এতিয়া বা। পৰাগে সদানন্দৰ কথাত সাহস পাই মানুহজনীৰ কাষলৈ গ'ল। মানুহজনীয়ে তাক বুকুৰ মাজত সাবটি লৈ মাতৃস্নেহৰ পৰশ বুলালে। ব'ল বোপাই, এতিয়া বানপানী নাই। পানী শুকাল আমি ঘৰলৈ যাব পাৰিম। পৰাগে কি কৰিব ভাবি পোৱা নাই। সি সদানন্দৰ মুখলৈ চাই ৰ'ল।

মানুহজনীক শান্ত হোৱা দেখা গ'ল। তেতিয়া সূৰ্য্যই অস্তাচল পাইছিল।

সদানন্দই মানুহজনীক শান্তনা দি ক'লে —

— থাক বাৰু। এতিয়া গধুলি হ'ল। এই গধুলিখন ল'ৰাটোকলৈ ক'লৈ যাবা? ঘূৰি ঘূৰি তোমাৰ ভাগৰ লাগিছে। ভোকো লাগিছে চাগে। ঘৰলৈকে আহা। খাই বই জিৰণি লোৱা। ভাগৰ গুছিলে যাব পাৰিবা। তোমাৰ জানো ভোক লগা নাই?

— লাগিছে দেউতা। ভোকে-পিয়াহে ভাগৰি পৰিছো। ল'ৰাটোক বিচাৰি থাকোতে গমেই পোৱা নাছিলো। তাক এতিয়া পালো। ঈশ্বৰৰ দয়া দেউতা। আপোনাৰ মৰমৰ কাৰণেহে ল'ৰাটো পাইছো। সদানন্দৰ প্ৰতি তাইৰ ভক্তি জন্মিল। সদানন্দৰ কথা তাই মানি চলিব লাগিব। এই মানুহজনৰ কাৰণেই তাইৰ হেৰোৱা ল'ৰাটো বিচাৰি পাইছে।

মানুহজনীক ভিতৰলৈ নি কিবা খুৱাবৰ কাৰণে সদানন্দই পাপৰিক ক'লে — বাই আহা বুলি পাপৰিয়ে মানুহজনীক ভিতৰলৈ মাতি নিলে। মানুহজনী পাপৰিৰ পিচে পিচে গ'ল। পৰাগকো তাই লগতে নিলে। মানুহজনী পিচফালৰ বাৰান্দা পাই মাটিতে বহিল। চম্পাই তাইক চাহ জলপান খাবলৈ দিলে। প্ৰথমতে পানী এঘটি ঘটঘটকৈ পি খাই বহুদিনৰ তৃষ্ণা দূৰ কৰি ল'লে। পৰাগক ওচৰতে বহুৱাই ল'লে। নহ'লে সি আকৌ হেৰাই যাব পাৰে। পৰাগৰ ভয় ভাব আঁতৰ হোৱা নাই। সদানন্দৰ পৰা পোৱা আস্বাসৰ কাৰণে সি তাত বহি থাকিল।

আহাৰ পেটত পৰাত মানুহজনীক ভাগৰে হেঁচা মাৰি ধৰিলে। তাই মাটিতে বাগৰি পৰিল। কেতিয়া তাইৰ টোপনি আহিল ক'ব নোৱাৰে। মানুহজনী টোপনি যোৱাত পৰাগ তাৰ পৰা আঁতৰি গ'ল। পাপৰিয়ে মানুহজনীক টোপনি যোৱা দেখি বুজিলে, পুত্ৰক হেৰুৱা বেজাৰত তাই কিমান দিন, কিমান ৰাতি আহাৰ নিদ্ৰা হেৰুৱাইছিল তাৰ হিচাপ নাই। আজি তাই মাটিতেই সুখ নিদ্ৰাত মগন হৈছে।

পৰাগক ভয় আৰু চিন্তাই আগুৰি ধৰিছে। কাৰণ ই এই পাগলীজনীৰ লগত পঠাই দিলে তাৰ কি অৱস্থা হ'ব? মাক পাগলী নহয়। তেতিয়াও সিহঁতে কষ্টত কটাব লগা হৈছিল। সিহঁতৰ ঘৰ আছিল, গৰু গাই আছিল, খেতি বাতিও অলপ আছিল। তথাপি কষ্ট হৈছিল। এতিয়া সিহঁতৰ একো নাই। সিহঁত গৈ ক'ত থাকিব? পাগলীজনীয়ে নি ক'ত ৰাখিব? চিন্তাৰ মাজতে সি গৈ সদানন্দৰ কাষ পালেগৈ। সদানন্দই পৰাগৰ মুখ দেখিয়েই তাৰ মনৰ অৱস্থা বুজিব পাৰিলে। কাষত বহুৱাই মূৰত হাত বুলাই তাক সুধিলে — ভয় খাইছ? পৰাগে মূৰ দুপিয়ালে, মুখৰে একো নক'লে।

— কিয়? পঠাই দিম বুলি? পৰাগে ওঁ বুলি মূৰ দুপিয়ালে।

— কিয় ভয় খাইছ? পঠাই নিদিওঁ নহয়।

— সঁচা কঁকা? সাহস পাই পৰাগে সদানন্দলৈ চাই ৰ'ল।

— সঁচা, তোক পঠাইদিবলৈ অনা নাই নহয়। মানুহজনীক নেদেখিলি, তোক পাই তাই কিমান শান্ত হ'ল। এতিয়া টোপনি গৈছে। ৰাতিটো গুলে তাই সকলো কথা

পাহৰি যাব। তোৰ আৰু ভয় কৰিবলগীয়া কোনো কাৰণ নাথাকিব।

ৰাতি খোৱাৰ সময় হ'ল। মানুহজনীয়ে সাৰ পোৱা নাই। পাপৰিয়ে সদানন্দক সুধিলে — কি কৰিব?

তাইক শুৱলৈ দিয়া। টোপনি সম্পূৰ্ণ নহ'লে তাই সুস্থ নহয়। নিজে সাৰ নোপোৱালৈ তাইক নজগাবা। তাই আজি সাৰ নাপায়। হেৰোৱা পুতেকক পোৱাৰ আনন্দত কিমান উজাগৰি নিশাৰ টোপনিয়ে তাইক আঁৱৰি ৰাখিছে সেই সকলোখিনি পূৰা হ'লেহে সাৰ পাব।

— মাটিতেই শুলে পিতা। পাপৰিৰ মৰম উপজিল।

— শোবক দিয়া। টোপনিয়ে মাটি পাটী নিবিচাৰে। চম্পাই মানুহজনীৰ গাত কম্বল এখন দিলেহি। তায়ো দুখ মনেৰে ক'লে এয়ে তাইৰ পৰম শান্তি।

পিচদিনা আঠমান বজাতহে মানুহজনীয়ে সাৰ পাই উঠি বহিল। পাপৰিয়ে মানুহজনীক বাথৰূমলৈ মাতি নি গা ধুবলৈ দিলে। চাপোনেৰে তাইক ভালদৰে গা ধুবলৈ ক'লে। পিন্ধি থকা কাপোৰযোৰ ধুই দিবলৈ ক'লে। পিন্ধিবৰ কাৰণে শাড়ী, পেটিকোট আৰু ব্লাউজ দিলে। মানুহজনীয়ে ঘঁহি ঘঁহি গা ধুলে। পিন্ধা কাপোৰযোৰ ধুই দিলে। পেটিকোট আৰু ব্লাউজ ঠিকেই পিন্ধিছে কিন্তু শাড়ীখন পিন্ধিব জনা নাই। এনেয়ে গাত মেৰিয়াই লৈ বাথৰূমৰ পৰা ওলাই আহিল। পাপৰিয়ে দেখা পাই ৰূমৰ ভিতৰলৈ মাতি নি শাড়ীখন ভালদৰে পিন্ধাই দিলে। ফণি এখন দি মূৰটো ফণিয়াই ল'বলৈ ক'লে। কালি দেখা পাগলীজনী এতিয়া নাই। সম্পূৰ্ণ সুস্থ নহ'লেও পাগলী বুলিব নোৱাৰি। মানুহজনীক চম্পাই চাহ-জলপান খাবলৈ দিলে। তাই খাই উঠি বাচনখিনি ধুই আনি বাৰান্দাৰ মূৰা এটাত বহিলহি।

পৰাগে ভয়ে ভয়ে দূৰৰ পৰা মানুহজনীক চালে। সি মুখখন দেখা পোৱা নাই। মানুহজনীক কালিৰ পাগলীজনী যেন লগা নাই। মুখখন চোৱাৰ কাৰণে সি আগুৱাই গ'ল। মানুহজনীয়ে তাক চাবলৈ মুখ ঘূৰালে। পৰাগে মানুহজনীৰ মুখখন দেখা পাই মা বুলি দৌৰি গৈ মাকক সাৱটি ধৰিলে। সি তাইৰ মুখলৈ চাই ৰ'ল। মানুহজনীৰ চকুৰ পৰা ওলাই অহা পানীৰ টোপালবোৰ তাৰ মূৰত পৰিল। সি মাকক চিনি পাইছে। তাৰো আনন্দতে চকুপানী ওলাল। মাকে পৰাগক সাৱটি ধৰি পাৰে মানে চুমা খালে। মুখৰে কোনোটোৱে কথা ক'ব পৰা নাই। আবেগ, বিচাৰি পোৱাৰ আবেগ, আপোনত্বৰ আবেগ। আবেগে মানুহক অভিভূত কৰে। সিহঁতেও আবেগত অভিভূত হৈ বাকৰুদ্ধ হৈ পৰিছে। কিমান সময় তেনেদৰে পাৰ হ'ল ক'ব নোৱাৰে।

মাতৃপুত্ৰৰ অপূৰ্ব মিলনৰ দৃশ্যটি চম্পাৰ চকুত পৰিল। তাই পাপৰিক ক'লে — পাপৰি, চোৱাহি। চম্পাৰ মাত শুনি পাপৰি উধাতু খাই লৰি আহিল। কি হৈছে চম্পাবা?

— সৌৱা চোৱা পাপৰি। চম্পাই মাতৃ পুত্ৰৰ মিলন মাধুৰিমাৰ দৃশ্যটিলৈ আঙুলিয়াই দেখুৱালে।

পাপৰিয়ে থৰ লাগি চাই ৰ'ল। আনন্দ আৰু বিষাদৰ চকুলো তাইৰ চকুৰ পৰা একেলগে বৈ আহিল। আঃ কি শান্তিৰ নিজৰা ব'ব ধৰিছে এই দুটা প্ৰাণীৰ স্নেহ মিলনত। কিন্তু পাপৰিৰ কাৰণে এই নিজৰা কল্পনাতীত। তাইৰ অন্তৰে হাহাকাৰ কৰিলে। অশ্ৰুসিক্ত মাতৃৰ ছবিখন চকুৰ আগত ভাঁহি উঠিল। মাতৃ কি? কিমান কৰুণাময়ী? তাইৰ জীৱনলৈ আহিবনে মাতৃ মিলনৰ শুভক্ষণ?

মাকক চিনি পাই পৰাগৰ পুৰণি দিনবোৰৰ কথা মনলৈ আহিল। আগদিনা মাকৰ ৰূপ দেখি চিনি নাপাই ভয় খোৱাৰ কাৰণে তাৰ বেজাৰ লাগিল। তাক বিচাৰিয়েই মাক পাগলীৰ দৰে হৈছিল। মাকক সি দুখ দিব নোৱাৰে। এতিয়া সি কি কৰিব? মাকৰ লগত যাবনে? গৈ ক'ত থাকিব? আকাশ-পাতাল ভাবি ভাবি পাৰ পোৱা নাই। মাজপানীত বঠা হেৰুৱাই ক্ষুদ্ৰ তৰিত উঠি উপণ্ডি ফুৰিছে।

মাকৰ চকুৰ আগত ভাঁহি উঠিছে কালৰূপিনী কপিলীৰ বলীয়া বানৰ ধ্বংস লীলাৰ দৃশ্য। কাল ৰাক্ষসীৰ সৰ্বনশীয়া গ্ৰাসৰ প্ৰতিচ্ছবি। আবাসিক আশ্ৰয়ৰ জুপুৰীটোও চূৰ্ণ বিচূৰ্ণ হৈ উটুৱাই নিয়াৰ দৃশ্য। পানীৰ কোবাল সোঁতে কাঢ়ি নিয়া গৰু-গাই, দামুৰীৰ বিভৎস ৰূপ চিৎকাৰ।

বহুত সময়ৰ পিছত পৰাগে কথা ক'ব পাৰিলে। — মা তই ইমান দিন ক'ত আছিলি?

— ক'ত থাকিম বাপু? তোক বিচাৰি বিচাৰি গোটেই চলাথ কৰিলো। কিমান ঠাইত বিচাৰি ফুৰিলো এতিয়া মনত নাই। কিমান দিন খোৱা নাই, তাকো মনত নাই। ভোক পিয়াহ মনত নপৰা হ'ল। ঈশ্বৰে আজি তোক মোৰ বুকুৰ মাজলৈ পঠাই দিছে। তই ইয়ালৈ কেনেকৈ আহিলি?

পৰাগেও তাৰ বৃত্তান্ত বিৱৰি ক'লে। — জানা মা কঁকা বৰ ভাল। মোক বৰ মৰম কৰে। পাপৰিবা, চম্পাবা, ৰবিখুৰা, আঘোনা খুৰাও ভাল। তেওঁলোকেও মোক খুউব মৰম কৰে। পাপৰিবাই মোক পঢ়াই। পৰাগে মনৰ উৎসাহত ঘৰখনৰ সকলোখিনি মানুহৰ পৰা পোৱা মৰমৰ কথা কৈ শান্তি লভিলে। মানুহজনী পাগলী হোৱা নাই বুলি পাপৰি আৰু চম্পাৰ বিশ্বাস হ'ল। অজানিতে কাতৰ হৈ পৰা মনটোক পাপৰিয়ে দৃঢ় কৰি ল'লে। তাই দুৰ্বল হ'লে নহ'ব। ধৈৰ্য্য তাইৰ অসীম। নিজৰ মন দুৰ্বল কৰি পিতৃ-মাতৃক চিৰদিনৰ কাৰণে দুখ দিব নোৱাৰে।

মাতৃ-পুত্ৰৰ মিলন বাতৰি দিয়াৰ কাৰণে পাপৰি সদানন্দৰ কাষ পালেগৈ। সদানন্দই নতুনকৈ জগা দামুৰীটোৰ গাত হাত বুলাই আছিল। পাপৰিৰ মাতত মূৰ দাঙি চালে।

— এটা শুভ সংবাদ দিবলৈ আহিলো পিতা।

— কি শুভ সংবাদ?

প্ৰথমে মোৰ বিশ্বাসেই হোৱা নাছিল। সপোন দেখাৰ দৰে লাগিছিল। সপোন নহয় দিঠক। সদানন্দই বুজিব নোৱাৰি পাপৰিৰ মুখলৈ চাই ৰ'ল। পাপৰিয়ে মাক-পুতেকৰ মিলন বাতৰি বিৱৰি ক'লে।

সদানন্দৰ মনতো তেনে এটা ভাব আহিছিল। পাপৰিৰ পৰা জানি তেওঁৰ ভাবনা অমূলক নহয় বুলি বুজিব পাৰি ভাল লাগিল। পাপৰিৰ ওচৰত মনৰ কথা ব্যক্ত নকৰিলে।

— তোমাৰ পৰা শুভ সংবাদটো জানি ভাল লাগিল। পৰাগৰ মাকৰ নাম জয়ন্তী বুলি পৰাগৰ পৰা জানিছিল। সিহঁতৰ সকলো কপিলীৰ বুকুত জাহ যোৱাৰ কথাও জানিছিল। সিহঁতক পঠাই দিলে ক'ত থাকিব? মাকৰ বুকুৰ পৰা ল'ৰাটো কাঢ়ি ৰখাৰ দৰে নিষ্ঠুৰ কাম তেওঁ কৰিব নোৱাৰে। জয়ন্তীৰ ইচ্ছাৰ বিৰুদ্ধে তাইকো ধৰি ৰাখিব নোৱাৰি। জয়ন্তী পাগলী হোৱা নাই। কিন্তু মানসিক সুস্থিৰতা নাই। পুতেকৰ লগত ইয়াত কিছুদিন থাকিলে সুস্থ হ'ব। নিৰ্ভয় আৰু মানসিক শান্তি পালে দুৰ্বল মগজুৰ শক্তি বৃদ্ধি হৈ তাই আৰোগ্য হ'ব পাৰিব। পাপৰিৰ ওচৰত সদানন্দই মনৰ কথা প্ৰকাশ কৰিলে। পাপৰিয়েও সমৰ্থন কৰি ক'লে — মাক, পুতেকৰ কথা-বতৰা শুনি ময়ো আশা কৰিছো। সিহঁতে মনৰ কথা কৈ শান্তি পাইছে।

— কিয় শান্তি নাপাব? অপত্য স্নেহৰ অমিয়া মাধুৰীৰ সোৱাদ পিতৃ-মাতৃয়ে উপলব্ধি কৰে। তোমাকো মা, দেউতাৰ বুকুৰ মাজলৈ পঠাব পৰা হ'লে তেওঁলোকেও শান্তি পালে হয়। তোমাৰ যুক্তিপূৰ্ণ কথা শুনি জোৰ কৰি পঠাব নোৱাৰো। উপলব্ধি কৰো পিতৃ-মাতৃৰ অন্তৰৰ বেদনাৰ কথা। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰো, তেওঁ যেন তোমাৰ মনোবাঞ্ছা পূৰণ কৰে।

— মোৰ কাৰণে আপুনি বেচি চিন্তা কৰে পিতা।

— কিয় নকৰিম আই? আমাৰ দুয়োটা ল'ৰা লক্ষ প্ৰতিষ্ঠ। উন্নত দেশৰ নিৰাপদ স্থানত আছে বুলি জানিও সিহঁতৰ প্ৰতি থকা স্নেহে মোকো কেতিয়াবা ভাৱাক্ৰান্ত কৰে। তোমাৰ মা, দেউতাই তোমাৰ খবৰ পোৱা নাই। তেওঁলোকৰ মৰ্মবেদনা মোতকৈ বেচি নহয় জানো?

— ময়ো উপলব্ধি কৰো পিতা। মই মোৰ চিন্তাৰ কথা আপোনাক কৈছোৱেই। মই পিতৃ-মাতৃৰ অবাঞ্ছিত সন্তান হ'ব বিচৰা নাই।

— তোমাৰ কথাৰ মূল্যক মই বিসৰ্জন নিদিওঁ। তোমাৰ দৰে বিদুষিনীৰ সান্নিধ্যত জয়ন্তীও সোনকালে আৰোগ্য হ'ব বুলি মোৰ বিশ্বাস।

পাপৰি আঁতৰি গ'ল। সদানন্দই ভাবিলে, এনেহেন সুবাসিত কুসুম পাহ নিষ্ঠুৰ মানুহৰ হাতত লাঞ্ছিতাহে ভূপতিত হ'ল। প্ৰভু! ফুলপাহ সজীৱ কৰি ৰাখা। তাৰ সুৰভি দশোদিশ বিলাই দিয়া।

ৰবিবাম, আঘোনাই শুভসংবাদ জানিব পাৰি ক্ষৰ। চাপিল। অপত্য স্নেহৰ অফুৰন্ত নিজৰাৰ পবিত্ৰ জলৰাশিত শিশুটোৱে স্নান কৰি শান্তি লভিছে। মাতৃয়ে বিগলিত নয়নাশ্ৰু বিসৰ্জন দি অপত্য স্নেহত বিভোৰহে আছে।

(৭)

জয়ন্তীৰ যোৱা নহ'ল। মানসিক সুস্থিৰতা সম্পূৰ্ণ ঘূৰাই পাইছে। সদানন্দৰ ওচৰলৈ যোৱাৰ প্ৰস্তাব দিছিল — ক'লৈ যাবা বুলি সোধাত একো উত্তৰ দিব নোৱাৰিলে। আপত্তি নহ'লে সদানন্দৰ ঘৰতে মাক-পুতেক দুয়োকে থাকিবলৈ কোৱাত থাকিবলৈ সন্মত হ'ল। জয়ন্তীয়ে ৰন্ধাবঢ়াৰ সকলো দায়িত্ব নিজে লৈ চম্পা আৰু পাপৰিক আহৰি কৰি দিলে। জয়ন্তীয়ে জুতি লগাকৈ ৰন্ধা আহাৰে সকলোকে তৃপ্তি দিলে। চম্পাৰ ৰন্ধাও সোৱাদ লগা। তথাপি জয়ন্তীৰ হাতৰ সোৱাদ বেচি। পৰিষ্কাৰ পৰিচ্ছন্নতাও মানিবলগীয়া।

চম্পাৰ গৰ্ভ পূৰঠৈহে আহিল। নমাহ পাৰহৈ দহ মাহত সোমাল। সকলো নাৰীৰ দৰে তায়ো এটি দেৱ শিশুৰ জননী হোৱাৰ আশাৰে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায় সদায় সন্ধ্যা হোৱা প্ৰাৰ্থনা অনুষ্ঠানত পৰিয়ালৰ সকলো সদস্য মিলিত হয়। প্ৰাৰ্থনাৰ অন্তত সদানন্দই গীতা বা কীৰ্ত্তন পাঠ কৰে। আটায়ে বহি পাঠ শুনে। পাঠৰ অন্তত সেৱা জনায়। এইয়া তেওঁলোকৰ দৈনন্দিন কাম।

শৰতৰ কুঁৱলি ঠেলি সুৰুযৰ সোণালী কিৰণে নিয়ৰসিক্ত কুমাৰী পৃথিৱীক আলোকিত কৰিলে। উষাৰাণীক বিদায় দি সদানন্দ ঘৰমুৱা হ'ল। পদূলিৰ ওচৰত আবিস্কাৰ কৰিলে পৰি থকা এটি টোপোলা। আগ্ৰহেৰে কোলাত তুলি ল'লে। উষাৰাণীৰ মোহন উপহাৰ। কলৰৱ পক্ষীৰ সঙ্গীতৰ তালে তালে ঘৰলৈ খোজ ল'লে। অন্তেষপুৰত নৱ জাতিকাৰ ক্ৰন্দন ভাঁহি উঠিল। চম্পা আজি মাতৃ হ'ল প্ৰাতঃসতে। সদানন্দৰ কাৰণে সেই শুভ সংবাদটো কাষ চপা নাই। ডাক্তৰ নাৰ্চৰ ঠাইত অভিজ্ঞ জয়ন্তীয়ে কামখিনি সম্পূৰ্ণ কৰিলে। পাপৰি সহায়কাৰিণী হ'ল। দয়াময়ৰ দয়াত সুকলমে সমাধা হ'ল। এতিয়াও গাওঁ অঞ্চলত পূৰ্বপুৰুষ সকলৰ দিনত চলি থকা ব্যৱস্থাই চলি থাকে।

ন অতিথিক আগমণৰ বাতৰি দিবলৈ পাপৰি সদানন্দক বিচাৰি গৈ আগফাল পালেগৈ। সদানন্দৰ কোলা শুৱনি কৰি কি আনিছে? উৎসুক হৈ পাপৰি আগুৱাই গ'ল। এটি শুভ্ৰবস্ত্ৰৰ টোপোলা। কি পালে পিতা?

— লোৱা ঈশ্বৰৰ দান। সদানন্দই টোপোলাটো পাপৰিৰ হাতত দিলে। পাপৰিয়ে হাত পাতি ল'লে। এটি সদ্যজাত দেৱশিশু। শোণিত সিক্ত হৈয়েই আছে। কোনোবা হৃদয়হীনৰ এয়া অমানুষিক কাৰ্য্য।

— ক'ত পালে পিতা?

— পদুলিমুখত।

— চম্পাবাৰো কন্যা এটি জন্ম হৈছে পিতা।

— শুভ সংবাদ।

ৰবিৰাম আৰু আঘোনাও ওচৰ চাপি আহিল। কি পালা আইদেউ? ৰবিৰামে সুধিলে।

— মই নহয়, পিতাই পদূলিত পাই আনিছে। ৰবিৰাম আৰু আঘোনাই কাষ চাপি গৈ দেখিলে, জ্যোতির্মান পুৰুষ শিশু।

সদানন্দই মন্তব্য দিলে — কংসৰ কাৰাগাৰত বাসুদেৱৰ আবির্ভাব হৈছিল। নন্দৰ ঘৰত জন্ম পালে যোগমায়াই। বাসুদেৱৰ আবির্ভাব হৈছিল অনাচাৰী কংস নিধনৰ কাৰণে আৰু যোগমায়াৰ প্রয়োজন হৈছিল বাসুদেৱক সহায় কৰাৰ বাবে। আজিও সেয়ে হৈছে। বাসুদেৱৰ ৰূপত মযে বাসুদেৱক নন্দৰ ঘৰলৈ আদৰি আনিছো। চম্পাই জন্ম দিছে যোগমায়াক। কিযে ঈশ্বৰৰ লীলা?

— এই শিশুৰ নাম বাসুদেৱ আৰু চম্পাবাৰ কন্যাৰ নাম যোগমায়া ৰখা হওক পিতা। পাপৰিয়ে মনৰ কথা ঘোষণা কৰিলে।

— অপূর্ব হ'ব। সদানন্দই মত প্রকাশ কৰিলে।

— হয় দেউতা, সুন্দৰ নাম হ'ব। তই কি কৱ ৰবিকাই?

— পাপৰি আইদেৱে দিয়া নাম বেয়া হ'বনে? মোৰ মনৰ কথাকে আইদেৱে কৈছে। ইমান সুন্দৰ নামৰ কথা মই চিন্তা কৰি নাপাওঁ।

— ব'লা, যোগামায়াক দৰশন কৰোগৈ।

প্রাতঃভ্রমণ শেষ কৰি দুৰৰীৰ মুকুতা সৰাই আদৰি অনা শ্যামন্তক মণিটি কোনো বৈধ্য দম্পত্তিৰ নয়ন মণি বুলি বিশ্বাস নহয়। কোনো বৈধ্য দম্পত্তিয়েই ইমান পাষাণ হ'ব নোৱাৰে। মায়াৰ সংসাৰত সংঘটিত কলঙ্ক মোচনৰ কাৰণে হৃদয়হীনৰ কার্য্য হ'বই লাগিব। পাণ্ডৱ জননী কুন্তীয়েও কলঙ্ক ঢাকিবৰ কাৰণে নিজ পুত্র কর্ণক নদীৰ গর্ভত বিসর্জন দিছিল। কৱচ কুণ্ডলধাৰী আদিত্য সুত কর্ণক লাভ কৰিছিল অধিৰথে। পত্নী ৰাধাই তুলি তালি ডাঙৰ কৰিলে। ক্ষত্রিয় কুমাৰ কর্ণহে পৰিল সুতপুত্র ৰাধাৰ নন্দন। এই জ্যোতির্মান শিশুটি লাভ কৰিছে সদানন্দই। শিশুটি তুলি তালি ডাঙৰ কৰাৰ কাৰণে সন্ধ্যাৰাণী নাই। তথাপি প্রতিপালিত হ'ব। শিশুটিৰ বিষয়ে সদানন্দই নাজানে। আদৰি আনিছে মাত্র। বাসুদেৱে অর্জুনক কোৱা কথাষাৰ মনত পৰিল। 'নিমিত্ত মাত্র ভৱ সব্যসাচীন্'।

সদানন্দৰ গৃহ উজ্বলি উঠিল। দুই প্রদীপ শিখাই তমসামুক্ত কৰিলে। আনন্দৰ উৎসৱে দশোদিশ নিনাদিত কৰিলে। বিধে বিধে সুস্বাদু আহাৰৰ যোগাৰ কৰা হ'ল। সদানন্দই দুয়োটা শিশুকে স্বর্ণ স্পর্শ কৰাই উপহাৰ দি আনন্দ লভিলে। জয়ন্তী, পাপৰিয়ে মাঙ্গলিক উৰুলি দিলে। ৰবিৰাম, আঘোনায়ো একোটা নাচ দিলে। পৰাগৰ নাচোনৰ সীমা নাই। একেলগে দুটা ভাই, ভনী, খেলাৰ লগৰী। সি আৰু অকলশৰীয়া নহয়।

সদানন্দৰ নিজৰ শোণিতৰ সম্পর্কীয়সকল বহুত দূৰত থাকিলেও অকলশৰীয়া নহয়। নিজৰ মানুহখিনিৰ দৰে এটা যৌথ পৰিয়াল পাইছে। নাতি, নাতিনীয়ে ভৰপূৰ সংসাৰ। দুয়োটা শিশু শৰীৰৰ অংশহে পৰিছে। মানুহখিনিক বোজা বুলি নাভাৱে। সিহঁতে নিজে শ্রম কৰি আহাৰ সংগ্রহ কৰিছে। তথাপি সদানন্দৰ হাতৰ পইচা খৰছ কৰিব লগা হয়। নতুন উদ্যানৰ পৰা সামান্য উপার্জন হয়। উপলব্ধি হ'লেও প্রকাশ

নকৰে। কৰিব নোৱাৰে। মানুহখিনি অভাবগ্ৰস্ত। ভোগবিলাসৰ কাৰণে T.V. আছে। তাৰে সকলোৱে উপভোগ কৰে। আন বিলাসীতা নাই। নিজেও বিলাসী নহয়।

সদানন্দৰ চিন্তা নহ'লেও চিন্তা কৰা মানুহ আছে। যিজন মানুহে ৰাজকীয় ভোগ বিলাসত জীৱন নিৰ্বাহ কৰাৰ সামৰ্থ আছে, তেওঁ ৰাজভোগ নিবিচাৰি সাধাৰণ জীৱন যাপন কৰিছে। তেওঁৰ আৰ্থিক ব্যয় আনৰ কাৰণে কৰিছে। এনেদৰে চলিলে মানুহজনে কেতিয়াবা কষ্টত পৰিব। উপাৰ্জন বৃদ্ধি কৰি মানুহজনক সহায় কৰাৰ পথ বিচাৰি পাপৰি সচেষ্ট হ'ল।

ৰবিৰাম আৰু আঘোনাৰ পৰা পাপৰিয়ে সহায় বিচাৰিলে। দুয়োৰে লগত আলোচনা কৰিলে। পাপৰিয়ে দুয়োৰে ওচৰত মনৰ কথা ব্যক্ত কৰিলে। তোমালোকে পিতাৰ খৰছৰ কথা কিবা চিন্তা কৰিছা যদি মই নাজানো। আমাৰ কাৰণে খৰছ কৰি তেঁখেতৰ হাত উদং হোৱা যেন লাগিছে। তেখেতৰ হাতৰ সকলোখিনি টকা শেষ হ'লে আমি সকলো বিপদত পৰিম। এতিয়াও ব্যৱস্থা নল'লে নহ'ব। আমি উপাৰ্জন কেনেকৈ বঢ়াব পাৰো তাৰ চিন্তা কৰিব লাগে। তোমালোকে কি ভাবা?

— আপোনাৰ কথা সঁচা আইদেউ। আমি আঁঠোটা প্ৰাণী তেখেতৰ কোনো নহয়। তেখেতে আশ্ৰয় দি ৰাখিছে। আমাৰ কাৰণে সাঁচতীয়া ধন, পেন্সন আৰু ভাৰাঘৰৰ ধন খৰছ কৰিছে। আমি গাৰে খাতি সহায় কৰিও লাভ হোৱা নাই। ইয়াতকৈ উপাৰ্জন বঢ়াব পাৰিলে সকলোৰে কাৰণে ভাল। তুমি শিক্ষিতা, বুদ্ধিতো আগবঢ়া কিবা পথ তুমি উলিয়াব পাৰিলে আমি আগবাঢ়িব পাৰিম। কি ক'ব ৰবিকাই? আঘোনাই ৰবিৰামৰ সমৰ্থন বিচাৰিলে।

— কথা ঠিকেই কৈছ। আইদেৱে কিবা পথ উলিয়ালে আমি গাৰে খাতিব পাৰিম।

— মই কথা এটা চিন্তা কৰিছো। আমি তিনিজনী আছো। তোমালোক দুজন। পৰাগেও ইটো-সিটো সহায় কৰিব পৰা হৈছে। চম্পাবাই কেচুৱা কেইটাৰ কাৰণে সময় নাপায়। জয়ন্তীবা, পৰাগ আৰু মই বাৰীৰ কামত তোমালোকক সহায় কৰিলে তোমালোকে কেইবিঘা মাটিত নিজাকৈ ধানখেতি কৰিব পাৰিবা? দহবিঘামানত কৰিব নোৱাৰিবানে?

— কিয় নোৱাৰিম আইদেউ? পিচে তোমালোকে খেতিৰ কাম কৰিবা বুলি কোৱাতহে ভাল লগা নাই। ৰবিৰামে সমিধান দিলে।

— আমাৰ কথা চিন্তা কৰিছা কিয় ৰবিকাই? আমিতো হাল-কোৰ মাৰিবলৈ নাযাওঁ। পানী দিয়া, বনবাত নিৰাই দিয়া, গাইকেইজনীক দানা পানী দিয়া কামহে কৰিম। তাৰ কাৰণে বেয়া পাব নালাগে। শাওনা আৰু কাতিয়াইতে খেতি ভাল নহয় বুলি ধান কম দিয়ে। বিশ বিঘা মাটিৰ ধান বহুত হ'ব লাগে। আমি তাৰ আধাখিনি মাটিত মানে দহবিঘা মাটিত খেতি কৰিলে খোৱাৰ কাৰণে চিন্তা কৰিব নালাগিব।

— দহবিঘা মাটিত আমি খেতি কৰিব পাৰিম। খেতি কৰিবলৈ গৰু লাগিব। আমাৰ গাইহে আছে। বলধ নাই। তাৰ যোগাৰ হ'লে হ'ব। কি ক'ব ৰবিকাই?

— দুটা মানুহে দহবিঘা মাটিত ধান কৰ নোৱাৰিলে কি খেতি কৰিম? দেউতাই জানো শাওণাইতৰ পৰা মাটি আনিব?

— পিতাক সন্মত কৰা আৰু গৰুৰ যোগাৰ কৰাৰ দায়িত্ব মোৰ। নাঙল, যুৱলী যি দৰকাৰ হয়, সেই যোগাৰ তোমালোকে কৰিব লাগিব।

— কিহৰ যোগাৰ পাপৰি? সদানন্দও আহি ওচৰ পালেহি।

— পিতা আপুনি ইয়ালৈকে আহিল ভালেই হ'ল। মই আপোনাৰ ওচৰলৈ যোৱাৰ কথা ভাবিছিলো।

— কিয়? কিনো দৰকাৰ হ'ল?

— মই কথা এটা চিন্তা কৰিছিলো। আমাৰ জনসংখ্যা বাঢ়িল। ইমান মানুহৰ খৰছ যোগাই আপোনাৰ এপচাও ৰাহি নহয়। অন্ততঃ ধানখিনিৰ উপাৰ্জন বঢ়াব পাৰিলেও কিছু সকাহ পোৱা যাব। এওঁলোকৰ লগত কথা পাতিছিলো। এওঁলোকে অলপ ধান খেতিও কৰিব পাৰিব। আপোনাৰ অনুমতি আৰু সহায় নহ'লে আমাৰ কথা পানীৰ মিঠৈ হ'ব। গতিকে আপোনাৰ অনুমতি আৰু সহায় বিচাৰিছো।

— অনুমতি হ'ব বাৰু, সহায়ৰ কথা কোৱা।

— শাওণা আৰু কাতিয়াই খেতি কৰি থকা মাটিৰ আধাখিনি মাটিত এওঁলোকক খেতি কৰিবলৈ দিব লাগে। খেতি কৰিবলৈ হালোৱা গৰু এহাল যোগাৰ কৰি দিব লাগে। বাকী যোগাৰ এওঁলোকে কৰি ল'ব পাৰিব।

শাওণাইত মাটি নোহোৱা মানুহ। মোৰ মাটিতে খেতি কৰি সংসাৰ চলাই আছে। সিহঁতৰ পৰা কেনেকৈ মাটিখিনি কাঢ়ি আনো?

— পিতা, সিহঁতৰ পৰা গোটেইখিনি মাটি কাঢ়ি আনিবলৈ কোৱা নাই নহয়। দুয়োটাৰ পৰা পাঁচ, পাঁচ বিঘা আনিলে আমাৰ দহ বিঘা হ'ব। সিহঁতে খেতিৰ ধান কমকৈ দিয়ে। তাৰে আমাৰ নচলে। আপোনাৰ দিহামতে খেতি কৰিলে তাতকৈ বহুত ভাল ধান হ'ব। আপোনাৰ খেতি কৰা চাই সিহঁতৰো শিক্ষা হ'ব। আমাৰো খোৱাৰ যোগাৰ হ'ব।

— তোমাৰ কথা ভালেই। মইহে মাটিখিনি কাঢ়িবলৈ ভাল পোৱা নাই। বাৰু কিবা এঠা কৰিব লাগিব। বলধ এহালো কিনিব লাগিব। ৰবিৰাম! তইঁতে জানো সময় পাবি?

— সময় উলিয়াব লাগিব দেউতা।

— পিতা, আহাৰৰ কাৰণে সকলোৰে কষ্ট কৰিব লাগিব। অকলে ইমান মানুহক আপুনি কেনেকৈ পুহিব? সময় উলিয়াই আমি সহায় কৰিম।

— তোমালোকে? কি সহায় কৰিবা?

কিয় নোৱাৰিম পিতা? নিজৰ আহাৰৰ কাৰণে কষ্ট, ভয়, লাজ আৰু কৰ্মৰ বিচাৰ কৰিলে কেনেকৈ হ'ব? হাল কোৰৰ বাদৰ উপৰি যিখিনি কাম থাকে সেইখিনি কাম কৰিব পাৰিম পিতা। তাৰ কাৰণে আপুনি চিন্তা নকৰিব। আমাক মানা নকৰিব।

— হ'ব পাপৰি, মই মানা নকৰো।

দহ বিঘা মাটিত ধানখেতি কৰাৰ ব্যৱস্থা হ'ল। খেতি কৰাও আৰম্ভ হ'ল। ধানগছৰ চেহেৰা দেখি গাৱঁৰ মানুহৰ চকু থৰ হ'ল। বুঢ়াৰ খেতি ইমান মদগজ হৈছে, আমাৰ নহয় কিয়? গাৱঁৰ মানুহৰ মাজত আলোচনা-বিলোচনা চলিল। প্ৰথম বছৰত দহ বিঘা মাটিৰ ধান আৰু আধিৰ পৰা পোৱা ধানেৰে খোৱাৰ যোগাৰৰ উপৰি বিক্ৰী কৰিব পৰা হ'ল। পাচলি আৰু গাখীৰৰ পৰাও খৰছ যোগাৰ হ'ল। ঘৰৰ খৰছো বাঢ়িল। তথাপি সদানন্দৰ কিছু পইচা ৰাহি হ'ল। ৰবিৰাম, আঘোনা দমি নগ'ল। দুগুণ উৎসাহেৰে কাম কৰি গ'ল। উদ্যানৰ গছ ডাঙৰ হৈছে। গছত ফল ধৰিছে। পুখুৰীৰো মাছ ডাঙৰ হৈছে। খেতি পথাৰ, উদ্যান, পুখুৰীৰ মাছ চাই সদানন্দ আত্মবিভোৰ হ'ল। অনিচ্ছিত বিপদৰ ভয় নোহোৱা হ'ল। দহ বিঘাৰ পৰা বিশ বিঘা মাটিত ধান খেতি কৰিবলৈ ল'লে। বাৰীৰ লগতে ঘৰখনো সজাল ধৰি উঠিল। তেওঁলোক এটা সুখী পৰিয়াল হ'ল।

(৮)

চন্দ্ৰমাৰ দৰে একলা দুকলাকৈ শিশু দুটা বাঢ়িবলৈ ধৰিলে। মুখত হাঁহি ফুটিল, উবুৰি হ'ব পৰা হ'ল, ঠিয়ডঙা দিলে, এখোজ দুখোজকৈ যাব পৰা হ'ল, খোজ কাঢ়িব পৰা হ'ল। আধাফুটা আধামাতত সৰগৰ অমিয়া বৰষিলে। চম্পাৰ বুকুৰ অমৃতেৰে দুয়োটা শিশু ডাঙৰ হ'ল। সদানন্দই নাতি, নাতিনী বুলি আকোৱালী ল'লে। পৰাগৰ খেলাৰ লগৰী হ'ল। ৰবিৰাম, আঘোনাই কঠোৰ পৰিশ্ৰমৰ মাজতো আহি সিহঁতক একোলা লৈহে ভাগৰ গুছাব পাৰে। বৰ্দ্ধাবঢ়াৰ মাজতো জয়ন্তীয়ে একোলালৈ আনন্দ লভে। প্ৰতিজন মানুহৰ পৰা পোৱা মৰমেও সিহঁতক পাপৰিৰ ওচৰৰ পৰা আঁতৰাব নোৱাৰে। সিহঁত দুয়োটা পাপৰিৰ প্ৰাণ। মাতৃহৈয়ো চম্পাই সিহঁতক পাপৰিৰ কোলাৰ পৰা নিব নোৱাৰে। কি মোহিনী আছে পাপৰিৰ গাত সিহঁতেহে জানে।

ৰবিৰাম মাজে সময়ে অন্যমনস্ক হয়। অকলশৰে থাকিলে গামোছাৰে চকুপানী মচে। চিৰি লুইতে কাঢ়ি নিয়া শিশুকেইটা আহি তাক আমনি কৰে। নৈৰাশ্যই তাৰ মন আকাশত কলীয়া ডাৱৰৰ সৃষ্টি কৰে। মন প্ৰাণ উদাস হৈ পৰে।

আঘোনাৰ যৌৱনে তলবলাই আছে। সি এতিয়া গিৰি বাঘৰৰ। সন্মুখত ফুলৰা, চতৰা ৰূপহী গাভৰু। পাপৰি শিক্ষিতা। পাপৰিৰ কথা তাৰ মনলৈ নাহে। পাপৰিৰ ৰূপ পাণ কৰিয়েই সন্তুষ্ট থাকে। চম্পা এটা শিশুৰ জননী হ'লেও তাইৰো যৌৱন তলবল কৰি আছে। যোগমায়াৰ জন্মৰ পিচৰ পৰা তাইৰ সৌন্দৰ্য্য চৰি আহিছে। ৰূপৰ তুলনা কৰি চালেও প্ৰথম শাৰীতেই তাইৰ স্থান। গৰ্ভাৱতী চম্পাৰ কাষত তাৰ সংযম অটুত আছিল। এতিয়াও বান্ধ শিঠিল হ'বলৈ দিয়া নাই। তথাপি সি আমনি পাইছে। মনে হেঙাৰ মানিব নিবিচাৰে। সন্তানটোও হেঙাৰ বুলি ভবাৰ যুক্তি সি বিচাৰি নাপায়। চম্পাৰ মন নাপালে সি আগ নাবাঢ়ে? সি অসৎ নহয়, হ'ব নোৱাৰে। তাৰ ওপৰত থকা বিশ্বাসক সি হত্যা নকৰে। মন পোৱাৰ সুযোগৰ

অপেক্ষা কৰি ৰ'ল।

বেচি সময় অপেক্ষা কৰাৰ প্ৰয়োজন নহ'ল। চম্পাই যোগমায়াক আনি আঘোনাৰ হাতত দিলেহি। আঘোনাকাই এইক অলপ ধৰাচোন। চম্পাৰ পৰা যোগমায়াক নিজৰ কোলালৈ আনি আঘোনাই ক'লে — তুমি গাভৰু হৈয়ে আছা চম্পা। চম্পাই আঘোনাৰ কথা শুনি জিকাৰ খাই উঠিল। আঘোনাৰ চকুত দুষ্টামী দেখা পালে সেই চাৱনি তাই সহ্য কৰিব পৰা নাই। এচপৰা লাজে তাইক গ্ৰাস কৰিলে। লাজুক ভাষাৰে তাই ক'লে — মোৰ বিয়া হৈছে। তাৰ সাক্ষী এইটো।

— মোৰ বিয়া হোৱা নাই। আঘোনাই উত্তৰ দিলে। চম্পাই ততাতৈয়াকৈ আঁতৰি গ'ল। আঘোনাই একেথৰে চাই ৰ'ল। মনত আশাৰ বেঙুনি বিয়পি পৰিল। লাজেই নাৰীৰ ভূষণ। তাই বেয়া পোৱা নাই। বেয়া পালে বেয়াকৈ ক'লে হয়। সিহঁতৰ কথাবোৰ আনে জানিলেনেকি?

যাৰ শ্ৰৱণেন্দ্ৰিয়ত কথাখিনিয়ে আঘাত কৰিলে, তেওঁ বিদুৰিনী। তাই চিন্তা কৰি চালে, সিহঁতে ভুল কৰিছে নেকি? নাই ভুল কৰা নাই। সংযম শিথিল হ'বলৈ দিয়া নাই। প্ৰকৃতিৰ বিৰুদ্ধাচৰণ সিহঁতে কেনেকৈ কৰিব? যৌৱনৰ জোৱাৰত যে উটি ভাঁহি যোৱা নাই সেয়ে বহুত। সিহঁতৰ মিলন হ'লে সুখী হ'ব। আঘোনা যিদৰে কৰ্মঠ, চম্পাও একেদৰে কৰ্মনিষ্ঠ থকা মহিলা। ৰূপ যৌৱনো সমকক্ষ। এটি সন্তানৰ মাতৃ বুলি জানিও আঘোনাই চম্পাক পত্নী কৰি ল'লে, চম্পাকেই বেচি ভাগ্যৱতী বুলিব লাগিব। তাইক এটা আশ্ৰয়বো প্ৰয়োজন। পিতাৰ সম্মতিৰ অবিহনে সিহঁতৰ মিলন কেনেকৈ সম্ভৱ?

পাপৰিৰ চিন্তাৰ মাজত আৰু দুখন ছবি ভাঁহি উঠিল। জয়ন্তীৰ বয়স খুউব বেছি পয়ত্ৰিশ বছৰ হ'ব। আজি কালি বহুত ছোৱালীৰ বিয়াৰ বয়সহে বুলিব পাৰি। পৰাগৰ দহ বছৰ হ'ব। সি তাইৰ প্ৰথম সন্তান।

বৰিকাইৰো কোনো নাই। বয়স দুকুৰি পাৰ হ'ব পাৰে। তাতকৈ বেচি নহয়। সুৰুষৰ কাৰণে বেচি বুলিব নোৱাৰি। একজনৰ পত্নী নাই, একজনীৰ পতি নাই। ল'ৰাটো প্ৰতিবন্ধক নহয়। পিতাই তাৰ ব্যৱস্থা কৰি আছে।

বাৰান্দাৰ নিৰ্দিষ্ট চকীখনত সদানন্দই বহি জিৰণি লৈছে। পাপৰি গৈ ওচৰতে বহিল। পিতা, আপোনাৰ লগত এটা বিশেষ আলোচনা আছে।

— কোৱা, কি ক'ব বিচাৰিছা?

— আজি আঘোনাকাই আৰু চম্পাবাৰ মাজত হোৱা কথাৰ পৰা বুজিব পাৰিছো, সিহঁতৰ মাজত কিবা দুৰ্বলতাৰ সৃষ্টি হৈছে।

— অহাতো স্বাভাৱিক। এতিয়াও অসঙ্গত একো নঘটাৰ কাৰণে সিহঁতক ধন্যবাদ দিব পাৰি। সদানন্দৰ মনৰ কথা পাপৰিৰ আগত প্ৰকাশ কৰিব নোৱাৰে। তেওঁ ক'লে — অকল আঘোনাৰ ইচ্ছা থাকিলে নহয়, চম্পাৰো মনৰ কথা জানিব লাগিব। দুয়ো সন্মত হ'লে যোৱা লগাই দিব পাৰি। সিহঁতক যোৱা লগাই দিব পাৰিলে ময়ো ভাল পাম। চম্পাৰ আশ্ৰয় এটাৰ প্ৰয়োজন।

— ঠিক কৈছে পিতা, সমস্যা উদ্ভৱ হোৱাৰ আগতে ব্যৱস্থা ল'ব পাৰিলে ভাল হয়।

— তুমি চম্পাৰ পৰা সন্মতি ল'ব পাৰিলেহে ব্যৱস্থা ল'ব পৰা হ'ব। আঘোনাৰ মনৰ খবৰ পাইছা, তাইৰ পোৱা নাই। অকল আঘোনাৰ মন থাকিলেই নহ'ব। চম্পাও সন্মত হ'ব লাগিব। চম্পা গাৰঁৰ নীতি-নিয়মৰ মাজত থাকি ডাঙৰ দীঘল হোৱা। তাই গাৱঁলীয়া বিবাহীতা বোৱাৰী। আমাৰ সমাজত পুৰুষে বহুবিবাহ কৰাৰ সন্মতি দিয়ে কিন্তু নাৰীৰ বেলিকা বাধা আছে। তাই সেই বাধাক নেওচিব পাৰিব লাগিব। তাৰ কাৰণে সাহসৰ প্ৰয়োজন। চম্পাই সেই সাহস গোটাই সন্মত হ'লে আনন্দ পাম। সিহঁতৰ নতুন সংসাৰ এখন পাতি দিবলৈ ভয় নকৰো। চম্পাক মই কেনেকৈ সুধিম? তুমিয়েই তাইৰ সন্মতি আনিব লাগিব।

— মই এই দায়িত্ব লৈছো পিতা। আজিয়েই মই চম্পাবাৰ সন্মতি বিচাৰিম। পাপৰিৰ মনটো ফৰকাল হ'ল। চম্পাৰ সন্মতি সহজে পাব বুলি আশা কৰা নাই। তথাপি চেষ্টা কৰিব।

— পিতা, আপোনাক আৰু এটা কথা সোধো?

— সোধা।

— মই আৰু এটা কথা ভাবিছো। জয়ন্তী বাৰ কথা।

— জয়ন্তীৰ আকৌ কি হ'ল?

একো হোৱা নাই। মইহে ভাবিছো। জয়ন্তীবাৰ বয়স এতিয়াও পয়ত্ৰিশ বছৰৰ কমহে হ'ব। পৰাগো সৰু হৈয়ে আছে। ৰবিকাইৰো কোনো নাই। তেওঁৰো চল্লিশ বছৰ মানহে বয়স হ'ব। এনে বয়সত আজি কালি বহুতে নতুনকৈ বিয়া পাতেহে। এই সুযোগতে তেওঁলোক সন্মত হ'লে তেওঁলোকৰ মাজতো সম্পৰ্ক কৰাই দিব পাৰিলে ভাল হয়। কথাটো আপুনি কেনে দেখে?

সদানন্দই বুজিলে, পাপৰিয়ে বহুত দূৰলৈ চিন্তা কৰিছে। যিজনী ছোৱালীয়ে নিজৰ সুখৰ সংসোৰৰ কথা চিন্তা কৰি, কল্পনা কৰি আনন্দত আত্মহাৰা হোৱাৰ বয়স পাইছে, তাই নিজৰ চিন্তা বিসৰ্জন দি আনৰ চিন্তাত আত্মনিয়োগ কৰিছে। কি অদ্ভুত ছোৱালী? মনৰ ভাব মনতে ৰাখি পাপৰিক ক'লে — ৰবিৰাম আৰু জয়ন্তী সন্মত হ'ব জানো?

— সন্মত হয়, নহয় নাজানো। আঘোনাকাই আৰু চম্পাবাৰ বিয়া হ'লে, ৰবিকাই অকলশৰীয়া হৈ পৰিব। এতিয়াই তেওঁ নিবলে চকুপানী টোকে। তেতিয়া তেওঁৰ দুখ বাঢ়িব। জয়ন্তীবাৰ ল'ৰা এটা আছে, কিন্তু ৰবিকাইৰ কোনো নাই। সন্মত হওক বা নহওক চেষ্টা এটা কৰাত জানো আপত্তি আছে?

— মোৰ আপত্তিৰ কথা নহয় পাপৰি। সিহঁতক সন্মত কৰাব পৰা যাবনে নাযায়, সেইটোহে মূল কথা। সিহঁত সন্মত হ'লে মই ভালেই পাম।

— মই আজিয়েই দুয়োজনীৰে মনৰ খবৰ ল'ম। আপুনি বহক। মই চাহ আনোগৈ। পাপৰি উঠি গ'ল। সদানন্দই কথাবোৰ জুকীয়াই চাব ধৰিলে। সমাজৰ

নীতি-নিয়ম উলঙ্ঘা কৰি তেওঁ পাপৰিৰ কথাত সন্মতি জনাইছে। নীতি-নিয়মবোৰ বিচাৰ কৰি চোৱা উচিত। মানুহক সমাজ লাগে। সমাজৰ প্ৰয়োজন দুৰ্বল, নিষ্পেষিত সকলক উদ্ধাৰ কৰাৰ কাৰণে। বিপদৰ মাজলৈ ঠেলি দিয়াৰ কাৰণে নহয়। সমাজ লাগে বিপথগামী নোহোৱাকৈ মানুহক সৎপথত চলাব কাৰণে প্ৰেৰণা দিবলৈ। সুস্থ সমাজ ব্যৱস্থাই মানুহক সুখ, শান্তি, ঐক্য আৰু সুবিচাৰ দিব পাৰে। তাৰ অভাব হ'লে সমাজ অসুস্থ হয়। সমাজৰ নীতি-নিয়ম নিৰপেক্ষ হোৱা উচিত। নিৰপেক্ষ নীতি-নিয়মেহে সমাজক সুস্থ কৰি ৰাখিব পাৰে। সমাজ মানুহে পাতে, নীতি-নিয়ম মানুহে গঢ়ে। প্ৰয়োজনীয়তাৰ ওপৰত বিচাৰ কৰি ভ্ৰষ্টাচাৰৰ পৰা সমাজক ৰক্ষা কৰিব পৰাকৈ নীতি নিয়ম গঢ়ি ল'লে সমাজ সুস্থ হৈ থাকিব। সুশৃঙ্খল সমাজ ৰক্ষাৰ কাৰণে বিবাহ নামৰ অনুষ্ঠানৰ জৰিয়তে পুৰুষ প্ৰকৃতিৰ মিলনৰ ব্যৱস্থা কৰা হৈছে। ইয়াৰ মাজতো এটা অসামঞ্জস্য দেখা পোৱা যায়। এজন পুৰুষে একাধিক বিবাহৰ সন্মতি পায়। নাৰীৰ ক্ষেত্ৰত সেই সন্মতি নাই। পত্নী হানি হোৱা পুৰুষে পুনৰ বিবাহ কৰিব পৰা নিয়মৰ দৰে পতিহীনা নাৰীয়েও পুনৰ বিবাহৰ কাৰণে সন্মতি পোৱা উচিত। পুৰুতকৈ নাৰীকহে পুনৰ বিবাহৰ প্ৰয়োজন বেছি। নাৰীক যদি লতাৰ লগত তুলনা কৰা হয় তেন্তে লতাৰ কাৰণে তৰুৰ প্ৰয়োজন জানো অপৰিহাৰ্য্য নহয়? বিধবা নাৰীক গ্ৰহণ কৰিবলৈ আগবঢ়াজনক সমাজচ্যুত কৰা নিয়মটো সমাজৰ নিষ্ঠুৰ নিয়ম। এনে নিষ্ঠুৰ নিয়ম গ্ৰহণযোগ্য বুলি নাভাবো। প্ৰয়োজনৰ কাৰণে আৰু ব্যভিচাৰ ৰোধ কৰাৰ কাৰণে আগবাঢ়ি অহাজনক উৎসাহ যোগোৱা উচিত আৰু তেনেলোকক পৰিত্যাগ নকৰি প্ৰশংসা কৰিব লাগে।

পগিৰয়ে চম্পাক কাৰত বহুৱাই লৈ বুজালে। চম্পাই বুজিব পৰা নাই।

— চম্পাবা, তোমাৰ বয়স কিমান হৈছে? বুজি নাপালেও চম্পাই তাইৰ বয়স আঠাইশ বছৰ বুলি ক'লে।

— কিয় সুধিলা?

— তোমাৰ বিয়াৰ বয়স আছেনে নাই জানিবৰ কাৰণে সুধিলো।

— বিয়া? বিয়াতো মোৰ হৈছে।

— মই জানো চম্পাবা, তোমাৰ বিয়া হোৱাই নহয় ল্ৰেবালীও এজনী আছে। তথাপি সুধিছো, তুমি এতিয়া স্বামীৰ মৰমৰ পৰা বঞ্চিত হোৱাৰ কাৰণে।

— স্বামীৰ কথাকৈ কিয় দুখ দিছা পাগৰি?

— তোমাক দুখ দিবলৈ কোৱা নাই চম্পাবা। তোমাৰ সুখৰ কথা ভাবিহে কৈছো। হেৰুৱা স্বামীৰ কাৰলৈ আকৌ যাবা জানো?

— সম্ভৱ নহয় পাগৰি। আশা মই কেতিয়াবাই এৰি দিছো। ইয়াত থাকি পিতা আৰু তোমালোকৰ মৰম পাই আগৰ যন্ত্ৰণাৰ কথা পাহৰি গৈছো।

— এতিয়াও তোমাক বিয়া কৰাবলৈ কোনোবা আগবাঢ়ি আহিলে তোমাৰ কাৰণে যোগ্য বুলি ভাবিলে তোমাৰ বিয়া হোৱাত আপত্তি আছে নেকি?

চম্পা চকুখাই উঠিল। আঝোনাই পাগৰিক কিয়া কৈছে নেকি? চম্পাক বিয়া

কৰাবলৈ কোন আগবাঢ়ি আহিব, চম্পাই বুজি পাইছে। আঘোনাৰ প্ৰতিও চম্পাৰ মৰম আছে। তাই মুখেৰে প্ৰকাশ কৰিব পৰা নাই। এজনী বিবাহীতা নাৰীয়ে তাই প্ৰকাশ কৰিব নোৱাৰে। সেই লজ্জাবোধ নাৰীৰ অনন্যা সৌন্দৰ্য্য। পাপৰিয়েও জানে।

— কি চম্পাবা নক'লাযে? তুমি দ্বিতীয় বিবাহক নিন্দনীয় বুলি ভয় খাইছা নে প্ৰকৃততে বিৰাগ জন্মিছে?

— পাপৰি, তোমাৰ ওচৰত কথাকে মই জিকিব নোৱাৰো। তুমি মোৰ ভিতৰলৈকে জানা। তোমাৰ ওচৰত সাজি কোৱাৰো মূল্য নাই। মোৰ লাজৰ ওৰণিখন আঁতৰাই দিছা। কোৱাচোন, কোনজন পুৰুষে অবিবাহীতা গাভৰু বিচাৰি নাপাই মোক বিয়া কৰাবলৈ আগবাঢ়ি আহিছে?

— কাৰ্য্য ইমান সহজে সিদ্ধি হ'ব বুলি পাপৰিয়ে ভৱা নাছিল। চম্পাৰ কথাৰ উত্তৰ দিলে। নোপোৱাৰ কাৰণে বুলি কিয় ভাবিছা চম্পাবা? যিজন পুৰুষে তোমালৈ মৰম যাচিছে তেওঁক যি কোনো গাভৰুৱে পালে হ্যাবিয়াস কৰিব। তেওঁৰ লগত বিয়াহে সুখীও হ'ব। মই তোমাৰ ভাগ্য বুলিয়েই ক'ম। পুৰুষজন কোন তুমি জানিছাই। তাকো মোতকৈ আগেয়ে।

— তুমি কেনেকৈ জানিলা পাপৰি?

— বতাহবো কাণ আছে চম্পাবা। তুমি সুখী হ'বা। পিতাৰ লগতো আলোচনা কৰিছো।

— পিতাইও জানিছে?

— পিতাই জানিলেই লাগিব। পিতাই নজনাকৈ কি কাম হ'ব পাৰে?

মুখেৰে লাজ ভাব প্ৰকাশ কৰিলেও চম্পাই অন্তৰত আনন্দ পালে। আঘোনাৰ ওচৰত লাজ আৰু ভয়ৰ পৰা মুক্তি পালে।

এটা দায়িত্ব সহজে সমাধা কৰি, দ্বিতীয় দায়িত্বৰ প্ৰতি পাপৰি আগবাঢ়িল। জয়ন্তীয়ে পাকঘৰত লুচি বেলি আছিল। পাপৰিয়ে জয়ন্তীক মই বেলি দিওঁ বুলি বেলনাখন খুজি লৈ লুচি বেলিবলৈ ধৰিলে। আনতেও পাপৰিয়ে কাম কাজত জয়ন্তীক সহায় কৰি দিয়ে কাৰণে জয়ন্তীয়ে বেলেগ কথা ভৱা নাই। জয়ন্তীয়ে গেছ ষ্টোভটো জ্বলাই কেৰাহিটো ষ্টোভৰ ওপৰত তুলি দিলে।

— জয়ন্তীবা, তোমাক বৰ ধুনীয়া লাগিছে বুলি পাপৰিয়ে কেৰাহীকে জয়ন্তীৰ ফালে চালে।

— বান্দৰীকলো তুমি সুন্দৰী দেখালে পাপৰি? জয়ন্তীয়ে পাপৰিৰ উদ্দেশ্য নুবুজি সহজ উত্তৰটো দিলে।

— বাঃ কি কোৱা জয়ন্তীবা? তুমি বান্দৰী? এতিয়াও গাটৰ ধুনীয়া কাপোৰ পিন্ধাই কইনা সজালে কোনেও ধৰিব নোৱাৰিব তুমিযে এটা সন্তানৰ মাক।

— কোৱা, কোৱা কি ধেমালি কৰিবলৈ আহিছা। এই বুঢ়ী নিৰস্কলনীক পাটৰ চেট্ পিন্ধাই কইনা সজাব নালাগে।

— মই ধেমালি কৰা নাই জয়ন্তীবা। সঁচা কথা কৈছো। চম্পা পাৰুকটিৰ

সোমাই আহিল। পাপৰি আৰু জয়ন্তীৰ মাজত হোৱা কথা বতৰা শুনি ঠিয়হৈ ৰ'ল।

— চম্পাবা, জয়ন্তীবাক পাটৰ কুলাম চেট্ পিন্ধাই কইনা সজালে, কইনা কইনা নালাগিব? চম্পাই বুজিলে, জয়ন্তীকো নিজৰ পালিয়ে পাইছে। পাপৰিৰ আজি কি হৈছে? ওলাই অহা হাঁহিটো জোৰ কৰি চেপি ধৰি চম্পাই ক'লে — জয়ন্তীবাক বাৰু কইনা সজালা, দৰা পাবা ক'ত?

— আগতে কইনা সজোৱা হওকচোন। দৰা মই বিচাৰি আনিম নহয়। কথাখিনি কৈ পাপৰিয়ে জয়ন্তীৰ কাণে চালে। পাপৰিৰ কাণ্ড দেখি চম্পাই মুখ টিপি হাঁহি মাৰিলে। জয়ন্তীয়ে ধেমালি কৰা বুলি ভাবি দুয়োজনীক কৃত্ৰিম খং কৰি ধমক দিলে। মোক যে কইনা সজাবলৈ ওলাইছা, তোমালোক গাভৰু কেইজনীয়ে কইনা সজাৰ কথা নাভাবা কিয়?

— ভাবিছো, ডাঙৰৰ পৰাই আৰম্ভ কৰাৰ কথা চিন্তা কৰিছো। পাপৰিয়ে চম্পাৰ কাণে চালে।

জয়ন্তী গহীন হ'ল। বিধবা নাৰীয়ে পুনৰ বিয়াৰ কথা চিন্তা কৰিলে মৃত স্বামীক অবজ্ঞা কৰা হয়। সেইয়া পাপ কাম। বিয়া হোৱা দূৰৰ কথা চিন্তা কৰাও পাপ। — নক'বা পাপৰি, মই দুখ পাওঁ।

পাপৰিয়েও ধেমালি এৰিলে। গহীন হ'ল। — জয়ন্তীবা, তুমি যি পাপৰ কথা কৈছা, সেইয়া মানুহে কোৱা কথা। নাৰী সমাজক দুৰ্বলা বুলি পুৰুষ সমাজে সৃষ্টি কৰা নিয়মৰ কথা। কোনো পুৰুষৰ পত্নীহীনা হ'লে, তেওঁৰ সন্তান থকা সত্বেও দ্বিতীয় বিবাহ কৰিব পাৰে। সেইয়া জানো মৃতা পত্নীৰ প্ৰতি অবজ্ঞা নহয়? এই অশিক্ষিতা গাৱঁলীয়া আদ বুঢ়ী। তোমাৰ লগত তৰ্ক কেনেকৈ কৰিম? যি নিয়ম নীতি মানি চলিছিলো, তাকে মানি চলিব লাগিব।

— মোৰ লগত তৰ্ক কৰিব নালাগে জয়ন্তীবা। তুমি যেতিয়া স্বামীক হেৰুৱাই কণমানি ল'ৰাটোৰ সৈতে জীয়াই থকাৰ কাৰণে ঘৰে ঘৰে গৈ কাপোৰ ধোৱা, বাচন ধোৱা কাম কৰিছিলো, তেতিয়া নিয়ম নীতি পালোতাসকলে তোমাৰ ওপৰত লোলুপ দৃষ্টি দিয়া নাছিল? তোমাৰ দুখত দুখী হৈ কোনোবাই বিনা পৰিশ্ৰমত এমুঠি খাবলৈ দিছিল?

— নাই দিয়া পাপৰি। কোনোৱাই কেতিয়াবা দিবলৈ আগবাঢ়িলেও বিনিময় বিচাৰিছিল।

— এতিয়া কোনোবাই যদি তোমাৰ আৰু ল'ৰাটোৰ দায়িত্ব ল'বলৈ আগবাঢ়ি আহে, তুমি কিয় পিচপৰি থাকিবা? শুনা জয়ন্তীবা, জীয়াই থকাৰ কাৰণে মানুহক আশ্ৰয়ৰ প্ৰয়োজন। সেই আশ্ৰয় পুৰুষ, নাৰী সকলোৰে বাবে প্ৰয়োজন। যি পুৰুষে নাৰীৰ মৰ্য্যাদা বুজি পাই, তেওঁ মহান। তেনে পুৰুষক আদৰি লোৱা পাপ নহয়।

জয়ন্তী উপায়হীনা হৈ পৰিল। তাই ভাবিলে শিক্ষাৰ মূল্য কম নহয়। আমি অশিক্ষিতা কাৰণে ইমান কথা চিন্তা কৰিব পৰা নাই। পাপৰিয়ে ঠিক কথাই কৈছে। যিজনে নিৰ্ভয়ে আশ্ৰয় দিব পাৰে, তেওঁক অবজ্ঞা কৰিব নালাগে। পিতাই আমাক

আশ্ৰয় দিছে, এনে মৰমীয়াল মানুহ মই পোৱা নাই। পিতাৰ ইচ্ছাৰ বিৰুদ্ধে মই একো কৰিব নোৱাৰো।

— পাপৰি, তোমাৰ কথাত হয়ভৰ দিলে পিতাই কি ভাবিব?

তুমি ইমান দিনে পিতাক চিনি নাপালা জয়ন্তীবা? পিতাৰ মনত দুখ দিয়া কাম মই কৰিব পাৰো জানো? তোমালোকৰ ভাল হোৱাতো, তোমালোক সুখী হোৱাতো পিতাই মনে প্ৰাণে কামনা কৰে। পিতাই একো বেয়া নাভাবে। তোমালোকৰ বিয়া পাতি, সংসাৰ একোখন কৰি দিব পাৰিলে আনন্দহে পাব। আমাৰ ভাগ্য ভালযে এনে এজন উদাৰ মৰমীয়াল পিতৃ পাইছো।

— পাপৰি তুমি আমাৰ কাৰণে ইমান চিন্তা কৰিছা, নিজৰ কাৰণে কৰা নাই কিয়?

— কিয় নাই কৰা বুলি ভাবিছা জয়ন্তীবা? তোমালোকৰ আগতে হৈ যাওক। তাৰ পিচত।

চম্পা আৰু জয়ন্তীক সন্মত কৰাব পাৰি সন্তোষ পালে। তাই পৰৱৰ্তী কাৰ্য্যসূচীৰ কাৰণে সদানন্দৰ কাষ চাপিল।

সদানন্দই আঘোনা আৰু চম্পাৰ মতামত জানি সন্তুষ্ট হ'ল। জয়ন্তীয়ে পাপৰিৰ ওচৰত সম্মতি জনালে। ৰবিৰামক সদানন্দই সন্মত কৰাবলৈ বুজালে। সিয়ো সন্মত হ'ল। ভাল দিন এটা ঠিক কৰি দুয়োখন বিয়া পাতি সিহঁতৰ একোখন নতুন সংসাৰ পাতি দিলে।

(৯)

পাঁচোটা বছৰ সুকলমে পাৰ হ'ল। পৰাগক উচ্চ মাধ্যমিকত পঢ়াইছে। বাসুদেৱ, যোগমায়াক পাপৰিয়ে ঘৰতে পঢ়ায়। দুয়োটাৰ স্মৃতিশক্তি অতুলনীয়। যোগমায়াতকৈয়ো বাসুদেৱৰ স্মৃতিশক্তি প্ৰখৰ। দুয়ো কবিতা আবৃত্তি কৰিবলৈ শিকিছে। ৰবিৰাম, আঘোনাহঁতৰ বিয়া হোৱাও দুবছৰ পাৰ হ'ল। উদ্যানখনত ফলমূলো হৈছে।

দিন সমানে নাযায়। উত্থান-পতন, ঘাত-প্ৰতিঘাত থাকেই। মনৰ শান্তিও হেৰাই যায়। সদানন্দৰ ঘৰতো শান্তিত ব্যাঘাত ঘটিল। নিয়তীয়ে কেতিয়াবা ক্ৰুৰ হাঁহি মাৰিলে গমকে নাপালে।

গুৱাগমণি থানাৰ অ' চি নয়ন বৰা লগত এজন কণিষ্টবলসহ আহি সদানন্দৰ ঘৰৰ কলিংবেল বজালেহি। সদানন্দৰ ঘৰলৈ পুলিচৰ আগমণ দেখি ৰাষ্টাত মানুহৰ জুম লাগিল। বিভিন্নজনে বিভিন্ন মন্তব্য দিলে। ডেকা কেইজনমানৰ মুখত অশ্লীল ভাষা আৰু কিৰিলিৰ ধ্বনি শুনা গ'ল। সদানন্দৰ ঘৰৰ মানুহে ইমান হৈ চৈ চিঞৰ বাখৰৰ উমান পোৱা নাই।

পাপৰি ওলাই আহিল। প্ৰথম দৃষ্টিতে গাভৰুজনী চকুত পৰাত মনৰ মাজত' মৃদু কম্পন উপলব্ধি কৰিলে নয়ন বৰাই। সঁচা কেচ বুলি অনুভূত হ'ল।

— এইটো মিষ্টাৰ সদানন্দ ভট্টাচাৰ্য্যৰ ঘৰ হয়নে?

— হয়। আপোনালোক বহক। পাপৰিয়ে অনুৰোধ কৰিলে।

— তেখেত ঘৰত আছেনে?

— আছে।

— মাতি দিয়া। পাপৰি ভিতৰলৈ গ'ল। ৰবা তেতিয়াও বাৰান্দাতে ঠিয় দি ৰ'ল। প্ৰথম নায়িকা অপৰূপা গাভৰু। অভিযোগ মিছা নহয়।

পাপৰিৰ পৰা পুলিচ অহাৰ কথা সদানন্দই জানিছে। কিয় আহিছে বুজিব পৰা নাই। পুলিচ দেখি আচৰিতো হোৱা নাই।

— তোমালোক বাহিৰতে ৰ'লাযে, আহা বহাহি। সদানন্দৰ মাতত ৰবাৰ চিন্তাৰ যতি পৰিল। ভিতৰ সোমাই বহিল। কন্‌ষ্টবল ৰবা ঠিয়দি ৰ'ল। নয়ন ৰবাই বহিবলৈ কোবাত বহিল।

— তোমালোক অহাৰ উদ্দেশ্য?

নয়ন ৰবা বিজ্ঞ আৰু অভিজ্ঞ। সদানন্দৰ কথাৰ পোনপতীয়া উত্তৰ নিদিলে। আন কথাহে সুধিলে।

— আপুনি কৃষি বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল?

— হয়।

— অৱসৰ লোৱা কিমান দিন হ'ল?

— ন বছৰ পাৰহৈ দহ বছৰত সোমাইছে।

— আপোনাৰ গুৱাহাটীত ঘৰ মাটি আছে?

— হয় আছে।

— আপুনি গুৱাহাটীত নাথাকি ইয়াত থকাৰ কাৰণ কি?

— মই কৃষি বিভাগৰ মানুহ বুলি জানিছাই। খেতিৰ প্ৰতি মোৰ ধাউতি আছে। ইয়াত আমাৰ ভালেখিনি মাটি আছে। অৱসৰ লোৱাৰ পিচত কামকন নোহোৱাকৈ থাকি বেয়া লাগিল। সেইকাৰণে আহি খেতিত হাত দিছো।

— এই মাটি আপুনি কিনিছে?

— নহয়, এইয়া মোৰ পৈত্ৰিক সম্পত্তি।

— আপোনাৰ পত্নীক মাতকচোন।

— তেওঁ বৰ্ত্তমান ইয়াত নাই। মোৰ ডাঙৰ ল'ৰা আমেৰিকাত থাকে, মাক বৰ্ত্তমান তাৰ লগত আছেগৈ।

— আপুনি ইয়ালৈ অহাৰ আগতে গৈছেনে পিচত গৈছে?

— আগতে গৈছে।

— আপোনাৰ বাৰীখন কেনে ডাঙৰ, কাম কোনে কৰে?

— মানুহ দুজন ৰাখিছো, সিহঁতেই কৰে। দৰকাৰ হ'লে হাজিৰা মানুহ লগাওঁ।

— ধান খেতি কৰেনেকি?

— আগতে আধি দিছিলো, এতিয়া ঘৰতে কৰো।

— আহিয়েই ছোৱালী এজনী দেখা পালো। সেইজনী আপোনাৰ ছোৱালী?

— নহয়?

— কোনো আত্মীয়ৰ?

— নহয়।

— আপোনাৰ নিজৰো নহয়, আত্মীয়ৰো নহয়। তেন্তে কাৰ?

— তাইৰ জীৱনৰ এটা কৰুণ কাহিনী আছে। অকল তায়ে নহয় আৰু দুজনী বোৱাৰীও আছে। ঘৰত কাম কৰা মানুহ দুটাৰ পৰিবাৰ।

— অ' আই চি। আপোনাৰ বাৰীখন চাব বিচাৰো।

— আহা। সদানন্দই তেওঁলোকক মাতি নিলে। দুয়ো সদানন্দৰ পিচে পিচে গ'ল। বাৰীখন চোৱাৰ লগত অনুসন্ধানৰ সম্পৰ্ক কি আছে বুজি নাপায়। নয়ন বৰাৰ পঁচিশ বছৰৰ অভিজ্ঞতাই মাছ ধৰাৰ আগতে পুখুৰীৰ পাৰ ভালদৰে বান্ধি ল'বলৈ শিকাইছে। দোষীৰ ওচৰত যিদৰে কঠোৰ হয় তেনেদৰে নিৰ্দোষীকো হাৰাশাস্তি নকৰে। তেওঁগে পুখুৰীৰ পাৰ পালেগৈ। চাৰিওফালে চালে। এজন দক্ষ কৃষি অধ্যাপকৰ প্ৰতিভা বিচাৰি পালে। ৰবিৰামক দেখা পাই কাষলৈ মাতিলে। ৰবিৰামে হাত দুখন মোহাৰি কাষলৈ আহি নমস্কাৰ জনালে। নয়ন বৰাই মানুহটো ভালদৰে চাইলৈ তাৰ পৰিচয় ল'লে। ৰবিৰামেও তাৰ পৰিচয়ৰ লগতে জীৱন বৃত্তান্ত বিবৰি ক'লে। দৰমহা কিমান দিয়ে সুধিলে।

— দৰমহালৈ কি কৰিম হুজুৰ। খাইছো, পিন্ধিছো, থকাৰ সুবিধা পাইছো, যি লাগে সকলো পাইছো। আৰু কিয় লাগে?

বৰাই চালে, সি পিন্ধি থকা গাৰ কাপোৰ সাধাৰণ চাকৰে পিন্ধা কাপোৰ নহয়। ভাল কাপোৰ।

— ইয়াত তোৰ তিৰোতা এজনী আছে বুলি শুনিছো, ক'ত পালি?

ৰবিৰামে জয়ন্তীৰ বিষয়ে কোৱাৰ লগতে সদানন্দই বিয়া পাতি দিয়ালৈকে সকলো ক'লে। ৰবিৰামক যাবলৈ দি বৰা আগুৱাই গৈ আঘোনাৰ ওচৰত ৰ'লগৈ। আঘোনাকো মাতি তাৰ বিষয়ে জানি ল'লে। আঘোনাকো তাৰ তিৰোতাজনীৰ কথা সুধিলে। সিয়ো সদানন্দই তাৰ লগত চম্পাৰ বিয়া পাতি দিয়াৰ কথা কোৱাত, চম্পাক মাতিবলৈ ক'লে। আঘোনাই চম্পাক মাতি আনিলে। চম্পাই প্ৰথমতে আহিবলৈ ভয় কৰিছিল। পাপৰিয়ে সাহস দিয়াত তাই ভয়ে ভয়ে আহিল।

— তোমাৰ নাম কি?

— চম্পা বৰা।

— তোমাৰ মা-দেউতাৰ ঘৰ ক'ত?

— মাণিক পুৰত আছিল। তাত এতিয়া মোৰ কোনো নাই।

— তোমাৰ আন আপোন মানুহ?

— মোৰ আপোন বুলিবলৈ মোৰ স্বামীয়েই আছে।

— তোমালোকৰ বিয়া কেনেকৈ হ'ল, কোনে পাতি দিলে?

চম্পাই জীৱনৰ করুণ কাহিনীৰ বর্ণনা দি সদানন্দৰ আশ্রয়ত থকা আৰু আঘোনাৰ লগত তাইৰ বিয়া পাতি দিয়া সকলোখিনি কথা ক'লে। বৰাই রুমালেৰে চকুদুটা মচি ল'লে। হাজাৰ হওক তেওঁ মানুহ। মানুহৰ দুখে তেওঁকো আঘাত কৰে। অন্তৰৰ দুখ প্রকাশ কৰিবলৈ চাকৰিটোৱে বাধা দিয়ে। দুখৰ বোজা সহ্য কৰিব নোৱাৰি মানুহে হত্যা পর্য্যন্ত কৰা অপৰাধীৰ ওচৰত কঠোৰ হ'ব নোৱাৰিলে তথ্য সংগ্রহ কৰিব নোৱাৰিব।

বাসুদেৱ আৰু যোগমায়াক দেখা পাই বৰাই সুধিলে — ল'ৰা-ছোৱালী দুটা কাৰ?

— ছোৱালীজনী মোৰ, ল'ৰাটো পিতাই বাটত পাই আনিছে।

— বাটত পাই আনিছে মানে? চম্পাই বাসুদেৱক কেনেকৈ পাই আনিলে বিবৰি ক'লে।

— তুমি যাব পাৰা। চম্পা গ'লগৈ।

— আচৰিত নহয়নে চাৰ? কণিষ্ঠবলজনে ক'লে।

— বহুত আচৰিত কথাই পাবা বৰা। সংসাৰ বৰ জটিল। দুয়ো গৈ দ্রইং ৰুম পালেগৈ। পাপৰিয়ে চাহ মিঠাই আনি টেবুলৰ ওপৰত থৈ ক'লে — চাহ খাওক।

— তোমাৰ নাম কি?

— পাপৰি বৰুৱা।

— ঘৰ?

— মাজ গাৱঁত।

— তুমি ইয়াত থকা কিমান দিন হ'ল?

— পাঁচ বছৰ। বৰাই চাহৰ কাপ এটা তুলি ল'লে। চাহ খোৱাৰ লগতে কথা সুধি থাকিল।

— তোমাৰ ঘৰত কোন কোন আছে?

— মা, দেউতা আৰু দাদা এজন আছে। ঘৰৰ মানুহৰ পৰিচয় পাই বৰাই প্রশ্ন কৰিলে।

— তুমি এটা শিক্ষিত পৰিয়ালৰ শিক্ষিতা ছোৱালী হৈ ইয়াত এনেদৰে থকাৰ কাৰণ কি? তুমি ইয়াত থকাৰ কথা ঘৰত নাজানে?

— ঘৰত নাজানে। মই জানিবলৈ দিয়া নাই। মোৰ জীৱনৰ এটা কলঙ্কময় কাহিনী আছে কাৰনে ঘৰলৈ যাব পৰা নাই।

— কি কলঙ্ক?

— নিজৰ জীৱনৰ কলঙ্ক কাহিনী নিজে ক'বলৈ মই অপাৰগ। আপুনি পিতাৰ পৰা জানি লওক। প্লীজ চাৰ আপুনি মোক ক্ষমা কৰক।

— আজি তোমাক জোৰ নকৰো। আমি যি চাকৰি কৰিছো তাৰ দায়বদ্ধতাৰ কথা তুমি জানা। প্রয়োজন হ'লে তুমি নিজমুখে ক'বলৈ বাধ্য।

— জানো, আপোনাৰ প্রতি মই অশ্রদ্ধ নহয়। পিতাৰ পৰা মোৰ দুর্দশাৰ

কথা জনাৰ পিচতো সন্তুষ্ট নহ'লে মই নিশ্চয় ক'ম।

— আজি নোসোধো, পিতাৰাক ইয়ালৈ পঠাই দিয়া। পাপৰি ভিতৰলৈ গ'ল। অলপ পিচতে সদানন্দ সোমাই আহিল। সদানন্দ বহিল।

— আজি আপোনাৰ লগত কথা নাপাতো। আপুনি কালিলৈ দহ বজাত থানালৈ যাব। আপোনাৰ লগত কথা আছে। বৰাই ডায়েৰীত অনুসন্ধান লিখি ল'লে।

— তুমি বুলিয়েই ক'লো, বেয়া নাপাবা।

— নাই, নাই কিয় বেয়া পাম? মই আপোনাৰ পুত্ৰৰ লগৰ।

— তোমালোকেযে ইয়াত এনেদৰে অনুসন্ধান কৰিছাহি কাৰণটো কি?

— কাৰণ নহ'লে অনুসন্ধান নকৰো বুলি আপুনি জানে। কিছুমান কথা আগতে প্ৰকাশ কৰিব নোৱাৰি। সময়ত নিশ্চয় জানিব পাৰিব। এতিয়া আমি যাওঁ। বৰাহঁত গ'ল। সদানন্দ বাৰান্দালৈ ওলাই চাই ৰ'ল। পাপৰি আহি ওচৰত ঠিয় দিলেহি।

— পিতা, কিবা অনুমান কৰিব পাৰিছেনে?

— কি অনুমান কৰিম? কোনোবাই শতৰু শালিছে। কিবা কেচ দিছে।

— আপোনাৰ দৰে মানুহৰো শত্ৰু থাকিব পাৰে বুলি বিশ্বাস নহয়।

— কিয় নোৱাৰে মা, শ্ৰীৰাম চন্দ্ৰৰ যদি শত্ৰু থাকিব পাৰে, যুধিষ্ঠিৰৰ যদি শত্ৰু থাকিব পাৰে, আমাৰ দৰে সাধাৰণ মানুহৰ নাথাকিব কিয়?

— জয়ন্তীবা ভিতৰত থকা কাৰণে সাৰিল। অন্ততঃ এজন সাৰিল।

অ' চি নয়ন বৰা চক্ৰব্যুহৰ মাজত সোমাই বাট নোপোৱা হ'ল। এতিয়ালৈ সংগ্ৰহ হোৱা তথ্যৰ পৰা সদানন্দ ভট্টাচাৰ্য্য নামৰ মানুহজনৰ বিৰল আদৰ্শৰ পৰিচয়হে বিচাৰি পাইছে। এনে এজন আদৰ্শবান লোকৰ বিপক্ষে গণিকালয়ৰ দৰে ঘৃণনীয় অভিযোগ বিশ্বাস কৰিবলৈ টান লাগে। সমাজৰ মূখা পিন্ধা এচাম লম্পতেও অসৎ কাৰ্য্যত লিপ্ত থকাৰ কথা এইখন অসমত ঘটি থকাৰ কথা পোৱা যায়। সদানন্দই কাৰো ওচৰত আদৰ্শ জাহিৰ কৰিবলৈ যোৱা নাই। সমাজৰ ভব্য গব্য লোক বুলিও পৰিচিত নহয়। আৰু এটা অনুসন্ধান বাকী আছে। পাপৰিৰ বিষয়ে ভালদৰে জানিব পৰা নাই। তাই কিয় আত্মগোপন কৰি আছে, কিয় ধৰা দিব বিচৰা নাই। কি ৰহস্য আছে বুজিব পৰা নাই। এই গাভৰুৰ লগতে যদি কিবা কাৰণ বিচাৰি পোৱা যায়।

ঠিক দহ বজাৰ লগে লগে সদানন্দ থানা পালেগৈ। বৰাই সন্মুখৰ চকীখনতে বহিবলৈ দিলে। সদানন্দ বহিল। বৰাই চিন্তাৰ টোপোলাটো সামৰি থ'লে। পোনে পোনে পাপৰিৰ কথা নুসুধি, বেলেগ কথা সুধি ল'লে। সদানন্দই যথাযথ উত্তৰ দি গ'ল। পাপৰিৰ কলঙ্কিত অধ্যায়ৰ কথাও সুধি ল'লে। সদানন্দই আঁৰবেৰ নোহোৱাকৈ উত্তৰ দি গ'ল। সদানন্দৰ পৰা সমস্ত কথা শুনি বৰা গহীন হ'ল। এটা ৰেপ কেচ্। ৰেপকেচত লাঞ্ছিতা ছোৱালীজনীক গোপনে আশ্ৰয় দি সদানন্দই আইনত অপৰাধ কৰিছে। এক অমাৰ্জনীয় অপৰাধ। সদানন্দক বৰাই প্ৰশ্ন কৰিলে।

— আপুনি এজন জনা বুজা মানুহ। ৰেপকেচ্ এটা গোপনে ৰাখিলে আইনৰ

ওচৰত অপৰাধী হ'ব বুলি নজনাৰ কাৰণ নাই।

— মই জানো। এইটো অপৰাধৰ কথা। কিন্তু মই নিৰুপায়। ছোৱালীজনীৰ জীৱন ৰক্ষাৰ কাৰণে জানিও কেচ্ দিব পৰা নাই, ঘৰলৈ খবৰ দিব পৰা নাই। তাইৰ জীৱনৰ বিনিময়ত মই আইনৰ শাস্তি ল'বলৈকো সাজু থাকিব লগা হ'ল। তাই জীৱনতকৈ মোৰ বিপদ ডাঙৰ নহয়।

সদানন্দৰ পৰা উত্তৰ পাই বৰাই চকুৰে ধুৱলী কুৱলী দেখিলে। পাপৰিৰ সংক্ৰান্তৰ কোনো কেচ্ তেওঁৰ ওচৰত নাই। কেচ্ এটা নাপালে বা কেচ্ থকা থানাৰ পৰা কোনো ৰিপোৰ্ট নাপালে বৰাই একো কৰিব নোৱাৰে। কোনো অজুহাতেতে সদানন্দক গ্ৰেপ্তাৰ কৰিব পৰা পথ তেওঁৰ হাতত নাই। শ্ৰদ্ধাত মূৰ নত হোৱা মানুহজনক স-সম্মানেৰে যাবলৈ দিলে। নয়ন বৰাই সদানন্দক সম্মান ৰাখি বিদায় দিব পাৰি শান্তি পালে।

সদানন্দক বিদায় দি বৰাই আকাশ পাতাল বিচৰণ কৰিলে। ভৰি থোৱাৰ ঠাই বিচাৰি নোপোৱা হ'ল। সহজ কেচ্ এটা বিচাৰি গৈ ইমান জটিল পৰিস্থিতিৰ মাজত সোমাব লাগিব বুলি ভাবিব পৰা নাছিল। হেৰোৱা ছোৱালী এজনীক পোৱাৰ পিচত তাইক পিত্ৰালয়লৈ পঠাব নোৱাৰিলে ভৱিষ্যৎ বিপদৰ আশংকা আছে। পাঁচ বছৰ কাল ঘৰৰ পৰা আঁতৰি থকা ছোৱালী এজনীৰ মনৰ দৃঢ়তা কিমান ভাবিব পৰা নাই। সদানন্দৰ ওপৰত আইনৰ ধাৰা প্ৰয়োগ কৰিলে ছোৱালীজনীয়ে কি পথ বাচি লয় তাকো বুজিব পৰা নাই। চিন্তাৰ মাজত এটা নাম বিচাৰি পালে।

দিলীপ শৰ্মা, ডি. এছ্. পি। তীক্ষ্ণ বুদ্ধি সম্পন্ন বুলি আৰক্ষী বিভাগত সুনাম আছে। নিজেও বিচক্ষণতাৰ প্ৰমাণ পাইছে।

দিলীপ শৰ্মাৰ লগত আলোচনা কৰাৰ চিন্তা কৰি টেলিফোন সংযোগ কৰিলে।

ইয়েচ, দিলীপ শৰ্মা হিয়েৰ। সঁহাৰি পাই নয়ন বৰাই আলোচনা কৰাৰ কাৰণে সময় বিচাৰিলে। দিলীপ শৰ্মাই সময় দিয়াত বৰাই দীঘল নিশ্বাস এৰি চকীখনত হেলান দি বহিল। ডায়েৰীখনৰ পাত লুটিয়াই ৰিপ'ৰ্টখিনি এবাৰ পঢ়ি ল'লে।

(২০)

বগা ৰঙৰ চেভ্ৰোলে গাড়ী এখন সদানন্দৰ ঘৰৰ সন্মুখত ৰ'লহি। গাড়ীৰ পৰা মানুহ এজন নামিল। সুন্দৰ স্বাস্থ্যবান যুৱক। বয়স প্ৰায় ত্ৰিশ বছৰমান হ'ব। বৈ পৰা চেলাউৰি, বাটাৰফ্লাই মোচ, ক্ৰিম ৰঙৰ চুট, বগা চাৰ্ট, গোলপীয়া টাই, সোণালী ঘড়ী, সোণৰ আঙঠি আৰু সোণৰ হাৰেৰে সুশোভিত। অনুসন্ধিৎসু দৃষ্টিৰে কন্তেক সময় ঠিয়দি ৰ'ল। উদ্যানৰ প্ৰস্ফুটিত কুসুমৰাজিয়ে দৃষ্টি আকৰ্ষণ কৰিলে। চাই মুগ্ধ হ'ল। তৃপ্তিৰ হাঁহি ৰেখা ফুটি উঠিল। বাৰান্দাৰ ফালে লাহে লাহে আগবাঢ়ি গ'ল। কলিংবেলৰ বুটামত হাত লাগিল। ক্ৰিং ক্ৰিং শব্দ ভাঁহি উঠিল।

এগৰাকী গাভৰুৰ আবিৰ্ভাৱ হ'ল। নামমাত্ৰ প্ৰসাধনৰে গাভৰুৰ অপৰূপ ফুটি

উঠিছে। গাৰ ৰং, শাড়ী, ব্লাউজৰ সমন্বয়ত গাভৰুক কমলা কুঁৱৰী বুলি ক'লে ভুল নহ'ব। সোণৰ হাৰ, আঙঠি, কঙ্কন আৰু কেৰুৰে বিভূষীতা গাভৰুক দেখা পালে যিকোনো যুবকৰ চিত্ত আকৰ্ষণ নকৰাকৈ থাকিব নোৱাৰে। আগন্তুকৰো দৃষ্টি যুৱতীৰ ওপৰত স্থিৰহৈ ৰ'ল। তদ্রূপ যুৱতীৰ চকুযুৰিত যুৱকৰ চকুৰ ওপৰত স্থিৰহৈ ৰ'ল। গোলাপী গাল ৰঙচুৱা হ'ল। দুয়োৰো দৃষ্টি আঁতৰি গ'ল। বৈ গ'ল প্ৰাণত উপলব্ধি কৰা অবুজ শিহৰণ।

আগন্তুকক নমস্কাৰ জনাই বহিবলৈ অনুৰোধ কৰিলে যুৱতীয়ে।

— মিষ্টাৰ ভট্টাচাৰ্য্য ঘৰত আছেনে?

— আছে, আপুনি বহক মই মাতি দিছো। গাভৰু ভিতৰলৈ গ'ল। আগন্তুকে বুজিলে পাপৰি বৰুৱা নামৰ নায়িকা গৰাকী দৰ্শন লাভ কৰা ৰূপহী গৰাকীয়েই হ'ব। যুৱতীৰ হস্তিনী গামিনীৰ পদচালন চাই চাই যুবক তন্ময় হ'ল। সামান্য বেশভূষা হ'লেও কুৰঙ্গ নয়নীয়ে হাজাৰজনী আধুনিকাৰ সৌন্দৰ্য্যক অনায়াসে ম্লান কৰিব পাৰে। গোপন স্থানত প্ৰতিমাখন সজাই থ'লে।

— বহক, ঠিয়হৈ থাকিলযে? যুৱকৰ ব্যক্তিত্বই সদানন্দক তুমি সম্বোধন কৰাত বাধা জন্মালে। ভাব সাগৰত নাদুৰি সাতুৰি থকা যুবকে সদানন্দৰ মাতত সাৰ পালে। বহিল। কাৰ্ড এখন সদানন্দৰ ফালে আগবঢ়াই দিলে। সদানন্দই কাৰ্ডখন চাই ওভোতাই দিলে। মনতে উচ্চাৰণ কৰিলে ডি, এছ, পি দিলীপ শৰ্ম্মা।

— এটা পাব্লিক গোচৰৰ অনুসন্ধানৰ কাৰণে আহিব লগা হ'ল। অ', চি নয়ন বৰাৰ অনুৰোধত আহিব লগা হ'ল।

— কেচটো কাৰ বিপক্ষে? কি কেচ্?

— আগতে মোক কিছু কথা জানিবলৈ দিয়ক। দিলীপে সদানন্দৰ পৰা প্ৰয়োজনীয় তথ্য সংগ্ৰহ কৰি ল'লে। পাপৰিৰ বিষয়ে জনা তথ্যখিনিয়ে দিলীপকো বিমোৰত পেলালে। তেওঁ সদানন্দৰ বিপদৰ আশঙ্কা দেখা পালে। নিজৰ মনৰ কথা ব্যক্ত নকৰি পাপৰিৰ লগত কথা পতাৰ কাৰণে তাইক মাতিবলৈ ক'লে।

পাপৰিয়ে ট্ৰে এখনত চাহ মিঠাই আনি টেবুলৰ ওপৰত ৰাখি ক'লে —

— চাহ খাওক।

— বহা, তোমাৰ লগত কথা আছে।

— আপুনি চাহ খাওক, মই এতিয়াই আহিম। পাপৰি ভিতৰলৈ গ'ল। দিলীপে পাপৰি যোৱাৰ ফালে চাই থাকি মিঠাই এটা হাতত তুলি ল'লে। পাপৰিয়ে বটা এটাত মচলা অলপ আনি টেবুলত থৈ চোফাত বহিল। কথা পতাত অসুবিধা হ'ব ভাবি, আপোনালোকে কথা পাতক বুলি সদানন্দ ভিতৰলৈ গ'ল। সদানন্দ উঠি যোৱাত দুয়ো ভালেই পালে। সংকোচ নোহোৱাকৈ কথা পাতিব পাৰিব।

— তোমাৰ নাম পাপৰি বৰুৱা বুলি জানিছো। তোমাৰ ঘৰৰ পৰিচয় দিয়া।

— ঘৰ মাজগাৰ্ভ। দেউতাৰ নাম প্ৰাঞ্জল বৰুৱা, মাৰ নাম পৰিণীতা বৰুৱা। দুয়ো উচ্চ মাধ্যমিকত শিক্ষকতা কৰে। দাদাৰ নাম জয়ন্ত বৰুৱা। তেওঁ কি

কৰি আছে নাজানো। মই অহাৰ সময়ত বিশ্ববিদ্যালয়ত পঢ়ি আছিল।

— কি চাব্‌জেক্টত পিজি কৰিছিল?

— ফিজিক্সত।

— অ' আই, চি।

— আপুনি দাদাক চিনি পাইনেকি? দিলীপে প্ৰশ্নৰ উত্তৰ নিদিলে। এজন পুলিচ অফিচাৰে দুৰ্বলতা নেদেখুৱাই।

— তুমি ইয়াত থকা কিমান দিন হ'ল?

— পাঁচ বছৰ।

— তোমাৰ মা, দেউতা আৰু দাদাৰে মনত নপৰে?

— কিয় নপৰিব? জন্মদাতা পিতা-মাতা আৰু সোদৰ দাদাৰে মনত নপৰে বুলি কেনেকৈ ক'ম?

— তুমি ঘৰলৈ নোযোৱাৰ কাৰণ কি?

— আপুনি চাহ খাই লওক, মই সকলো ক'ম। মই অলপ ভিতৰৰ পৰা আহিব পাৰো?

— যোৱা বাৰু। পাপৰি ভিতৰলৈ গ'ল। মাক দেউতাকহঁতৰ কথা সোধাত তেওঁলোকলৈ মনত পৰি তাইক শোকে খুন্দামাৰি ধৰিছিল। নিজৰ দুৰ্বলতা ঢকাৰ কাৰণে তাই ভিতৰলৈ গ'ল। চকুপানী মচি মনটো ডাঠ কৰি ওলাই আহিল। দিলীপেও চাহ খোৱাৰ মাজতে প্ৰাঞ্জল, পৰিণীতাৰ কন্যাক হেৰুৱাই বিহ্বল হোৱা ছবি দুখন চাই ল'লে। প্ৰিয় বন্ধুক সান্ত্বনা দিয়াৰ ভাষা বিচাৰি পোৱা নাই। ছোৱালীজনীৰ আজি সন্ধান পাইছে। পাপৰিক আগতে দিলীপে দেখা নাই কাৰণে প্ৰথমতে চিনি পোৱা নাছিল। পাপৰিক ঘৰলৈ নিয়া যিমান সহজ যেন ভাবিছিল, লগ পোৱাৰ পিচত সহজ যেন লগা নাই। তথাপি চেষ্টা কৰিব লাগিব। নিয়াৰ পথ বিচাৰি উলিয়াব লাগিব।

পাপৰিক দিলীপে কৰা প্ৰশ্নটোৰ তাই উত্তৰ দিলে। মোৰ কৌমাৰ্য্য অপবিত্ৰ হোৱা বুলি আপুনি জানিছে। তাক পুনৰ কোৱাৰ প্ৰয়োজন নাই বুলি ভাবো। এনে এটা অপবিত্ৰ শৰীৰলৈ ঘৰলৈ গৈ মা, দেউতা আৰু দাদাহঁতক মনোকষ্ট দিয়াৰ ইচ্ছা মোৰ নাই।

— কিয় তেনেকৈ ভাবিছা? তোমাৰ মা, দেউতা, দাদাই তোমাক বিচাৰি কিমান হাবাথুৰি খাইছে? তুমি ঘৰলৈ গ'লে তেওঁলোকে দুখ পাব কিয়?

— অপত্য স্নেহ আৰু ভগ্নী প্ৰেম তেওঁলোকৰ আছে বুলি মই জানো। তেওঁলোকে মোক বিচৰাত ত্ৰুটিও নকৰে। মোৰ প্ৰতি থকা স্নেহৰ বাবে পিচৰ কথা তেওঁলোকে চিন্তা কৰা নাই।

— পিচৰ চিন্তা বুলি তুমি কি ক'ব বিচাৰিছা? মই বুজি পোৱা নাই।

— মই ভাবো মোৰ নিৰুদ্দেশৰ পিচত দেউতাহঁতে নিশ্চয় তাৰ থানাত কেচ এটা দিছে।

— নিশ্চয় দিছে। কিয় নিদিব? ঘৰৰ ছোৱালী এজনী নাই। এনে অৱস্থাত

তেওঁলোকে থানাত কেচ্ দিবই। আৰক্ষীয়েই জানো বিপদত সহায় নকৰে?

— নিশ্চয় কৰে। কেচ্ এটাও দিব লাগিব। তাৰ কাৰণে মই কাকো দোষাৰোপ কৰা নাই।

— তুমি কাক দোষী কৰিব বিচাৰিছা?

— কাকো দোষী কৰিব বিচৰা নাই। দোষ দিব লাগিলে মোৰ ভাগ্যকে দোষ দিব লাগিব। সাংবাদিক সকলেও বাতৰি সংগ্ৰহৰ কাৰণে চেষ্টা কৰিব।

— সাংবাদিক সকলে ৰাইজৰ বাবে আৰু দেশৰ বাবে পবিত্ৰ কৰ্তব্য পালন কৰিব লাগে।

— অৱশ্যেই লাগে। তেওঁলোকৰ কৰ্ত্তব্যকো মই দোষী বুলি নকওঁ।

— তুমি কি ক'ব বিচাৰিছা খুলি কোৱা। ইমান মেৰপেচ লগোৱা কথা কোৱাৰ প্ৰয়োজন নাই।

— আছে কাৰণেই কৈছো। এইখিনি কথা আগতে নক'লে মোৰ কথা বুজি পোৱাত অসুবিধা হ'ব।

ইমান অপ্ৰিয় অপ্ৰয়োজনীয় কথা শুনাৰ কাৰণে এজন পুলিচ অফিচাৰৰ ধৈৰ্য্য আৰু সময় এটাও নাই। একমাত্ৰ জয়ন্তৰ ভনীয়েক হোৱা কাৰণে দিলীপে ধৈৰ্য্য ধৰি শুনি আছে। আন হোৱা হ'লে ইমান কথা কোৱাৰ সুযোগ নিদিয়ে। পাপৰিয়েও পাতনি এৰি মূল কথালৈ আহিল।

— মই ঘৰলৈ যোৱাৰ লগে লগে ঘৰলৈ পুলিচ যাব, সাংবাদিক যাব আৰু আন মানুহো গোট খাব। পুলিচৰ জেৰাত মই ব্যতিব্যস্ত হৈ পৰিম, সাংবাদিকে ৰুচিকৰ বাতৰি প্ৰকাশ কৰিব আৰু আন উপস্থিত লোকসকলে বিভিন্ন মন্তব্য দিব। এনে এটা অৱস্থা নহ'ব বুলি আপুনি ক'ব পাৰিব?

— কাৰ মুখত তুমি সোপা দিবা?

— মোৰ স্বৰূপ প্ৰকাশ হোৱাৰ পিচত মই মানুহৰ ওচৰত ঘৃণাৰ পাত্ৰী নহ'ম বুলি আপুনি অভয় দিব পাৰিব জানো?

— অসম্ভৱ কথা। তোমাক নি ঘৰত স্থান দিব পাৰিম বুলি ক'ব পাৰো কিন্তু মানুহৰ মুখ বন্ধ কৰিব পাৰিম বুলি ক'ব নোৱাৰো।

— ঘৰলৈ গৈ এনে পৰিস্থিতিৰ সন্মুখীন হ'লে মোৰ ভৱিষ্যৎ নিৰাপত্তাৰ কথা কেনেকৈ আশা কৰিব পাৰো? মোৰ অৱস্থা দেখি মা, দেউতাইঁতে শান্তি পাবনে? সকলো পিতৃ, মাতৃয়েই সন্তানৰ পৰা শান্তি কামনা কৰে। মোৰ দৰে অপবিত্ৰা কন্যাক ঘৰত স্থান দিলে সমাজে তেওঁলোকক একঘৰীয়া কৰিব, আত্মীয় স্বজনে নিন্দা কৰিব। মোক লৈ মা, দেউতাই চিৰকাল অশান্তিত ভূগিব। পিতৃ, মাতৃক শান্তি দিব নোৱাৰা সন্তান নথকাই ভাল। মই ঘৰলৈ নগ'লে মোৰ মৃত্যু হোৱা বুলি এদিন পাহৰি যাব পাৰিব। গ'লে চিৰকাল অশান্তি ভূগিব।

পাপৰিৰ কথা শুনি দিলীপৰ মাত হৰিল। পাপৰিৰ কথাৰ মূল্য বহুত। ভুল বুলিব পৰা এটা কথাও তাই কোৱা নাই। পৰিয়ালৰ তিলমানো ক্ষতি তাই বিচৰা

নাই। কোনো মানুহৰ কাৰ্য্যক দোষ দিয়া নাই। আনৰ ওপৰত অভিযোগ আনিও নিজক মুক্ত কৰাৰ প্ৰয়াস কৰা নাই। কি অদ্ভুত চিন্তাৰ ছোৱালী? সাধাৰণৰ চিন্তাৰ লগত তাইৰ চিন্তাৰ মিল নাই। মানুহ জাতি পৰৰ দোষ বিচৰাত সিদ্ধহস্ত। দোষ মুক্ত কৰিবলৈ অপাৰগ। পুৰুষৰ দোষ বা কলঙ্ক স্থায়ী নহয় কিন্তু নাৰীৰ কলঙ্ক মচ নেখাই। কলঙ্কিতা সকলৰ ভৱিষ্যৎ অন্ধকাৰময়। মানুহে বিচাৰ নকৰে দায়ী কোন। যি কেইটা নৰপশুৱে তাইৰ এই অৱস্থা কৰিলে সিহঁত মুক্ত হৈয়ে আছে। ছোৱালীজনী উদ্ধাৰ নোহোৱা পৰ্য্যন্ত সিহঁতে শান্তি নাপায়। উদ্ধাৰ হোৱাৰ পিচতো শান্তি পাব বুলি ক'ব নোৱাৰো। প্ৰভাৱশালী লোকৰ সন্তান হ'লে স্পৰ্শও নহ'ব পাৰে।

দিলীপে পাৰাপাৰ পোৱা নাই। উপায়ৰ কাৰণে পাপৰিৰ সহায়ৰ প্ৰয়োজন হ'ব। হেৰুৱা ছোৱালীক লগ পোৱাৰ পিচত তাইক এৰি যাব নোৱাৰি। তাইক নি মাক-দেউতাকৰ ওচৰত দিব নোৱাৰিলে অযোগ্য পুলিচ অফিচাৰৰূপে চিহ্নিত হ'ব। তেওঁ পিতৃ-মাতৃক দিয়া আশ্বাসৰো মূল্য নাথাকিব।

— পাপৰি তুমি জানিছা মই এজন পুলিচ অফিচাৰ।

— হয় জানিছো।

— তোমাৰ ওচৰত মই এতিয়া পুলিচ অফিচাৰ নহয়, তোমাৰ দাদাৰ বন্ধু দিলীপ শৰ্ম্মা।

— সঁচা, আপুনি দাদাৰ বন্ধু? পাপৰিৰ জনাৰ আগ্ৰহ বাঢ়িল।

বিশ্ববিদ্যালয়ত পঢ়ি থাকোতেই আমাৰ মাজত বন্ধুত্ব হৈছিল। অকল বন্ধু বুলি ক'লেই সম্পূৰ্ণ নহ'ব। তোমালোকৰ ঘৰৰ লগতো মোৰ ঘনিষ্ঠ সম্পৰ্ক আছে। তোমাৰ নিৰুদ্দেশৰ বাবে বিবাদ জৰ্জৰ তোমালোকৰ ঘৰখনে বেছিকৈ কাৰ চপাই নিলে। তেতিয়াৰ পৰা তোমাৰ সন্ধানত ব্ৰতী হৈ পৰিলো। আগতে তোমাক লগ নোপোৱা কাৰণে প্ৰথমে দেখি চিনি পোৱা নাছিলো। তোমাৰ ঘৰৰ পৰিচয় ল'বলৈ গৈ চিনি পালো। তোমাক পোৱাৰ পাচত এৰি যাব নোৱাৰো।

— যোৱাৰ কথা পিচত হ'ব। প্ৰথমতে ঘৰৰ খবৰ কওক। মা, দেউতা কেনে আছে? দাদাই কি কৰি আছে?

— মা, দেউতাৰ শাৰীৰিক বেয়া নহ'লেও মানসিক শান্তি নাই বুলি নিশ্চয় জানিছা। জয়ন্তই তেজপুৰ কলেজত শিক্ষকতা কৰে।

— মা, দেউতাহঁতে মোৰ কাৰণে বৰ কষ্ট পাইছে?

কন্যাৰ চিন্তাত সদায় হা-হুমুনিয়াহ কাঢ়িছে। মোক লগ পালে কয়, দিলীপ তুমি পুলিচৰ মানুহ ছোৱালীজনীক বিচাৰি আনিব নোৱাৰা?

— আই ঐ দেহি, মোৰ কাৰণে বৰ কষ্ট পাইছে। শাড়ীৰ আচলেৰে পাপৰিয়ে চকুপানী মচি ল'লে।

— পাপৰি তুমিয়েই কোৱা, কি কৰা উচিত হ'ব?

পাপৰিয়ে তৎক্ষণাত উত্তৰ নিদিলে। চিন্তা কৰিহে উত্তৰ দিলে। আপুনি দুটা কাম কৰিব পাৰিলে মই ঘৰলৈ যোৱাত অসুবিধা নহয়।

— কি কাম? দিলীপৰ আগ্ৰহ বাঢ়িল।

— প্ৰথম থানাত যদি মোৰ বিষয়ে কেচ্ আছে, কেচটো তুলি ল'ব লাগিব। দ্বিতীয়তে মোৰ ভৱিষ্যৎ নিৰাপত্তা নিশ্চিত হ'ব লাগিব।

দিলীপে পাপৰিৰ দুয়োটা কথাই গভীৰ ভাবে চিন্তা কৰি চালে। জয়ন্তৰ জৰিয়তে কেচটো তুলি ল'ব পৰা হ'ব। কিন্তু কেচটো তুলি ল'লে দোষীয়ে শাস্তি নাপাব। দ্বিতীয়টো ডাঙৰ প্ৰশ্ন। তাৰ সমাধান উলিওৱা জটিল। নিজে দায়িত্ব ল'ব পাৰি কিন্তু মাকে জানো সন্মতি দিব? এফালে পাপৰি আনফালে জন্মদাত্ৰী জননী। মাকক মনোকষ্ট দিব নোৱাৰে। চেষ্টা কৰি চাব লাগিব। মাৰ পৰা সন্মতি পালে পাপৰিক উদ্ধাৰ কৰাৰ কাৰণে অসুবিধা নাই। মনৰ ভাব প্ৰকাশ নকৰি পাপৰিক ক'লে।

— থানাৰ পৰা কেচটো তুলি ল'লে দোষীকেইটাই শাস্তি নাপাব।

সিহঁতৰ দৰে বহুত অত্যাচাৰি আছে। সিহঁত জানো সকলোৱে শাস্তি পাইছে?

— বহুতে পাইছে, বহুতে নাই পোৱা।

— নোপোৱাখিনিৰ লগত সিহঁতকো ৰেহাই দিলে আৰু তিনিটাই শাস্তি নোপোৱাকৈ থাকিব। বেচি নাবাঢ়ে।

— এই উদাৰতা তোমাৰ কিয়?

— উদাৰতা বুলি নাভাবিব। তাতকৈ স্বাৰ্থপৰতা বুলি ভাবিব পাৰে। নিজক কলঙ্কিতা ৰূপত প্ৰকাশ নকৰাৰ কাৰণে সিহঁতক মুক্ত হোৱাত সহায় কৰিছো।

— মই আজি তোমাক একো নকওঁ। সময়ে যেনে ধৰণে গতি কৰে তেনে ধৰণে কাম হ'ব। মই এতিয়া যাওঁ। সোনকালে এদিন আহিম।

পাপৰিয়ে বাৰান্দালৈ গৈ দিলীপক বিদায় দিলে। অন্তৰত অবুজ শিহৰণ অনুভূত হ'ল। মন পক্ষী নীল গগণত বিচৰণ কৰিবলৈ উৰা মাৰিলে। দিলীপৰ প্ৰতি তাই দুৰ্বল নেকি? তাই জানো ভাবিব পাৰে? এজনী অপবিত্ৰা হৈ কেনেকৈ আশা কৰিব?

— কি ভাবিছা পাপৰি? চম্পাৰ মাতত পাপৰিৰ সম্বিত আহিল।

— নাই একো ভবা নাই।

— তোমাৰ চকু আৰু মুখে কৈছে। ডেকা পুলিচ অফিচাৰে কেচ এৰি তোমাক আপোন কৰি লোৱাৰ কথা তোমালোকৰ কথাৰ পৰাই বুজি পাইছো। আমাৰো আশীৰ্বাদ থাকিল। তেওঁ যেন তোমাৰ সকলো বেদনাৰ ওৰ পেলাই শান্তি দিয়ক।

— চম্পাবা সঁচাই তেওঁৰ প্ৰতি মই আকৰ্ষিত হৈ পৰিছো। নাজানো মোক উদ্ধাৰ কৰেনে নকৰে। তেওঁ মোৰ দাদাৰ বন্ধু। মোক ইয়াৰ পৰা নিয়াৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ। মোক নিব লগা হ'লে মাৰ ঘৰলৈ অকলেতো যাব নোৱাৰো।

— পাপৰি ঈশ্বৰে নিশ্চয় তোমাৰ মনৰ কামনা পূৰণ কৰিব। ব'লা গোঁসাই ঘৰত সন্ধ্যা আৰতি কৰি আশীৰ্বাদ লওঁ।

(১১)

দিলীপ শৰ্ম্মাৰ মূৰত প্ৰশান্তিৰ উৰ্ম্মিমালাই অশান্তিৰ সৃষ্টি কৰিলে। কিযে সেই উত্তাল তৰঙ্গ? পৰ্বত প্ৰমাণ হৈ আকাশ লঙ্ঘিঘ নিমিষতে খহি পৰে। মহাবিদ্যালয়, বিশ্ববিদ্যালয়ত কুহকিনীহঁতৰ ৰোমাঞ্চ দৃশ্য চকুৰ আগত ভাঁহি উঠে। বিস্মৃতিৰ অটল গহ্বৰলৈ ঠেলি দিয়া মুখ কেইখনে আহি আমনি কৰেহি কিয়? কোনো আধুনিকাই দিলীপক বান্ধি ৰাখিব পৰা নাছিল। তেওঁলোকৰ লগত পাপৰিক তুলনা কৰি চাইছে। আধুনিকাৰ পৰা দিলীপ আঁতৰি থকা নাই, নাথাকেও। তথাপি অত্যাধুনিক হোৱাৰ মানসিকতা অৰ্জন কৰিব পৰা নাই। অতি সামান্য বেষভূষাৰ লগত প্ৰসাধন আৰু অত্যাধুনিক প্ৰণয় প্ৰাৰ্থী কেইগৰাকী তেওঁ নিষ্প্ৰভ যেন পালে।

চাকৰি জীৱনতো আদৰণি জনোৱা কেবাগৰাকী যুৱতীয়েও দিলীপক ধৰি ৰাখিব পৰা নাই। পাপৰি ওচৰত নিজেই বান্ধ খাই পৰিছে। সৰি পৰা ফুলপাহ বুটলিলৈ বুকুৰ উমেৰে তাক সঞ্জীৱ কৰি তুলিবনে নিঃচিন্নহৈ যাবলৈ দিব, সিদ্ধান্ত ল'ব পৰা নাই। শান্তি বিচাৰি মাকৰ কাষ পালেগৈ।

মাক প্ৰণীতা দেৱীয়ে কিতাপ এখন পঢ়ি আছিল। দিলীপ গৈ কাষতে বহিল। মলিন বদন দেখি দিলীপক আৰু কাষলৈ মাতি নি মূৰত হাত বুলাই সস্নেহে সুধিলে — তোৰ কি হৈছে?

মাকৰ হাতৰ পৰশ পাই দিলীপে গা জুৰ পৰা যেন পালে।

— ইমান বিষাদ তোক কেতিয়াও দেখা নাই। নিশ্চয় কিবা ডাঙৰ ঘটনা ঘটিছে। কি হৈছে কচোন।

— তোমাৰ অনুমান ভুল নহয় মা। মই এটা জটিল কেচৰ মাজত সোমাই বাট নোপোৱা হৈছো।

— কি কেচ্ নক'লেনো মই কেনেকৈ জানিম? তোৰ কিবা বিপদ হ'ব নেকি।

— বিপদ হ'বও পাৰে, নহ'বও পাৰে।

— তোৰ পাক লগা কথা মই বুজি নাপাওঁ। খুলি নকৰ কিয়?

— কি. নক'ম? কোৱাৰ কাৰণেই তোমাৰ ওচৰত বহিছোহি। আজিৰ পৰা পাঁচ বছৰ আগতে নিৰুদ্দেশ হোৱা ছোৱালী এজনী, যেলেগ এটা কেচৰ অনুসন্ধান কৰিবলৈ গৈ লগ পালোগৈ।

— তাৰ পাচত?

— ছোৱালীজনী শিক্ষীতা, জ্ঞানী, ধুনীয়া আৰু বুদ্ধিমতীও।

— শিক্ষীতা ছোৱালী এজনী নিৰুদ্দেশ হৈ থকাৰ কাৰণ কি? কোনোবাই ভাইক আবদ্ধ কৰি ৰাখিছে নেকি?

— আবদ্ধ কৰি ৰাখিলে চিন্তাৰ কাৰণ নাছিল। দলবল লৈ গৈ দুবৃত্তহঁতৰ পৰা সহজেই আনিব পাৰিলো হয়। কিন্তু...

— কিন্তু কি?

— তিনিটা পাষণ্ডই তাইৰ সৰ্বনাশ কৰি অচেতন অৱস্থাত এৰি গ'ল। এজন বৃদ্ধই পাই ঘৰলৈ নি শুশ্ৰূষা কৰি ভাল কৰিলে। বৃদ্ধই ছোৱালীজনীক কন্যাৰ দৰে ৰাখিছে। পুলিচত খবৰ দিবলৈ বা ঘৰত খবৰ দিবলৈ তাই মানা কৰিছে। আত্ম হত্যাৰ ভয় দেখুৱাই মাক, দেউতাকৰ ওচৰলৈ পঠোৱাতো বাধা দিছে। উপায়হীন হৈ বৃদ্ধই নিজৰ ঘৰতে আশ্ৰয় দি ৰাখিব লগা হৈছে।

— তাইৰ মাক, দেউতাকে খবৰ পোৱা নাই? তাই পৰিচয় দিয়া নাই? ভয় দেখুৱাত ঘৰলৈকো খবৰ দিব পৰা নাই। মাক-দেউতাকে চাকৰি কৰে। ককায়েক কলেজৰ শিক্ষক। বৃদ্ধজনো শিক্ষিত জ্ঞানী লোক। ব্ৰাহ্মণ পৰিয়ালৰ ছোৱালী। বৃদ্ধজনো সু প্ৰতিষ্ঠিত ব্ৰাহ্মণ। তাৰ থানাৰ অ' চিয়ে তাইক বুজাই সন্মত কৰাব নোৱাৰি মোৰ সহায় বিচৰাত যাব লগা হ'ল। ময়ো বহুত বুজালো কিন্তু সন্মত কৰাব নোৱাৰিলো।

— আচৰিত ছোৱালী।

— আচৰিতেই মা। তাই যিবোৰ যুক্তি দিলে সেই যুক্তিৰ ওচৰত ময়ো হাৰ মানিলো। এজন পুলিচ অফিচাৰহে নিৰুদ্দেশ হোৱা ছোৱালীজনী পায়ো উদ্ধাৰ কৰিব নোৱাৰিলে দায়িত্বহীন হৈ পৰিম। জোৰ কৰি অনাৰ চেষ্টা কৰিলে তাই যদি আত্মহত্যা কৰে তেতিয়া জটিলতা বাঢ়িব। নতুন কেচ এটাৰ সন্মুখীন হ'ব লাগিব। মই উপায় নোপোৱা হৈছো।

— ঘৰলৈ যাবলৈ নিবিচৰাৰ কাৰণ কি?

— ঘৰলৈ গ'লে মাক দেউতাকক দুখ দিয়া হ'ব। কাৰণ তাইৰ কলঙ্ক প্ৰচাৰ হ'ব। কলঙ্ক প্ৰচাৰ হ'লে ভৱিষ্যৎ অন্ধকাৰ হ'ব। মাক দেউতাকে তাইৰ দশা দেখি আজীৱন বেজাৰ কৰি থাকিব লাগিব। তাই মাক, দেউতাকক তেনে দুখ দিব নোৱাৰে।

— বেচেৰীয়ে বহুত দূৰলৈ চিন্তা কৰিছে।

— তাই মোক দুটা চৰ্ত দিছে। সেই দুটা পূৰণ হ'লে ঘৰলৈ আহিব।

— কি চৰ্ত?

— প্ৰথমটো হ'ল থানাৰপৰা তাইৰ নিৰুদ্দেশ সম্পৰ্কে থকা কেচটো তুলি ল'ব লাগিব। দ্বিতীয়টো তাইক ভৱিষ্যৎ নিৰাপত্তা দিব লাগিব। প্ৰথমটো দেউতাকক কৈ কেচটো তুলি লোৱাব পৰা যাব। কিন্তু দ্বিতীয়টো বৰ জটিল। মই কেনেকৈ তাইৰ ভৱিষ্যৎ নিৰাপত্তা দিওঁ।

— ভৱিষ্যৎ নিৰাপত্তা মানে?

— ভৱিষ্যৎ তাইক কোনে বিয়া কৰাব? তাইৰ দৰে কলঙ্কিতা ছোৱালী এজনীক বিয়া কৰাবলৈ কোন আগবাঢ়ি আহিব? সেই প্ৰতিশ্ৰুতি মই কেনেকৈ দিওঁ?

— ভবাৰ দৰে তাই কলঙ্কিতা হ'ব নোৱাৰে। দুৰ্বৃত্তই বল প্ৰয়োগ কৰি সৰ্বনাশ কৰা ছোৱালীজনীক কলঙ্কিতা কৰো কেনেকৈ? মোৰ ছোৱালীৰ এনে এটা

অৱস্থা হ'লে মই জানো শান্তি পাম? কণ্যাৰ স্নেহত মাক-দেউতাকৰ অৱস্থা কি হৈছে? প্ৰণীতাই কথাখিনি গভীৰ ভাবে চিন্তা কৰি ক'লে, থানাৰ পৰা কেচটো তুলি লোৱাত অসুবিধা হ'ব নেকি?

— চেষ্টা কৰিলে বিশেষ অসুবিধা নহয়। আনটোৰ বাবেহে চিন্তা।

— তাৰ মীমাংসা মই দিওঁ।

— সঁচা মা তুমি দিবা? তোমাৰ হাতত তেনে উপযুক্ত পাত্ৰ আছে? তাইৰ কলঙ্কৰ কথা জানিও তাইক গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা পাত্ৰ ওলাব।

— আছে। তই তাইক উদ্ধাৰ কৰিব নোৱাৰিবি? তই জানো তাইৰ যোগ্য নহ'বি?

— মই? আচৰিত হৈ দিলীপে মাকৰ মুখলৈ চাই ৰ'ল।

— কি হ'ল? ছোৱালীজনীক বিয়া কৰোৱাত তোৰ আপত্তি আছে?

— আছে মা আছে। তিনিটা কাৰণত মোৰ আপত্তি আছে।

— কি কাৰণ কচোন।

— প্ৰথমতে তাই অশুচি। দ্বিতীয়তে তাইক বিয়া কৰালে মই সমাজচ্যুত হ'ম। তৃতীয়তে ডেকা পুলিচ অফিচাৰে কেচ্ কৰিবলৈ গৈ সুন্দৰী ছোৱালী দেখি ভোল গ'ল বুলি গঞ্জনা শুনিব লাগিব।

— ইমানেই শক্তিমন্ত পুলিচ অফিচাৰ হৈছ?

— মা বুলি দিলীপে মাকৰ মুখলৈ চাই ৰ'ল।

— ছোৱালীজনী অশুচি নহয় বুলি মই স্বীকৃতি দিছো। তাই স্বেচ্ছাৰে অসামাজিক কামত লিপ্ত হোৱা নাই। সমাজৰ প্ৰয়োজন বিপদগ্ৰস্তক উদ্ধাৰ কৰাৰ কাৰণে। উদ্ধাৰ নকৰি ত্যাগ কৰা সমাজখনৰ প্ৰয়োজন কিহৰ কাৰণে? এজনী নিপীড়িতা ছোৱালীক উদ্ধাৰ কৰিব নোৱাৰা সমাজৰ মূল্য বা প্ৰয়োজন একো নাই। আৰু তোৰ লোক গঞ্জনাৰ ভয়? ভাল কাম কৰি কেইজনে সদনাম পাইছে? তেনে সদনাম পোৱা লোকৰ নাম মোক ক'ব পাৰিবি?

— মা তুমি মহীমাময়ী। মই তোমাৰ মুখৰ পৰা ইমান মহান কথা শুনিবলৈ পাম বুলি ভবা নাছিলো। মোক ডাঙৰ চিন্তাৰ পৰা উদ্ধাৰ কৰিলা। তুমি মোক নতুন জ্ঞান দিলা। মাকক সাবটি ধৰি দিলীপে আবেগিক হৈ ক'লে — আজি সকলোকে চিঞৰি চিঞৰি ক'বলৈ মোৰ মন গৈছে, 'মাই মাদাৰ ইজ চ গ্ৰেট।'

— চাওঁ এৰি দে।

মাকক এৰি দি দিলীপে ক'লে — মা যি জনীক উদ্ধাৰ কৰি তাইৰ পিতৃ-মাতৃৰ হা হুতাশ আঁতৰোৱাৰ কথা কৈছা, যাক তুমি বোৱাৰী কৰি আনিবলৈ আদেশ কৰিলা, তাইৰ পৰিচয় তুমি জানিব নিবিচাৰা?

— পৰিচয়ৰ দৰকাৰ কি? দুৰ্দশাগ্ৰস্তা ছোৱালীজনীক উদ্ধাৰ কৰি আনি পিতৃ-মাতৃৰ দুখৰ চকুপানী মচি দিয়া মানুহৰ কাম। তাইৰ বিষয়ে যিখিনি জানিব পাৰিলো তাতেই তাইৰ জানৰ পৰিচয় পাইছো।

— তথাপি তাইৰ পিতৃ মাতৃৰ পৰিচয় আশা নকৰা?

— আন ছোৱালীৰ ক্ষেত্ৰত পিতৃ-মাতৃৰ পৰিচয়ৰ প্ৰয়োজন আছে। তাইৰ ক্ষেত্ৰত নাই। তই যদি জান ক। জানিলে ভাল পাম।

— জানো কাৰণেই তোমাক সুধিছো। মোৰ বন্ধু জয়ন্তক তুমি ভালদৰে জানা। তাৰ মাক, দেউতাকক নেদেখিলেও তেওঁলোকৰ কথা জানা।

— জানোতো, কিয় নাজানিম? বেচেৰা জয়ন্ত আৰু তাৰ মাক, দেউতাকলৈ মনত পৰিলে বৰ দুখ লাগে। তেওঁলোকৰ ছোৱালীজনীৰো আজিলৈকে সন্ধান নাপালে। জয়ন্তৰ শুকান মুখখন দেখিলে মোৰ চকুপানী ওলাই। বিচাৰি পাই আনি দিলে মইযে কিমান আনন্দ পাম।

— ছোৱালীজনীক মই বিচাৰি পাইছো মা। উদ্ধাৰ কৰিবলৈকো মই সঙ্কল্পবদ্ধ।

— তাইকো যদি পাইছ কোৱা নাই কিয়?

— এতিয়া যিজনী ছোৱালীৰ কথা তোমাক কৈছো, তাই বেলেগ ছোৱালী নহয় মা প্ৰাঞ্জল আৰু পৰিণীতা বৰুৱাৰ কন্যা, জয়ন্ত বৰুৱাৰ ভনীয়েক পাপৰি বৰুৱা।

— হয়, তই আগতে কোৱা নাই কিয়? ইমান পাকচক্ৰ লগাই কোৱাৰ কি দৰকাৰ? জয়ন্তৰ ভনীয়েক হ'লে তোৰ উপযুক্ত নোহোৱাৰ কাৰণ নাই।

— জয়ন্তৰ ভনীয়েক বুলি তুমি আগতে জানিলে, তোমাৰ উৎসাহখিনি স্বাৰ্থজৰিত নহ'লহেতেন নে? স্বাৰ্থজৰিত কোনো অনুদানৰ মূল্য নাই বুলি তুমি জানাই।

— যিয়েই হওক তাইক সোনকালে অনাৰ ব্যৱস্থা কৰ।

— মা, তোমাক আৰু এটা কথা সোধো, তুমি যিটো উচিত হয় তাকে কৰিবা।

— কি কথা?

— পাপৰিৰ নিৰুদ্দেশৰ বিষয়ে থানাত থকা কেচটো তুলি ল'লে দোষীকেইটা সাৰি যাব। সিহঁতৰ শাস্তি নহ'ব। তুমি কোৱা, কেচটো তুলি লোৱা ভাল হ'বনে?

— কেচটো তুলি ল'লে সিহঁতৰ ওপৰত বিচাৰ নহ'ব সঁচা। কিন্তু সিহঁতৰ বিচাৰ কৰালে ছোৱালীজনীৰ কলঙ্কৰ চেকা প্ৰকট হ'ব। মাতৃ হিচাবে হওক বা নাৰী হিচাবেই হওক কলঙ্কৰ চেকা বৰ গধুৰ। দুৰ্ভাগ্যই যিখিনি দুখৰ বোজা জাপি দিলে সেই বোজা অলপ বাঢ়িব। বহুত অপৰাধীয়ে শাস্তি পাইছে। তথাপি জানো অপৰাধৰ সংখ্যা কমিছে? সিহঁতক ক্ষমা কৰিয়েই দে যাতে ছোৱালীজনীয়ে মনৰ শঙ্কা দূৰ কৰিব পাৰে। যিটো হৈ গৈছে তাক নোহোৱা কৰিব নোৱাৰ। সিহঁতে শাস্তি পালেও নোহোৱা নহয়।

— মা, তোমাৰ আৰু পাপৰিৰ ইচ্ছা পূৰণ হওক। দিলীপ গৈ নিজৰ কোঠালিত সোমাল। মনপক্ষী উৰামাৰি গুৱাগমণি গাৱঁৰ সদানন্দৰ ঘৰত বিচৰণ কৰি ফুৰিলে। বিচাৰি ফুৰিছে উজ্জ্বল প্ৰাকৃতিক হীৰাখণ্ড। চকুৰ আগত ভাঁহি উঠিছে

উজ্জ্বল প্ৰতিমাখন। হাতত কুসুম মালালৈ আগবাঢ়ি আহিছে কাষলৈ। কুসুম সুবাসে প্ৰাণত শিহৰণ জগালে। কল্পনা সাগৰত ডুবি ৰ'ল বহু সময়লৈ।

(১২)

সময় পাখি লগোৱা কাঁড়ৰ দৰে আগবাঢ়ে অবিৰাম গতিৰে। দিলীপ শৰ্মাৰ কাৰণে শামুকীয়া হৈ পৰে। দিনবোৰ দীঘল হৈ গৈছে। ৰাতিৰ টোপনি টুকুৰা টুকুৰ হৈ ভাগ ভাগ হৈছে। অফিচৰ কামৰ ব্যস্ততাই এটা দীঘল দিনৰ প্ৰাচীৰ হৈ বাধাৰ সৃষ্টি কৰিছে। তৃতীয়দিনা চাতুৰ্য্যতাৰে অফিচ এৰি চেণ্ট্ৰোগাড়ীখনত বহিল। গাড়ী ধাবমান হ'ল সুবাগমণি গাৱঁলৈ। ৰাষ্টাৰ কাষৰ গছগছনি, ঘৰবাৰী পিচলৈ ঠেলিলৈ গৈ শুবাগমণি থানাৰ সম্মুখত ৰ'লগৈ। গাড়ীৰ পৰা নামি থানাৰ ফালে দিলীপ আগবাঢ়িল। অ' চি নয়ন বৰাই দেখা পাই আদৰি নিলে।

দুয়ো বহি অনুসন্ধানৰ পৰ্য্যালোচনা কৰিলে। অনুসন্ধানৰ তথ্য চাই সদানন্দৰ ওপৰত মিছা অভিযোগ বুলি নিশ্চিত হ'ল। কিন্তু পাপৰিক আশ্ৰয় দিয়া অপৰাধৰ পৰা এতিয়াও মুক্ত বুলিব পৰা নাই। পাপৰি পিতৃগৃহলৈ প্ৰত্যাবৰ্তন কৰিলেহে মুক্ত হ'ব পাৰিব।

— চাৰ, ভট্টাচাৰ্য্যৰ দৰে ধাৰ্মিক লোকজনক দোষমুক্ত কৰাৰ ব্যৱস্থা হ'বনে?

— এতিয়া আমি তেখেতৰ তালৈকে যাওঁ ওলাওক। আজিৰ অনুসন্ধানৰ ওপৰতে মানুহজনক কালিমাৰ পৰা মুক্ত হোৱাতো নিৰ্ভৰ কৰিছে। আপুনি চিভিল ড্ৰেচ কৰি আহক, মই বহিছো। অফিচিয়েল ব্যৱধান হ্ৰাস কৰাৰ কাৰণে এই ব্যৱস্থা কৰিলে। বৰাই কাপোৰ সলাই অহাত দুয়ো গৈ সদানন্দৰ ঘৰ পালেগৈ।

সদানন্দ বাৰান্দাতে আছিল। দুয়োকে নি ড্ৰইংৰুমত বহুৱালে। ভিতৰত আলহী অহাৰ খবৰটো দি নিজেও বহিলহি।

পাপৰিৰ কথা পিচলৈ ঠেলি থৈ মাটি বাৰী সম্পৰ্কীয় কথা পাতি ল'লে। পাপৰিয়ে চাহ মিঠাইৰ যোগান ধৰিলে।

— আপোনাৰ ওপৰত দিয়া কেচটো ক'বলৈ লাজ লাগে। আপোনাক অপদস্থ কৰাৰ কাৰণে মনে সজা কেচ। তোমাৰ লগত কথা আছে বুলি পাপৰিকো দিলীপে বহিবলৈ ক'লে।

— আপোনালোকে চাহ খাওক, মই আহিম বুলি পাপৰি ভিতৰলৈ গ'ল। তাই জানে যে তাইৰ লগত কথা আৰম্ভ হ'লে তেওঁলোকৰ চাহ খোৱা নহ'ব। আগৰবাৰ আহোতেই কথাটো মন কৰিছে। অলপ সময়ৰ পিচত মচলাৰ বটাটো লৈ ওলাই আহিল। সদানন্দই পাপৰিৰ লগত কথা পতাত অসুবিধা পাব বুলি যাবলৈ উঠিছিল। দিলীপে বহিবলৈ কোৱাত বহিল। পাপৰিও বহিল।

— পাপৰি, তোমাক ঘৰলৈ পঠোৱাৰ ব্যৱস্থা কৰিব লাগে। বৰাক লগত অনাৰ কাৰণ, তুমিও যাতে ঘৰলৈ যাব পাৰা আৰু পিতাৰাও যাতে বিপদত নপৰে,

তাৰ এটা আলোচনা কৰি ব্যৱস্থা এটা কৰা। তুমি নিশ্চয় বুজিছা যে পিতাৰাই তোমাক এনেদৰে অজ্ঞাতে আশ্ৰয় দি ৰখা আইনতঃ দোষ কৰিছে। তুমি ঘৰলৈ গ'লে দোষৰ পৰা মুক্ত কৰিব পৰা হ'ব পাৰে। নহ'লে কি হ'ব কোৱাৰ প্ৰয়োজন নাই।

— তুমিযে ঘৰলৈ যাব লাগিব ধ্ৰুৱপ। তোমাৰ কাৰণে পিতাৰাৰ সন্মান হানি হোৱাতো আমাৰ কাম্য নহয়। তোমাক জোৰ কৰি পঠোৱাৰ কথাও চিন্তা কৰা নাই। তুমি সন্মত হ'ব লাগিব।

— মোৰ ক'বলগীয়াখিনি আপোনাক কৈছো। পিতাক বিপদত পেলোৱা বা অসন্মান কৰা কোনোটো মই বিচৰা নাই। তথাপি মোৰ কথাও ভাবিব লাগিব। মই কোৱা কামখিনি কৰিব পাৰিলে পিতা আৰু মোৰ কাৰণে মঙ্গলজনক হ'ব।

— তোমাৰ পৰা জনাৰ পিচত দুটা দিন চিন্তা কৰিলো। এটা উপায় উদ্ভাৱন কৰিব পাৰিছো। তোমাৰ মতামতৰ বাহিৰে ফলদায়ক নহ'ব।

— কি উপায় জানিব পাৰোনে? পাপৰি সদানন্দ আৰু বৰাই উপায়ৰ কথা জনাৰ আগ্ৰহেৰে দিলীপৰ মুখলৈ চাই ৰ'ল।

— থানাৰ কেচটো তুলি লোৱা হ'ব। কেচটো তুলিলে পিতাৰাও বিপদমুক্ত হ'ব পাৰিব বুলি আশা কৰিব পাৰি। বৰা আপুনি কওকচোন কেচটো তুলি লোৱাতো আপুনি কেনে দেখে?

— কেচটো তুলি ল'লে খুৰাদেউ বিপদমুক্ত হ'ব পাৰিব কিন্তু দোষী কেইটাৰ একো শাস্তি নহ'ব। পাপৰিয়ে যদি সন্মতি দিছে মই বেয়া বুলি নাভাবো। ছোৱালীজনীক ঘৰলৈ পঠোৱা দৰকাৰ। তাৰ কাৰণে কেচটো তুলি লোৱা বেয়া নহ'ব।

—পাপৰিক ঘৰলৈ পঠোৱাৰ কাৰণে পুলিচ বিভাগত চাকৰি কৰিও সন্মতি জনাইছো। অৱশ্যে কেচটো আমি তুলি ল'ব নোৱাৰো। সেই কাম তেওঁৰ দেউতাকেহে কৰিব পাৰিব। মই পাত্ৰ এজনকো বিচাৰি পাইছো, যি জনে পাপৰিৰ ভৱিষ্যৎ নিৰাপত্তা দি জীৱন সঙ্গীনী কৰি লোৱাৰ কাৰণে সন্মত হৈছে। তোমাৰ সন্মতি অবিহনে এই কাম মই কৰিব নোৱাৰো।

— চাৰ তলে তলে আপুনি বহুত আগবাঢ়িছে। ইমান কম সময়ৰ ভিতৰত ইমান কাম কেনেকৈ কৰিলে, ভাবিলে আচৰিত লাগে।

— এতিয়াও সমস্যা আঁতৰা নাই বৰা। পাপৰিৰ ইচ্ছাৰ বিৰুদ্ধে মই একো কৰিব নোৱাৰো।

এতিয়া অবাক হোৱাৰ পাল। দিলীপে কোৱা কথাৰ পৰা কোনো যেন সমস্যা নাই। অতি সাধাৰণ কাম। তিনিও দিলীপৰ মুখৰ ফালে চাই ৰ'ল। পাপৰিৰ পৰা কোনো সহাৰি পোৱা নাই।

— একো নক'লাযে পাপৰি?

— ভাবিছো, মোৰ দৰে কলঙ্কিতা ছোৱালী এজনীক কোন হতভগাই নিজৰ জীৱনৰ সঙ্গীনী কৰি ল'বলৈ আগবাঢ়িছে। কোন সেইজন ইমান উদাৰ পাত্ৰ যে

জীৱন সঙ্গীনী কৰি লোৱাৰ কাৰণে নিষ্কলুষ পবিত্ৰ যুৱতী বিচাৰি নাপালে।

— অভাবৰ কাৰণেই মানুহে ছোৱালী এজনীক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি আহিব পাৰে বুলি ভবাতো ভুল। পবিত্ৰ বা অপবিত্ৰ বুলি বিচাৰ কৰি চালেও তুমি ক'ব নোৱাৰা কোন কিমান পবিত্ৰ। সেই চিন্তা কৰি লাভ নাই। তুমি উদাৰ বুলি ভাবা, নাভাবা তোমাৰ কথা। মই মাত্ৰ মোৰ সন্ধানত পোৱা কথাহে কৈছো। দিলীপে সকলোকে ইন্দ্ৰজালত আবদ্ধ কৰি ৰাখিলে। কথাটো খুলিকৈ মুক্ত কৰিব বিচৰা নাই। তিনিও উৎকণ্ঠাৰে দিলীপৰ মুখলৈ চাই আছে। এইয়াও পাপৰিৰ ওপৰত পৰীক্ষা।

— যি জন উদাৰ ব্যক্তিৰ কথা কৈছে, ব্যক্তিজন কোন জানিব পাৰোনে?

— তুমি নাজানিলে কেনেকৈ হ'ব? তোমাৰ সন্মতি বিচৰাৰ মূল্যইবা ৰ'ব ক'ত?

ইন্দ্ৰজালৰ বন্ধন মুক্ত হোৱাৰ চেষ্টা কৰি সদানন্দই মাত লগালে — যোগ্য পাত্ৰ যদি তাইৰ যোগ্য বুলি ভাবা আৰু তায়ো অসন্মত নহয়, পৰম আনন্দৰ কথাহে। এই বিবাহৰ সাগভাগ ময়ে ল'ম। মাক, দেউতাকক সন্মত কৰোৱা দায়িত্ব মোৰ।

— খুৰাই তোমাৰ কাৰণে কিমান চিন্তা কৰিছে ভাবি চোৱা। ইমানখিনি কৰাৰ পিচত আমি তোমাৰ মুখৰ হাঁহি চাবলৈ উৎকণ্ঠাৰে বৈ আছো। শৰ্মা ডাঙৰীয়া, সোনকালে ইন্দ্ৰজালৰ পৰা মুক্ত কৰক। আমিও জানিবলৈ আগ্ৰহ কৰি আছো।

দিলীপে তমসা আঁতৰাই দিলে। তিনিওৰে মুখলৈ দৃষ্টি ফুৰাই লৈ গহীনহৈ ক'লে — আপোনালোকৰ সন্মুখতে বহি আছে সেই সৌভাগ্যবানজন।

— সঁচা? ৰবা আৰু সদানন্দই একেলগে চিঞৰিলে। পাপৰি নিৰ্বিকাৰ। তাইৰ অন্তৰৰ মাজত সৃষ্টি হোৱা ভাবৰ হেন্দোলনিক জোৰ কৰি সংযত ৰাখিলে। দিলীপে যিদৰে সহজে ধৰা দিব বিচৰা নাছিল, তায়ো সেইদৰে সহজে ধৰা নিদিয়ে।

— পাপৰিৰ সন্মতি অবিহনে সঁচা বুলি ক'ব নোৱাৰো। দিলীপে ভাব প্ৰকাশ কৰি ক'লে।

— পাপৰি তোমাৰ মনৰ কথা খুলি কোৱা। ৰবাই পাপৰিক অনুৰোধ কৰিলে।

লাজে পাপৰিক ওৰণি দিলে। মুখৰ ৰং পলাশ ফুলৰ দৰে হ'ল। গাৰ পৰা বিন্দু বিন্দু পানী বিৰিঙি উঠিল। অতি নম্ৰভাৱে তাই মুখ খুলিলে।

— মোৰ সৌভাগ্য বিনে দুৰ্ভাগ্য বুলি নাভাবো। তথাপি মই আশ্বস্ত হ'ব পৰা নাই।

— কিয় পাপৰি, বিশ্বাস হোৱা নাই। দিলীপে সুধিলে।

— আপুনি দয়া পৰৱশত এই কাম কৰি মোক পিতৃ-মাতৃৰ কাষলৈ নিয়াৰ কাৰণে সাজু হৈছে। তাত মই আচৰিতো হোৱা নাই, অবিশ্বাসো কৰা নাই। আপোনাৰ এখন ঘৰ আছে। আপোনাৰ আপোন লোক আছে। ঘৰৰ মানুহ আৰু আত্মীয় স্বজনে আপোনাৰ দৰে সহজভাৱে ল'ব নোৱাৰিলে আপুনি মোৰ কাৰণে তেওঁলোকৰ ওচৰত অপ্ৰিয় হৈ পৰিব। আপোনাৰ ঘৰখনৰ কাৰণে মই ঘৃণনীয় নহ'মনে?

পাপৰিৰ কথা শুনি ৰবা আৰু সদানন্দ আচৰিত হ'ল। পাপৰিয়ে কৈছে কি? তাই কি বিচাৰিছে? সৌভাগ্যই নিজে আহি ধৰা দিয়াৰ পিচতো আদৰি ল'বলৈ বিচৰা নাই কিয়?

দিলীপ আচৰিত হোৱা নাই। পাপৰিৰ প্ৰকৃতি আগতেই বুজি পাইছে। পাপৰিৰ প্ৰশ্নটোৱে তাইক বেচি ওচৰ চপাই নিলে। এনে এজনী ছোৱালীকে জীৱন সঙ্গীনী ৰূপত পোৱাৰ আশা কৰিছিল। ক্ষুদ্ৰ স্বাৰ্থক যি হাঁহিমুখে বিসৰ্জন দিব পাৰে তেওঁহে প্ৰকৃত মাতৃৰ যোগ্যা। নিজৰ মাককে দিলীপে একে ৰূপতে পাইছে। দিলীপে সমিধান দিলে।

— মোৰ ঘৰত আপোন বুলিবলৈ একমাত্ৰ মা আছে। দেউতাই সৰুকালতে চিৰবিদায় ল'লে। জন্মদাত্ৰী মাতৃৰ অন্তৰত আঘাত দিব পৰা সাহস মোৰ নাই। মাৰ মনত দুখ দিব পৰা কাম মই কৰিব নোৱাৰো। মোৰ চিন্তাৰ বিৰাট বোজাটো মাই নিজেই আঁতৰাই দিলে। মাৰ মুখৰ কথা শুনি মই নিজেই আচৰিত হ'লো। মাক ক'লো, মা তুমি মোৰ মূৰৰ পৰা চিন্তাৰ বোজাটো নমাই দিয়াৰ কাৰণেই কৈছানে? তাৰ উত্তৰত মাই ক'লে — পাপৰিক কিয় অপবিত্ৰ বুলি ভাবিছ? পবিত্ৰ কি জান? গোপন অভিসাৰ তাই কৰা নাই। বলীৰ ওচৰত দুৰ্বলী উৎপীড়িত হ'লে দায়ী কোন? প্ৰপীড়িতজন কেতিয়াও নহয়। তেওঁ অপবিত্ৰ হ'ব নোৱাৰে। চিৰকাল পবিত্ৰ হৈ থাকিব।

— আপোনাৰ মা মহীয়সী শৰ্মা। ৰবাই ব্যক্ত কৰিলে। আপোনাৰ মাৰ দৰে মহীয়সী মাতৃ মই জীৱনত পোৱা নাই।

— সঁচা ৰবা, পাপৰিৰ ভাগ্যইহে এনে মহীয়সী মাতৃৰ কাষলৈ যোৱাৰ সুযোগ দিছে। সদানন্দই শান্তিৰ নিশ্বাস এৰিলে।

পাপৰিয়ে লাজ, আনন্দত বৰুৱতী হৈ কোনোমতে ক'লে, মোৰ ইমান সৌভাগ্য বুলি ভবা নাছিলো। এতিয়া মই লজ্জিত। আপোনাৰ উদাৰতাক সহজভাবে ল'ব পৰা নাছিলো। ইয়াৰ পিচত আপত্তিৰ কাৰণ থাকিব নোৱাৰে। সেই গৰাকী মাতৃৰ পোহৰে মোৰ এন্ধাৰ সম্পূৰ্ণ আঁতৰাই দিছে। আপুনি তেখেতক মোৰ সেৱা জনাব।

সদানন্দই ক'লে — তোমাৰ মাৰাৰ ওচৰত মই কৃতজ্ঞতা জনাইছো। পাপৰি সুখী হ'ব। পিচৰ কৰণীয়খিনি তোমাৰ বিচাৰমতে হ'ব। মই কৰিবলগীয়াখিনি মোক ক'বা, মই কৰিম।

চম্পা জয়ন্তীহঁতে কথা বতৰা শুনি আছিল। পাপৰিৰ মনোকামনা পূৰণ হোৱা জানি আনন্দ পালে। খোৱাবোৱাৰ যোগাৰ কৰি ভিতৰলৈ অতিথিবৃন্দক নিমন্ত্ৰণ জনালে।

— ভিতৰলৈ কিয়?

ইমান আনন্দৰ খবৰ এটা এনেয়ে দিব নোৱাৰি। আহক সকলোৱে উপভোগ কৰো। দিলীপ শৰ্মা, নয়ন ৰবা পুলিচৰ মানুহ হৈ নাথাকিল। সদানন্দৰ আত্মীয় হ'ল। নিমন্ত্ৰণ উপেক্ষা কৰা অসম্ভৱ। সকলোৱে গৈ ডাইনিং ৰুম পালেগৈ।

(১৩)

এপাহ এপাহকৈ সৰি পৰা সাতপাহ ফুলে সুৰভি বিলাই সদানন্দৰ ঘৰ সুবাসিত কৰিলে। তেওঁৰ সকলোতকৈ প্ৰিয় ফুলপাহৰ সৌৰভ এতিয়াও দূৰ দিগন্তলৈ বিয়পি পৰা নাই। সৰি পৰা ফুল কেইপাহ মৰহি যাবলৈ নিদি সযতনে গোটাই ৰাখিছিল ঘৰটো শুৱনি কৰি। সদানন্দৰ বুকুৰ উম পাই সঞ্জীৱিত হৈ ৰ'ল। প্ৰিয় ফুলপাহক নতুন প্ৰাণ দিয়াৰ প্ৰস্তুতি চলিছে। অকল্পনীয়ভাবে দুহাত প্ৰসাৰি আহ্বান জনোৱা কৰ্মনিষ্ঠ যুৱক দিলীপ শৰ্মাৰ প্ৰতি কৃতজ্ঞতা জনালে। অজান শত্ৰুৱে কলঙ্কিত কৰাৰ চেষ্টা সদানন্দৰ কাৰণে আশীৰ্বাদ হ'ল। কন্যাৰ বিৰহ বেদনাত মৰ্মাহত পিতৃ-মাতৃক সন্ধান দিবলৈ সাজি কাচি সাজু হৈছে। কন্যাৰ বাতৰিৰ লগতে পিতৃ-মাতৃৰ সন্তোষজনক বাতৰিও কঢ়িয়াই নিবলৈ ওলাইছে কন্যাৰ জীৱনৰ মধুৰ মিলনৰ প্ৰস্তুতিৰ বতৰা। লগত লৈছে তেওঁৰ প্ৰতিপালনত প্ৰাণ পাই উঠা আন এপাহ অবহেলিত ফুল পৰাগ নামৰ ল'ৰাটি। ৰবিৰাম, জয়ন্তী, চম্পাই শুভেচ্ছা জনাইছে। পাপৰিয়ে আঁকি দিছে পথৰ নক্সা। বাসুদেৱ, যোগমায়াই উলাহতে নৃত্য কৰিছে। ভূমিধৰৰ মাৰুতি কাৰখন বনমালীয়ে আনি চোতাল শুৱনি কৰি ৰাখিছে। শুভ ক্ষণ চাই সদানন্দ গৈ গাড়ীত বহিল। কাষত পৰাগ। বনমালীয়ে গাড়ী ষ্টাৰ্ট দিলে। সকলোৱে হাত দাঙি বিদায় দিলে।

পাপৰিয়ে মাক, দেউতাক আৰু দাদাকৰ শুকান মুখকেইখন চকুৰ আগলৈ টানি আনিলে। দুচকুৰ পৰা দুধাৰ পানী মুকুটা মালাৰ দৰে বৈ গ'ল। আনন্দ বিষাদ একোৰে তাত চিন নাই। আৰু কিমান দিন বাট চাব লাগিব পূৰ্ণিমাৰ জোনটো দেখা পাবলৈ? এতিয়াও সুদূৰ পাহাৰতে আছে।

অতীতে পাপৰিক আমনি কৰিলে। মাকে এটা পলক তাইক দেখা নাপালে চটফটাই থাকে, খোৱাৰ ইচ্ছা নহ'লে বিধে বিধে ৰুচীকৰ আহাৰ যোগান ধৰে। চেনেহৰ পৰশ বুলাই খুৱাবলৈ যত্ন কৰে। পঢ়ি পঢ়ি নিশা টোপনি গ'লে গাৰ কাপোৰ ঠিকঠাক কৰি দিয়ে। ভাগৱত এগিলাচ গাখীৰ খুৱাই পঢ়াৰ উৎসাহ যোগায়। নিশা টোপনি নাহিলে মূৰত হাত বুলাই শুৱাবলৈ যত্ন কৰে। এনেজনী দৰদী মাকৰ অৱস্থা কি হৈছে?

দেউতাকৰ আলাসৰ লাৰু, ননীৰ পুতলা। কলেজত পঢ়ি থকা কালতো কণমানি ছোৱালীজনীৰ দৰে তাইক কাষত বহুৱাই সাধু কথা কয়। বিহু, পূজাৰ দৰে উৎসৱবোৰত দুহাতেৰে তাই খৰছ কৰিব পৰাকৈ পইচা দিয়ে। বিধে বিধে কাপোৰ কানি আৰু আন বস্তুৰ উপহাৰ দি তাইক সন্তোষ দিয়ে।

একমাত্ৰ ভনী বুলি দাদাকে কিমানযে মৰম নকৰে! তাইৰ খং তুলি চাই তৃপ্তি পায়। তাই ওকোন্দ পাতিলে মৰমৰ হাত বুলাই সান্ত্বনা দিয়ে। তাইক ঘৰত নেদেখিলে বিচাৰি বিচাৰি গোটেইখন চলাথ কৰে। আয়োজো আঁতৰি থাকিব নোৱাৰে। তাই ইয়াত কেনেকৈ আছে? এই মুহূৰ্ততে ঘৰলৈ যাবলৈ মন-প্ৰাণ উত্ৰাৱল হৈ

পৰিছে। তাইৰ আজি এনে অৱস্থা অথচ তাইক ঘৰলৈ পঠাব নোৱাৰি সদানন্দই বিপদ মুৰ পাতি ল'ব লগা হৈছে। এতিয়াও তাইক ঘৰলৈ পঠাব নোৱাৰে। মৰিচীকাৰ শাস্তি তাই বিচৰা নাই। ইমান দৰদী মানুহখিনিক মৰীচিকাৰ শাস্তি দিলে তাই অকৃতজ্ঞ হ'ব। অফুৰন্ত শান্তিৰ জলধাৰাৰে তাই সকলোকে স্নান কৰাব লাগিব। দিলীপ শৰ্মা এতিয়া উদয়াচলতে আছে। প্ৰকাশিত হোৱা নাই।

আবেলি চাৰি বজাত সদানন্দ গৈ জয়ন্তহঁতৰ ঘৰ পালেগৈ। দেখা পাই প্ৰাঞ্জল বৰুৱা আগবাঢ়ি গ'ল। অচিন অতিথি। আদৰি নি বহিবলৈ দিলে। সদানন্দই নিজৰ পৰিচয় ডাঙি ধৰিলে।

— অহাৰ কাৰণ বা কি?

— ঘৰত আৰু কোনো মানুহ নাই নেকি? সদানন্দই সকলোৰে উপস্থিতিৰ আশা কৰিলে। বিশেষকৈ জয়ন্তৰ উপস্থিতিৰ প্ৰয়োজন।

— গৃহিনী আছে, ল'ৰাটো বন্ধু এজনৰ ঘৰলৈ গৈছে। আহি পোৱা নাই।

— পৰিবাৰকে মাতিলে ভাল আছিল। মই এটা শুভ সংবাদ দিবলৈ আহিছো। তেখেতেও জনাতো দৰকাৰ।

— ভাল বাৰু তেওঁকো মাতি দিওঁ বুলি বৰুৱা ভিতৰলৈ গ'ল। ক্ষন্তেক পিচতে পৰিণীতাও আহি বহিল।

— কওকচোন কি শুভ সংবাদ আনিছে।

— আপোনাৰ ল'ৰা-ছোৱালী দুটি বুলি শুনিছো। ছোৱালীজনী নিৰুদ্দেশ হ'ল নহয় জানো?

— আপুনিবা জানিলে কেনেকৈ?

— ক'ম বাৰু, ক'ম বুলিয়ে আহিছো। ছোৱালীজনী নিৰুদ্দেশ হোৱা কিমান দিন হ'ল?

— পাঁচ বছৰ।

— বিচাৰ খোচাৰ কৰা নাই জানো?

— আপুনি কি কথা সুধিছে? ঘৰৰ ছোৱালী এজনী হেৰাইছে, বিচাৰ খোচাৰ নকৰাকৈ থাকিব পাৰি জানো? বৰুৱাই বিৰক্তি বোধ কৰিলে। অবাঞ্ছিত কথা সহ্য নহয়। ঘৰলৈ অহা অতিথি কাৰণেহে সহ্য কৰিছে। সদানন্দইও সময় ব্যয় কৰিবলৈ বাধ্য হৈহে সুধিব লগা হৈছে। জয়ন্ত আহি নোপোৱালৈকে মূল কথা ক'ব নোৱাৰে। কন্যাহাৰা পিতৃ-মাতৃৰ পৰিস্থিতি ভয়াবহ কৰাৰ ভয়।

— কিমান ঠাইত বিচাৰিলো তাৰ হিচাপ নাই। নিজে বিচৰাৰ উপৰি পুলিচে বিচাৰিও সন্ধেদ উলিয়াব নোৱাৰিলে। তাই যেন বায়ুৰ লগত মিলি গ'ল। বৰুৱাক শোকে খুন্দা মাৰি ধৰিলে। পৰিণীতাই চাদৰৰ আচলৰে চকু মচিলে।

— ছোৱালীজনী নোহোৱাৰ দিন ধৰি আমাৰ দিনৰ পোহৰ হেৰাই গৈছে। পৰিণীতাই মনৰ দুখ ব্যক্ত কৰিলে। সম্ভৱপৰ উপযুক্ত ঠাইবোৰত বিচাৰি নাপালো। উগ্ৰপন্থীয়ে অপহৰণ কৰাৰো প্ৰমাণ পোৱা নাই।

— অপত্য স্নেহৰ অনুভূতি মই উপলব্ধি কৰো। সদানন্দই সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। সংসাৰ মোৰো আছে। সন্তানো আছে। ক্ষন্তেক চকুৰ আঁতৰ হ'লে সিহঁতৰ কাৰণে হাঁহাকাৰ কৰো। আপোনালোকে পাঁচবছৰ কাল চকুৰ আঁতৰত থকা কন্যাটিৰ কাৰণে ভাঙি নপৰিব কিয়? ধৈৰ্য্য ধৰক। বিপদত ধৈৰ্য্যই পৰম বন্ধু।

সদানন্দৰ কথা বৰুবাই বুজি পোৱা নাই। সাপঁহে খুটিছে, বেজঁহে জাৰিছে। কি অদ্ভুত মানুহ।

— আপুনি পাতনি এৰি উদ্দেশ্যৰ কথা কওক। আমাৰ শোকানলত ঘিঁউ নাঢালিব। ছোৱালীজনীৰ কিবা সম্ভেদ পাইছে নেকি?

— সম্ভেদেই নহয়, লগো পাইছো। সেই কাৰণেই ইমান দূৰৰ পৰা ইয়ালৈ আহিছো। আপোনালোকক বাতৰিটো দিয়াৰ কাৰণে।

— সঁচা? বৰুৱা আৰু পৰিণীতাই একেলগে প্ৰায় চিঞৰিলে। মোৰ আইজনী কেনে আছে কওক? তাই ভালে আছেনে? কিমান দিনযে দেখা নাই। পৰিণীতাই আবেগেৰে কথাখিনি ক'লে।

— তাইক আপুনি ক'ত, কেনেকৈ লগ পাইছে? বৰুৱাই সুধিলে।

— ক'ম, সকলো বিবৰি ক'ম। তাই ভালেই আছে। জয়ন্তও আহি পালেহি। জয়ন্ত আহি পোৱাত সদানন্দ নিচিন্ত হ'ল।

জয়ন্তই সদানন্দক নমস্কাৰ কৰিলে। সদানন্দইও প্ৰতি নমস্কাৰ জনালে।

বৰুৱাই জয়ন্তক সদানন্দৰ লগত পৰিচয় কৰি দিলে। এখেত সদানন্দ ভট্টাচাৰ্য্য। শুৱাগমণি গাওঁৰ পৰা আহিছে। তেখেতে আমাক পাপৰিৰ সন্ধান দিবলৈ আহিছে।

— দেউতা, ইমান দিন পাপৰি এখেতৰ ঘৰতে আছিল। জয়ন্তৰ কথা শুনি মাক-দেউতাকে একেলগে ক'লে হয়? সদানন্দৰ ওপৰত দুয়োৰে ভীষণ খং উঠিল। বৰুৱাই খঙতে ক'লে — পাঁচবছৰ কাল আমাক শোক সাগৰত পেলাই থৈ ছোৱালীজনী ৰাখি থৈছে। আজি খবৰ দিবলৈ আহিছে? আপুনি ইমান নিষ্ঠুৰ? আপোনাৰ উদ্দেশ্য কি? বেয়া উদ্দেশ্য নাথাকিলে গাভৰু ছোৱালী এজনীক পাঁচ বছৰ কাল এনেদৰে ৰাখিব কিয়? জয়ন্ত যা থানালৈ ফোন কৰ।

পৰিণীতাৰ খঙে গৈ চুলিৰ আগ পালেগৈ। মুখেৰে একো নক'লে, দাঁত কৰচি থাকিল। মুখৰ ৰং পকা অঙঠাৰ দৰে হ'ল।

— শান্ত হোৱা দেউতা। ধৈৰ্য্য ধৰা। ফোন পিচতো কৰিব পাৰিবা। জয়ন্তই দেউতাকক বুজাবলৈ চেষ্টা কৰিলে।

— তই কৈছ কি? কেনেকৈ ধৈৰ্য্য ধৰো? ইমানদিন ছোৱালীজনী ৰাখি থৈ এতিয়া সান্ত্বনা দিবলৈ আহিছে। ইয়াত আমি হাহাকাৰ কৰি মৰিছো। বুঢ়া হৈয়ো সেইখিনি জ্ঞান নাই? মোক কৈছ ধৈৰ্য্য ধৰিবলৈ? তই যদি নকৰ ময়ে কৰোগৈ। বৰুৱা ফোন কৰিবলৈ ঠিয় হ'ল।

— দেউতা ফোন পিচতো কৰিব পাৰিবা। মোৰ কথাখিনি শুনি লোৱা। কথাখিনি শুনাৰ পিচত দোষী বুলি ভাবিলে পুলিচ মাতি ধৰাই দিবা। বৰুৱা বিৰক্তিৰে

ৰহিল।

— ক, কথাখিনি শুনি লওঁ।

— এখেতৰ দোষ মই বিচাৰি পোৱা নাই। পাপৰিয়ে এখেতৰ ঘৰত আছে মই জানিছো।

— তই যদি জান ইমান দিন কোৱা নাই কিয়?

— তুমি কথা কোৱাৰ সুযোগ দিয়া নাই। মই কওঁ কেনেকৈ? আগতে জনা নাছিলো। আজিহে জানিব পাৰিছো। আজি এখেত ইয়ালৈ অহাৰ কথাও জানিছো। ভাগ্য ভালযে মই ঠিক সময়ত আহি পালোহি। সদানন্দৰ প্ৰতি দুখ প্ৰকাশ কৰি ক'লে — দেউতাৰ ব্যৱহাৰত দুখ নাপাব।

— কিয় দুখ পাম বোপা? অপত্য স্নেহ মই জানো। তেখেতৰ ঠাইত মই হ'লেও ক'লো হয়। এই বয়সত নুবুজাৰ কাৰণ নাই।

— শুনা দেউতা, মা তুমিও শুনি লোৱা। পাপৰিৰ খবৰ শুনিলে তোমালোকৰ অন্তৰ শাঁত পৰিব। অ'তপৰে মোৰ অন্তৰত জ্বলি থকা জুইকুৰা নিৰ্বাপিত হৈছেই।

— তই কি কৈছ বোপাই? তাইৰ নাম শুনাৰ লগে লগে তাইক চাবলৈ মনটো উত্ৰাউল হৈ পৰিছে। ইমানদিনৰ মূৰত জীয়াই থকাৰ খবৰ পাইছো। দেউতাকে কৈ কৈ হুমুনিয়াহ কাঢ়িলে।

— এই ঋষিতুল্য মানুহজনে পাঁচোটা বছৰ নিজৰ কন্যাৰ দৰে আশ্ৰয়দি ৰাখিছে। তেখেতে তাইৰ জীৱন ৰক্ষা কৰাই নহয়, তাতোকৈয়ো বেচি কৰিছে।

— ইমান দিনযে আমাক জনোৱা নাই তাৰ ৰহস্য কি? বৰুৱাই প্ৰশ্ন কৰিলে।

— তাকেই তোমালোকক ক'বলৈ ওলাইছো। তোমালোকে শুনিলে লেশমানো দুখ অন্তৰত নাথাকিব। মই এতিয়া দিলীপৰ ঘৰৰ পৰা আহিছো। সিয়েই মোক সকলো কথা কৈছে। মাত্ৰ পাপৰিৰ খবৰৰ কাৰণেই সি তাৰ ঘৰলৈ মাতিছিল। দিলীপেই এখেতকো আমাৰ ইয়ালৈ অহাৰ পৰামৰ্শ দিছে। এখেতে পাপৰিৰ কাৰণে যিখিনি কৰিছে, জানিলে শ্ৰদ্ধাত মূৰ নত নোহোৱাকৈ থাকিব নোৱাৰে। দিলীপ বেলেগ কেচ এটাৰ অনুসন্ধান কৰিবলৈ গৈ এখেতৰ ঘৰত পাপৰিক লগ পায়। তাইৰ পৰিচয় লওঁতে মোৰ ভনী বুলি জানিব পাৰিলে। দিলীপে তাইক বুজাই ঘৰলৈ আনিবলৈ সন্মত কৰাব নোৱাৰিলে। এখেতেও ঘৰলৈ আহিবলৈ সন্মত কৰাব পৰা নাছিল।

— কিয়? ঘৰৰ ছোৱালীজনী ঘৰলৈ অহাত আপত্তি কিহৰ? পৰিণীতাই কথাখিনি কৈ আবেগত ভাগি পৰিল।

— মা ইমান আবেগিক ন'হবাচোন। সম্পূৰ্ণ কথাখিনি শুনি লোৱা।

— ক বাৰু।

— তাইৰ কাৰণে দিলীপ আৰু এখেতে কৰা অশেষ চেষ্টাৰ ফলত ঘৰলৈ আহিবলৈ সন্মত কৰাব পাৰিছে কাৰণে আজি খবৰ দিবলৈ আহিছে। সেই সন্মতো সহজো হোৱা নাই। তাইৰ বিয়াও ঠিক কৰিব লগা হৈছে।

— তাইৰ বিয়া? আমাৰ মতামতৰ প্ৰয়োজন নাই? পিতা-মাতাৰ মত নোহোৱাকৈ বিয়া পতাৰ অধিকাৰ কোনে দিলে? বৰুৱা আকৌ উত্তেজিত হৈ পৰিল।

— উত্তেজিত নহ'বা দেউতা। মোৰ কথা এতিয়াও শেষ হোৱা নাই।

— কৈ যা।

— তোমালোকে পাপৰিক সুস্থ ৰূপত পাবলৈ আশা কৰিলে, তাইৰ মুখৰ হাঁহি চাব বিচাৰিলে আৰু এইখন ঘৰলৈ অহাতো বাঞ্ছা কৰিলে মোৰ পৰামৰ্শৰে কাম কৰিব লাগিব। নহ'লে তাইক আমি চিৰদিনৰ কাৰণে হেৰুৱাম।

— ভালদৰে বুজাই ক আমি একো বুজা নাই। মাকে ক'লে।

— এদিন প্ৰাতঃভ্ৰমণলৈ যাওঁতে সোণগঙ্গা নামৰ নদীখনৰ পাৰত তাইক অচেতন অৱস্থাত পাই ঘৰলৈ নি শুশ্ৰূষা কৰি আৰোগ্য কৰিলে। সুস্থ হোৱাৰ পিচত ঘৰৰ পৰিচয় তাইৰ পৰা ল'লে। তাইক ঘৰলৈ পঠাবলৈ সন্মত কৰাব নোৱাৰিলে। আনকি থানাত জনাবলৈকো ভয় দেখুৱালে। উপায়ান্তৰ হৈ ৰেপ হোৱা ছোৱালীজনীক গোপনে ৰাখি বিপদৰ আশঙ্কা মূৰত তুলি লৈয়ো এখেত নীৰৱে থাকিবলগা হ'ল। এখেত বিপদত তো পৰিছিল। কিন্তু ভাগ্য ভাল কেচৰ অনুসন্ধান কৰাৰ কাৰণে দিলীপ গ'ল। তাই ঘৰলৈ আহিবলৈ সন্মত নোহোৱাৰ কাৰণ তাইৰ কলঙ্ক প্ৰকাশ পালে আজীৱন দুখত কটাব লাগিব। দুখ নিদিয়াৰ কাৰণেই তাইৰ এই ত্যাগ। এতিয়া তাইৰ বিয়া ঠিক হোৱাৰ কাৰণে আমাৰ দুখ মোচন হ'ব বুলি আহিবলৈ সন্মত হৈছে। তাৰো মাজত চৰ্ত আছে। থানাৰ কেচটো তুলি ল'ব লাগিব।

— কেচটো তুলি ল'লে দোষীয়ে শাস্তি নাপাব।

— দোষীয়ে শাস্তি নাপালেও তাইৰ কলঙ্ক প্ৰচাৰ নহ'ব। তাই তাকেই বিচাৰিছে। তোমালোকে দিলীপলৈ তাইক বিয়া দিয়াত আপত্তি কৰিলে এই বিয়া মই বন্ধ কৰিম। তোমালোকৰ মনত আঘাত লগা কাম কৰিবলৈ নিদিওঁ।

— দিলীপৰ বিষয়ে আমি ভালদৰে জানো। দিলীপৰ দৰে জোঁৱাই পাই না কৰাৰ সাহস আমাৰ নাই। তুমি কি কোৱা নীতা?

— দুৰ্ভাগ্যৰ ক'লা ডাৱৰ আঁতৰি গৈছে। কন্যাৰ স্নেহত অন্ধ হৈ পৰা চকুজুৰিতো পোহৰ দেখা পাইছো। তাইৰ কাৰণে ইমান সৌভাগ্য বৈ থকা বুলি ভবা নাছিলো। আমি আমাৰ সৌভাগ্যৰ বাতৰি কঢ়িয়াই অনা মহান অতিথিজনক সন্মান জনাব নোৱাৰিলো। তেখেতক আমি ভৰিত ধৰি ক্ষমা খোজা উচিত। ভক্তিত পৰিণীতাৰ মূৰ দো খালে।

— সঁচা নীতা, খং ৰূপী শত্ৰুক প্ৰশ্ৰয় দি এতিয়া মই অনুতপ্ত। বৰুৱা উঠি গৈ সদানন্দৰ ভৰিত পৰিল। সদানন্দই বৰুৱাক তুলি ধৰি বুকুত সাবটি ল'লে।

— আপোনালোক বেচি আবেগিক হৈছে। কন্যাৰ শোকত দগ্ধ প্ৰাণত ধৈৰ্য্য ৰক্ষা কাৰো কাৰণে সহজ নহয়। দুখ বাগ হ'বই। আপোনালোকে চিন্তা নকৰিব মই মূঠেই বেয়া পোৱা নাই।

— মা, তোমাৰ অন্তৰ শীত পৰিছেনে? যদি সন্তুষ্ট হৈছা অতিথি সংকাৰ কৰা।

— কিয় শাঁত নপৰিব বোপা। তাই আহি ঘৰত ভৰি নিদিয়ালৈকে ব্যাকুলতা আঁতৰি নাযায়। সোনকালে অনাৰ ব্যৱস্থা কৰ। মই অতিথি সৎকাৰৰ ব্যৱস্থা কৰো। পৰিণীতা ভিতৰলৈ গ'ল।

(১৪)

'তুমি আহিবা বুলি বাৰে বাৰে মই পদুলি মুখলৈ চাওঁ।'

গাণৰ কলিটো মনত পৰাৰ লগে লগে পাপৰিৰ প্ৰাণ ৰোমাঞ্চিত হ'ল। কিমানযে আকৰ্ষণীয় এই গীতবোৰ।

দুটা প্ৰাণৰ আকৰ্ষণৰ বাবে পলবোৰ যুগহে যায়। পদুম পাতৰ পানীৰ দৰে মন। শৈন চৰাইৰ দৰে দৃষ্টি। প্ৰকৃতি কবিৰ কল্পনাৰে বাট চাই ৰ'ল পাপৰি। বাসুদেৱ, যোগমায়াৰ মায়াই তাইক বিচলিত কৰিব পৰা নাই। সিহঁতক আবৃত্তি শিকোৱাৰ সময় আজি নাই। প্ৰথম নিবিড় সান্নিধ্য লাভ কৰিব প্ৰাণ প্ৰিয়তমৰ।

বহু চেষ্টাৰ মূৰত দিলীপে যুগবোৰক পল কৰিবলৈ সক্ষম হ'ল। পাপৰিৰ বহু প্ৰতীক্ষাৰ অন্ত পেলাই চেণ্ট্ৰোখন আহি ওচৰতে বৈ গ'ল। পাপৰিয়ে হাঁহিৰেই সম্ভাষণ যাচি শোৱা কোঠালৈ লৈ গ'ল। আজি কুসুম সজ্জিতৰে শুৱনি কৰি ৰাখিছে ৰুমটো।

— বহক, পাপৰিৰ বিনীত অনুৰোধ।

"সিদিনাই ভাবিছিলো সোনোৱালী সুৰুযৰ
সাতোটা ৰঙৰে মোৰ প্ৰিয়াক সজাই।
কমল বনৰ পৰা ৰঙা বগা পদুমৰ
পৰাগ পাপৰি আনি দিম ওপোচাই।।"

নিদিলে কিয়?

"পদুম ফুলৰ পাপৰি নহয় পাপৰি প্ৰাণৰ মোৰ।
সুখৰ নহয় দুখৰ নহয় প্ৰেমভৰা চকুলোৰ।।"

গণেশ গগৈৰ কবিতা আপুনি বৰ ভাল পায়?

— তুমি নোপোৱা?

— পাওঁ।

"গোটোৱা গোলাপ কলি
সময় থাকোতে সখি
সময়ৰ সোঁত বলি যায়।
আজি ফুলা ফুল পাহে
ফুলনি শুৱাই তোলে
কালিলৈ পাহি মেলি নাথাঁকে দুনাই।।"

ষ্ট্ৰেঞ্জ। বাসুদেৱৰ কবিতা শুনি দিলীপ আচৰিত হ'ল। এই কণমান ল'ৰাটোৰ মুখত ইমান উচ্চখাপৰ কবিতা? কাৰলৈ মাতি সুধিলে তোমাৰ নাম কি?

— বাসুদেৱ, সকলোৱে মোক বাসু বুলি মাতে।

— কবিতা তোমাক কোনে শিকাইছে?

— পাপৰি বাই।

— পাপৰি, তোমাৰ শিষ্যক এই কবিতা শিকাইছা? সি এই কবিতা মাতিব পাৰিছে?

— সংস্কৃত শ্লোক মাতিলে আৰু আচৰিত হ'ব। কি টেলেণ্টেড্ ল'ৰা। ভাবিলে আচৰিত লাগে।

— বয়স কিমান হৈছে?

— পাঁচ বছৰ হোৱাই নাই।

— পাপৰি বা, এখেতক কি বুলি মাতিম? বাসুদেৱে সুধিলে। পাপৰিয়ে দিলীপলৈ চাই সুধিলে, কি বুলিলে ভাল পাব?

— তোমাক সুধিছে তুমিয়ে কোৱা।

— খুৰা বুলি মাতিবা।

দিলীপে যোগমায়াক কাষলৈ মাতি সুধিলে — তোমাক পাপৰি বাই কবিতা শিকোৱা নাই?

— ওঁ শিকাইছে, মাতিমনে?

— মাতা।

দিয়ক ঈশ্বৰে মোক নতুন জীৱন
উৎসাহৰ নবজাগৰণ।
নতুন বাটত মোৰ নতুন পোহৰ নামি
আশাৰ জেউতি যেন কৰে বিকিৰণ।

— গুড্, হ'ব বাৰু।

— তোমালোক এতিয়া যোৱা খেলাগে। পাপৰিয়ে দুয়োটাকে পঠাই দিলে। সিহঁত গ'লগৈ। খুৰা বাই বাই।

— ইস্ ৰাম আপুনি এতিয়াও ঠিয় হৈয়ে আছে বহক।

— ইহঁত দুটাই তোমাক খুব ভাল পায়? দিলীপে চকীত বহি সুধিলে।

— নাজানো সিহঁত দুয়োটা বেচি সময় মোৰ লগতে থাকে। মই চিন্তা কৰি পাব নাপাওঁ, সিহঁতৰ মায়া এৰো কেনেকৈ? বাসুৱে মোৰ লগত থকা গোৱা সকলো কৰে। তাৰ মায়াই মোক আমনি কৰি থাকিব।

— লগত লৈ যাবা।

— পিতাই দুখ পাব। পিতাক দুখ দিয়া কাম কৰিব নোৱাৰো। পিতাই তাক কেনেকৈ বাখিব তাকো নাজানো। যি হয় সময়ে ক'ব। আপুনি বহক মই চাহ আনো। পাপৰি যায়।

শিশুৰ প্ৰাণ পবিত্ৰ। সিহঁতেহে মানুহক বেচি ভালদৰে চিনি পায়। পাপৰিয়ে চাহ আৰু খোৱা বস্তু আনি টেবুলত থয়। চাহ খাওক বুলি নিজেও একাপ হাতত লয়। দিলীপে মিঠাই এটা হাতত তুলি ল'লে। দুয়ো খোৱাত লাগিল। অবুজ অনুভূতি

উপলব্ধি কৰিলে। প্ৰিয়জনৰ লগত একেলগে খোৱাৰ প্ৰথম আমেজ। পাপৰিৰ কল্পনাৰ বাহিৰৰ এইয়া ঈশ্বৰৰ অকৃত্ৰিম উপহাৰ।

— আপোনাক অকলে লগ পাবলৈ বিচৰাৰ কাৰণ নুসুধিলে?

— সময় পালো ক'ত? সুধিম বুলিয়ে আহিছো। আগতে কথা এটাৰ উত্তৰ দি লোৱা।

— কি কথা?

— তুমি মোক তুমি বুলি মাতিব নোৱাৰানে?

— ওঁহো, নোৱাৰো।

— কাৰণ?

— পতি পত্নীৰ মাজৰ ব্যৱধান এটা পূৰ্বৰ পৰা চলি আহিছে। পত্নীয়ে পতিৰ প্ৰতি জনোৱা এই সন্মানৰ প্ৰতি মই শ্ৰদ্ধা জনাওঁ। সেই নিয়মৰ পৰিবৰ্ত্তন কৰিব লাগে বুলি নাভাবো। কাৰণো বিচাৰি নাপাওঁ। অকাৰণত পৰিবৰ্ত্তন কৰা মোৰ বাঞ্ছা নহয়। অৱশ্যে যুক্তিপূৰ্ণ পৰিবৰ্ত্তন হ'ব লাগে।

— যেনে?

— যি কৰ্মই মানুহক অসামঞ্জস্যতা আঁতৰাই প্ৰগতিৰ পথত অৰিহণা যোগাব পাৰে, তাৰ কাৰণে কৰিবলগীয়া পৰিবৰ্ত্তনক মই সমৰ্থন জনাও। ধৰক ওৰণী। নাৰীসকলৰ কাৰণে ওৰণীয়ে বহুত সময়ত আগবঢ়াত বাধা দিয়ে। সাজপাৰৰ ক্ষেত্ৰতো কিছু পৰিবৰ্ত্তন হোৱা দৰকাৰ। বহু নাৰীয়ে পুৰুষৰ সন্মুখত মুৰ তুলি কথা পতাত বাধা আছে। সেই বাধাৰ দ্বাৰা নাৰীক দমন কৰি ৰখাৰ প্ৰয়াস কৰা হয়। তেনে বাধা আঁতৰিব লাগে। এনেধৰণৰ বহু পৰিবৰ্ত্তনৰ প্ৰয়োজন আছে।

— তুমি বিচৰা পৰিবৰ্ত্তনৰ যুক্তি ক'ত?

— প্ৰকৃতিৰ বুকুত সৃষ্ট সকলো প্ৰাণীৰে মুক্তভাবে জীয়াই থকাৰ অধিকাৰ আছে। স্বাধীন চিন্তাৰ অভাৱত বিকাশ হ'ব নোৱাৰে। আজ্ঞা বাহী ভৃত্যহে চলিব লাগিলে প্ৰতিভা বিকাশ হোৱা অসম্ভৱ। বহুত প্ৰতিভা থকা সত্বেও বহু নাৰীয়ে মুক্ত পৰিবেশৰ অভাৱত পিচপৰি আছে। বৰ্ত্তমান পৰিবৰ্ত্তনৰ কাৰণে আগতকৈ নাৰীসকলো ভালেখিনি আগবাঢ়িছে। তাতো এটা দুৰ্বলতা গা কৰি উঠা দেখা যায়। পুৰুষতকৈ নাৰীসকল অনুকৰণ প্ৰিয়। তাৰ উদাহৰণ আপুনি দিছেই।

— সংশোধনীয় কথা?

— সংশোধনৰ প্ৰয়োজন বহুতে আছে। মই মাত্ৰ এটা উদাহৰণ দিওঁ। পত্নীহীন পুৰুষৰ কাৰণে দ্বিতীয় বিবাহত বাধা নাই কিন্তু পতিহীনা নাৰীৰ ক্ষেত্ৰত দ্বিতীয় বিবাহত সন্মতি নাই। সামাজিক নিয়মে ৰবিকাই, জয়ন্তীৰা আৰু আমোনাকাৰ, চম্পাৱাৰ মাজত বিয়া হ'ব নোৱাৰে। পিতাই সমাজৰ নিয়ম নামানি সিহঁতৰ বিয়া পাতি দিছে। এনেবোৰ নিয়মৰ সংশোধন হোৱা উচিত।

— তোমাৰ নিজৰ উদাহৰণ নিদিয়া? দিলীপে দুষ্টামীৰ হাঁহিৰে পাপৰিলৈ চালে।

— মোৰ কথাৰ লগত ইয়াৰ মিল নাই। বহুত ভব্য গব্য পৰিয়ালৰ ছোৱালীৰ গুপ্ত প্ৰণয়ত জননী হোৱাৰ পিচতো নিষ্কলুষহে বিয়া হৈছে। সাধাৰণ পৰিয়ালতো ঘটিছে। তাৰ বিচাৰ সমাজে কৰিব পৰা নাই। নোৱাৰেও।

— তোমাৰ নিজৰ ক্ষেত্ৰত কিয় ইমান জটিল কৰিলা?

— মই গোপন প্ৰেমত উতনুৱা হোৱা নাছিলো। গোপনীয়তাৰ প্ৰতি মোৰ আগ্ৰহো নাই। স্পষ্টতাক মই সন্মান জনাওঁ। দুৰ্বলতাতকৈ সবলতাৰ প্ৰতি মই আগ্ৰহী। আপোনাকেই এটা প্ৰশ্ন সোধো?

— সোধা।

— ধৰক মোৰ অতীত নজনাকৈ আপুনি মোক বিয়া কৰালে। আপুনি জানিছে, অনাঘ্ৰাত। পিচত এদিন জানিব পাৰিলে যে অনাঘ্ৰাত তেতিয়া আপোনাৰ মনত কেনে ভাব উদয় হ'ব।

— মই যদি কওঁ তোমাক পিত্ৰালয়লৈ পঠোৱাৰ কাৰণেহে বিয়া পতাত সন্মত হৈছো তেতিয়া?

— আপোনাক মই স্বাৰ্থপৰ আৰু কাপুৰুষ বুলি ক'ম। আদৰ্শৰ ওপৰত পদাঘাত কৰিছে বুলি ঘিন কৰিম।

— ধন্য পাপৰি। তুমি মোৰ কাৰণে বৃন্তচ্যুত্য ফুল নোহোৱা। তুমি মোৰ প্ৰাণৰ পাপৰি। এতিয়া কোৱা মোক অকলে লগ পাবলৈ বিচৰাৰ কাৰণ।

— মই সুধিম বুলি ভবা কথা বহুখিনি ইতিমধ্যে প্ৰকাশ পাইছেই। আপুনি জানিব বিচাৰিছে যেতিয়া সোধো। সকলোৱেই অনাঘ্ৰাত ফুল বিচাৰে। নিবিচাৰে জানো?

— বিচাৰে।

— আপুনি?

— আজিৰ দিনত বিচাৰি পোৱা সম্ভৱ জানো?

— সহজলভ্য বুলি নকওঁ, কিন্তু শূণ্য বুলি নাভাবো।

— চিনি পাম কেনেকৈ, কিন্তু শূণ্য বুলি নাভাবো।

— চিনি পাম কেনেকৈ? ভ্ৰূণ হত্যাৰ দুই চাবিটা কেচ পাইছো। তুমি ভাবিব নোৱাৰিবা বাসুদেৱৰ মাক আজি কোনো দুৰ্ভগীয়াৰ জীৱনলৈ অনাঘ্ৰাত ৰূপত যোৱা নাই বুলি। এনেস্থলত সজ্ঞানে ভূপতিত ফুলপাহ তুলি ল'লে মই ভুল হ'ব বুলি নাভাবো। বিশেষকৈ তোমাৰ ওচৰলৈ আহি, তোমাৰ মানসিক দৃঢ়তা দেখি, মোৰ ভাব হয় তোমাৰ পৰা মোৰ জীৱনলৈ অশান্তি আহিব নালাগে। মাৰ পৰা লোৱা অনুমতি, মাৰ মনৰ ভাব জনাৰ কাৰণেহে। মাৰ মনত মই আঘাত দিব নোৱাৰো। নোৱাৰো তোমাৰ বেদনাক্লিষ্ট অন্তৰৰ কথা সহ্য কৰিব। তোমাক প্ৰথম দেখিয়েই প্ৰাণত শিহৰণ জাগিছিল। তোমাৰ চকুত দেখা পাইছিলো, প্ৰেমৰ জোৱাৰ, অব্যক্ত বেদনা। কোৱা মই ভুল কৰিছো?

— আপোনাক সন্তোষ দিব পাৰোনে নোৱাৰো নাজানো। প্ৰথম দেখাৰ

দিনাই ময়ো বুজিছিলো আপোনাৰ বুকুৰ ভাষা। কল্পনা কৰা নাছিলো, সেই দৃষ্টিৰ লগত এখন দৰদী অন্তৰ অপেক্ষা কৰি আছে বুলি। মোৰপৰা আপোনাৰ জানিবলগীয়া থাকিলে সোধক। অ' আৰু এটা কথা সুধি লওঁ।

— সোধা।

— আমি যিখন বিয়াৰ কাৰণে আগবাঢ়িছো, এইখন প্ৰেমৰ বিয়া বুলিব নে প্ৰয়োজনৰ বুলিব?

— পেটত যেতিয়া ভোক থাকে, সম্মুখত প্ৰিয় খাদ্য থাকে, সেই খাদ্য প্ৰিয় খাদ্য বুলি খোৱা হয় নে প্ৰয়োজনৰ কাৰণে খোৱা হয়?

— ক্ষুধা নিবাৰণৰ কাৰণে খোৱা হ'লেও প্ৰিয় খাদ্যত তৃপ্তি বেচি হয়।

— তোমাৰ প্ৰশ্নৰ উত্তৰো জানো একেটাই নহয়?

—আপোনাৰ বাক্‌চাতুৰ্য্য প্ৰশংসনীয়। এতিয়া কওক মোৰ পৰা কি জানিব বিচাৰে?

— যি কেইজন কাপুৰুষে তোমাৰ সৰ্বনাশ কৰিলে সিহঁতক তুমি চিনি পোৱানে?

— পাওঁ।

— সিহঁতৰ পৰিচয় দিবানে?

— দিম কিন্তু আজি নহয়।

— কেতিয়া দিবা?

— সময় আহক। এই সময়ত জানিলে ক্ষতি হ'ব পাৰে।

— কেনে ধৰণৰ?

— সঠিককৈ ক'ব নোৱাৰো। অন্ততঃ আপোনাৰ অন্তৰত এটা উত্তেজনাই তোলপাৰ লগাব পাৰে। সেইটো স্বাভাৱিক।

— পিচত সেই উত্তেজনা নহ'ব?

— হ'ব পাৰে, তথাপি এতিয়াতকৈ কম হ'ব।

— কেনেকৈ জানিলা?

গৰম বস্তুৰ উত্তাপ ঠাণ্ডা হ'লে কমি যায়। সূত্ৰটো অকল পদাৰ্থৰ ক্ষেত্ৰতে প্ৰযোজ্য নহয়। সকলোতে প্ৰযোজ্য।

— অকে, থেঙ্কচ্।

দুখন অন্তৰ আৰু কাষচাপি গ'ল। দিলীপে বিদায় লোৱাৰ সময় হ'ল। এৰি যোৱাৰ ইচ্ছা নাই। নগ'লেও নহয়। যোৱাৰ আগতে শিৱকেইটা, সদানন্দ, চম্পা, জয়ন্তীক লগ পালে। দিলীপ গ'লগৈ। পাপৰি আৰু সদানন্দই বাৰান্দালৈ ওলাই গৈ বিদায় দিলে।

মানুহৰ সমদল এটা গেট পাৰহে সোমাই অহা সদানন্দই দেখা পালে। ইমান মানুহ অহাৰ কাৰণ বুজি পোৱা নাই। তাত শাওনা আৰু কাতিয়াকো দেখা পাইছে। একেবাৰে আগত নয়ন বৰা আৰু দুজন ডেকা। মানুহখিনিক ক'ত বহিবলৈ দিব

সদানন্দই চিন্তা কৰিলে। ৰবাই সদানন্দৰ মনৰ ভাব বুজি পাই ক'লে

— খুৰা আপুনি বহুবাৰ চিন্তা কৰিব নালাগে। থিয়ে থিয়ে দুটামান কথা কোৱাৰ কাৰণে আহিছো। মানুহৰ জুম দেখি পাপৰিও কাৰ চাপি আহিল।

— কোৱা কি কথা?

— কথা মোৰ নহয়, এওঁলোকৰহে। মোক লগত আনিব বিচৰা কাৰণেহে আহিছো।

— কোনে কি ক'ব বিচাৰা কোৱা।

ডেকা এজন আগবাঢ়ি আহি ক'লে — খুৰা আমাৰ অসৎ কাৰ্য্যৰে আপোনাক আমি দুখ দি অপৰাধ কৰিছো। এজন অসৎ মানুহৰ প্ৰৰোচনাত পৰি বিচাৰ বুদ্ধি হেৰুৱালো। এতিয়া বুজি পাইছো। আমি আপোনাৰ ওচৰলৈ ক্ষমা খুজিবলৈ আহিছো। আমাক ক্ষমা কৰক।

সদানন্দই ডেকাৰ কথা বুজি পোৱা নাই। তেওঁলোকে কি দুখ দিয়া কাম কৰিছে মনত পৰা নাই।

— তোমালোকে মোৰ কি অনিষ্ট কৰিছা মই বুজা নাই।

নয়ন ৰবাই বুজাই ক'লে — খুৰা এওঁলোকে দালাল এজনৰ প্ৰৰোচনাত পৰি আপোনাৰ মাটিখিনি পোৱাৰ আশাতে আপোনাৰ বিপক্ষে লাজ লগা কেচটো দিছিল। দালালটোও টকা-পইচা লৈ ইয়াৰ পৰা পলাই গ'ল। এতিয়া এওঁলোকে দালালটোৰ স্বৰূপ বুজি পাই আপোনাৰ ওচৰত অপকৰ্মৰ বাবে ক্ষমা খুজিছে। আপুনি ক্ষমা নকৰিলে এওঁলোক মানহানী কেচত এৰাই হ'ব।

সদানন্দই বুজি পালে। তেওঁ ক'লে — ক্ষমাতকৈ ডাঙৰ শাস্তি একো নাই। তেওঁলোক শুদ্ধ হোৱাতো বিচাৰো। মই ক্ষমা কৰিছো। মানুহখিনিয়ে একেলগে ক'লে, খুৰা আপুনি মহান। আপোনাৰ দৰে লোকক কলুষিত কৰিবলৈ গৈ যি পাপ কৰিছো তাৰ পৰা মুক্তি পাবলৈ আপুনি আমাক আশীৰ্বাদ কৰক। আমি সদায় আপোনাৰ সহায় হৈ থাকিম।

— তোমালোকৰ প্ৰতি মোৰ আশীৰ্বাদ সদায় আছে।

— বাইদেউ, আমি আপোনাৰ ওচৰতো অপৰাধ কৰিছো। খুৰাদেউৰ ওপৰত দিয়া কেচটোৰ লগত আপোনাকো সাঙুৰি দিছিলো। আমাক আপুনিও ক্ষমা কৰক।

— অনুতপ্তজনক ক্ষমা কৰাৰ কথা পিতাই কৈছেই। আপোনালোকৰ প্ৰতি বেয়া ভাব মোৰ নাই। শুদ্ধ হ'লে মই আনন্দ পাম।

ডেকা এজন আগবাঢ়ি গৈ ক'লে — খুৰাদেউ আপুনি আমাৰ জ্ঞান দাতা। আজিৰ পৰা আপুনি আৰু বাইদেউ আমাৰ পৰামৰ্শদাতা আৰু পথ প্ৰদৰ্শক হওক। আমাক সজ পথলৈ অহাত সহায় কৰক। আমি সদায় আপোনালোকৰ লগত থাকিম।

— মোৰ আশীৰ্বাদ তোমালোকৰ উন্নতি কৰক। মানুহখিনি গ'লগৈ।

(১৫)

চেণ্ট্ৰো গাড়ীখনৰ পিচে পিচে মাৰুতি কাৰ এখন আহি গেটৰ ওচৰত ৰ'লহি। আঘোনাই গেটটো খুলি দিলে। গাড়ী দুখন ভিতৰলৈ সোমাই আহিল। অতিথিসকল গাড়ীৰ পৰা নামিল। সদানন্দ আৰু পাপৰি বাৰান্দাতে বৈ আছিল। দুয়ো অতিথিক আদৰি নি ড্ৰইং ৰুমত বহুৱালে। দিলীপৰ বাদে বাকী কেইজনৰ প্ৰথম আগমন। বাসুদেৱ আৰু যোগমায়া আহি পাপৰিৰ কাষত থিয় হৈ ৰ'ল। প্ৰাঞ্জল, পৰিণীতা, জয়ন্ত আৰু প্ৰণীতাই পাপৰিলৈ চাই ৰ'ল। কাৰো মুখৰ পৰা কথা ওলোৱা নাই। কাৰো মনৰ ভাব বুজিব পৰা নাই। ভালেখিনি পৰৰ পিচত সদানন্দই নিস্তব্ধতা ভঙ্গ কৰিলে।

— আহোতে অসুবিধা পোৱা নাই নহয়?

— নাই একো অসুবিধা হোৱা নাই। দিলীপ বোপাই চিনি পায়। তেৱেঁই বাট দেখুৱাই আনিলে।

— মা তোমাৰ গা কেনে? প্ৰথম মাকৰ খবৰকে পাপৰিয়ে সুধিলে। তাৰ পিচত দেউতাক, জয়ন্ত আৰু ভাবি শাহুৰ খবৰ ল'লে।

চম্পাই চৰ্বত দি গ'ল।

পৰিণীতাই বৈ অহা চকুপানী মচিলৈ ক'লে — মোৰ খবৰ কি ভাল হ'ব আই? তই নোহোৱা দিন ধৰি খোৱা শোৱাৰ ঠিক নোহোৱা হ'ল। দুৰ্বল মনটোৰে দেহাটো টানি ফুৰিছো। তোৰ খবৰ পোৱাৰ পৰা তোক চোৱাৰ কাৰণে উচপিচাই আছো।

দেউতাকে তিতি থকা চকু দুটা ৰুমালেৰে মচি লৈ ক'লে — তই ইয়াত থকা খবৰটো নিদি আমাক শোক সাগৰত ডুবাই ৰাখিছ। আমাৰ আৰু কি ভাল হ'ব? কোনোমতে দিন-ৰাতি পাৰ কৰিছো।

জয়ন্তই ক'লে — তই নথকাত ঘৰখন উদং হৈ পৰিল। সেই উদং ঘৰখনত মুহূৰ্ত্ত কালো থকাৰ ইচ্ছা নোহোৱা হ'ল। চাকৰিত যোগ দিয়াৰ পৰা অকণ শান্তি পাইছো। তথাপি মনৰ শান্তি নাই।

প্ৰণীতা দেৱীয়ে ক'লে — আই দিলীপৰ মুখত তোমাৰ কথা শুনাৰ পৰা তোমাক চোৱাৰ আগ্ৰহ হৈ আছিল। আজি আহিব পাৰিলো। মোৰ গা ভাল যদিও তোমাৰ মা-দেউতাৰ কাৰণে অন্তৰখনে কান্দি থাকে।

প্ৰাঞ্জলে মনৰ মাজত স্তূপীকৃত হৈ থকা বেজাৰৰ বোজাটো আঁতৰোৱাৰ চেষ্টা কৰি ক'লে — তই আমাক বেজাৰৰ মাজত ৰাখিলি কিয়? আমি জানো তোক আদৰি নল'লো হয়?

— কিয় আদৰি নল'বা দেউতা? তথাপি মই যাব পৰা নাই। কিয় যাব পৰা নাই তাকো জানিব পাৰিছা। কাৰণটো জনাব সুযোগ দিছো। আগতে পৰা নাছিলো, জনোৱাৰ সুযোগ নাপায়। দুৰ্ভাগ্যই মানুহৰ সুখ কাঢ়ি নিলে উপায় কি দেউতা?

আজি তোমালোকক লগ পাই কিমানযে আনন্দ লাগিছে।

— আমাৰ জানো লগা নাই? তোক দেখা পাই ক্ষন্তেকৰ কাৰণে হ'লেও শান্তি পাইছো। সেই শান্তি স্থায়ী কৰিবলৈ তই আমাৰ লগত যাব লাগিব। তই গৈ ঘৰ নোপোৱালৈকে শান্তি ক'ত পাম?

— যোৱাৰ কথা পিছত আলোচনা হ'ব। এতিয়া তোমালোকে বিষাদ আঁতৰাই দিয়া দেউতা। মা, দাদা তোমালোকেও দুখ মচি পেলোৱা। সুখ-দুখৰ মাজতে আমাৰ জীৱন। দুখ নাথাকিলে সুখ কেনেকৈ উপলব্ধি কৰিবা?

— সঁচা পাপৰি, সুখ নাথাকিলে দুখ উপলব্ধি নহয় আৰু দুখ নাথাকিলে সুখো উপলব্ধি নহয়। সদানন্দই পাপৰিৰ কথা সমৰ্থন কৰিলে। মাক-দেউতাকৰ পৰা মনৰ বেজাৰ আঁতৰাবলৈ যত্ন কৰিলে। দিন-ৰাতিৰ দৰে দুয়োৰে বিপৰীত ধৰ্মী সম্পৰ্ক আছে। এতিয়া সকলোৱে দুখ, বেজাৰ সামৰি খোৱাৰ কাৰণে চেষ্টা কৰক। শুভকামৰ আলোচনা হওক।

পাপৰি কথাৰ মাজতে ভিতৰৰ পৰা আহিলগৈ। এতিয়া খাই লওক, কথা পিচত পাতিব।

— বলক খাই উঠি কথা পতাই ভাল হ'ব। সদানন্দই সকলোকে ভিতৰলৈ মাতিলে।

বাসু আৰু মায়া কোনোবা পলকত গৈ দিলীপৰ ওচৰ পালেগৈ। সিহঁতে খুৰা বুলি দিলীপক সাৱটি ধৰিলে।

— কাৰ ল'ৰা-ছোৱালী? জয়ন্তই দিলীপক সুধিলে।

— তোক পিচত কম। এনেদৰে ইয়াত ক'ব নোৱাৰি।

— কিয়? জয়ন্ত আচৰিত হ'ল।

— বহুত কথা আছে। জিৰাই ল'। আৰু বহুত কথাই আছে পিচত জানিবি। জয়ন্তক দিলীপে মায়াজালৰ মাজত সুমুৱাই থ'লে। জয়ন্তই বুজিলে, এইখন ৰহস্যপূৰ্ণ ঘৰত সি ঠিয় দি আছে। বন্ধুক কোনো কথা নুসুধি সময়লৈ বাট চাই ৰ'ল।

খোৱাৰ পৰ্ব আৰম্ভ হ'ল। প্ৰণীতাই মান আগবঢ়ালে। সদানন্দ আৰু প্ৰাঞ্জল আহি ম্ৰইং ৰুমত বহিলহি। পৰিণীতা আৰু প্ৰণীতাই চম্পা আৰু জয়ন্তীৰ লগত চা-চিনাকী হ'ল। পাপৰিয়ে মধ্যস্থতা কৰিলে। জয়ন্তক লৈ দিলীপ পাপৰিৰ ৰুমত বহিল। দিলীপৰ পৰা জয়ন্তই গোটেই ঘৰখনৰ সম্পূৰ্ণ কথা জানি বিস্ময় মানিলে।

পাপৰিৰ পৰা সদানন্দৰ পৰিয়াল তাত নথকা কথা আৰু তাত থকা এটা প্ৰাণীও যে সদানন্দৰ কোনো নহয় অথচ গোটেই মানুহখিনি এটা পৰিয়ালৰ দৰে মিলেৰে আছে বুলি জানি পৰিণীতা আৰু প্ৰণীতা আচৰিত হ'ল। ইমানখিনি মানুহৰ খৰছ সদানন্দই কৰাৰ কথা জানি বেচি আচৰিত হ'ল। একে শোণিতৰ মানুহৰ মাজত মিল নাথাকে, খৰছ কৰিবলৈ মানুহে টান পায়। অথচ এই মানুহজনে বাটৰ পৰা বুটলি নি মানুহখিনিক ভৰণ-পোষণ দি ৰাখিছে। জয়ন্তী আৰু চম্পাৰ লগতো কথা পাতি ভাল পালে। পৰিণীতাই মনতে চিন্তা কৰিলে, এনে একজন মহৎ লোকৰ

সংস্পৰ্শত থকা কাৰণে পাপৰিৰ জীৱনলৈ পৰিবৰ্ত্তন আৰু সাফল্য আহিছে।

— পাপৰি, আজিহে মোৰ বুকুখন পাতল পাতল লাগিছে। তোৰ চিন্তাত কিমান দিন শুব পৰা নাই, পেট পূৰাই খাব পৰা নাই, চকুপানী মচি তৎ পোৱা নাই তাৰ হিচাপ কেনেকৈ দিম? মাকৰ শোকাকুল মুখখন দেখি তাই সহ্য কৰিব পৰা নাই। মাকৰ ডিঙিত ধৰি সৰু ছোৱালীৰ দৰে হুৰাওৱাৰে কান্দিলে। মাকেও নকন্দাকৈ থাকিব নোৱাৰিলে। চকু পানীৰ যেন শেষ নাই। মাক জীয়েকৰ কান্দোন চাই প্ৰণীতা, চম্পা আৰু জয়ন্তীয়েও চকুপানী ধৰি ৰাখিব নোৱাৰিলে। এই চকুপানী হৰ্ষৰ নে বিষাদৰ কোৱা টান। দুয়োটাই মিশ্ৰিত বুলিব লাগিব।

এতিয়া দুখৰ ৰাতি শেষ হৈছে। নতুন সুৰুয দেখা পোৱাৰ আশা হৈছে। দুখৰ অতীতক আঁতৰাই দি নতুনক আদৰি লোৱাৰ সময় হৈছে। বিষাদ আঁতৰাই দিয়ক বুলি প্ৰণীতাই শান্ত্বনা দিলে।

পাপৰিয়েও চকুপানী মচি মাকক বুজালে — মা, এটা বেয়া সপোনে আমাক আমনি কৰিছিল। সেই সপোনৰ সমাপ্তি হ'ল। তোমালোকে ঘৰত যি দৰে দুখ বেজাৰত কটাইছিলা, ইয়াত ময়ো তেনেদৰে কটাইছো। এতিয়া পাহৰি গৈ তোমালোকৰ বেজাৰ আঁতৰ কৰিব বিচাৰো। মোক আশীৰ্বাদ কৰা মই যাতে সফল হ'ব পাৰো। পাপৰিয়ে বিচৰা আশীৰ্বাদৰ কথা মাকে বুজা নাই তথাপি আশীৰ্বাদ দিলে — তোৰ কামনা পূৰ্ণ হওক।

দিলীপ আৰু জয়ন্তক পাপৰিৰ ৰুমত দেখা পাই বাসু আৰু মায়া গৈ ওচৰ পালে। জয়ন্তই মৰম লগা ল'ৰা-ছোৱালী দুটাক কাষলৈ মাতি নি নাম শুধিলে। সিহঁতে নিজৰ নিজৰ নাম ক'লে।

— খুৰা, এওঁক কি বুলি মাতিম? বাসুৱে দিলীপক সুধিলে।

— কি বুলি মাতিলে ভাল পাবি? দিলীপে জয়ন্তৰ পৰা জানিব বিচাৰিলে।

— মোক মামা বুলি মাতিবা।

— ময়ো মামা বুলি মাতিম। যোগমায়াই সন্মতি বিচাৰিলে।

— ওঁ মাতিবা। জয়ন্তৰ কথাত বাসু, মায়া সন্তুষ্ট হ'ল।

— কবিতা শুনিবি? দিলীপে জয়ন্তক সুধিলে। জয়ন্তই নুবুজি দিলীপৰ মুখলৈ চালে। দিলীপে বাসুক কবিতা মাতিবলৈ ক'লে।

'বাটৰ দুবৰি বন গছকত সৰা,
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।' বাসুৱে কবিতা মাতিলে।

— ময়ো মাতো খুৰা? মায়াই অনুমতি বিচাৰিলে।

— ওঁ মাতা।

"গুৱনী আমাৰ গাওঁখন অতি গুৱনী গছৰে ভৰা,
ডাল ভৰি ভৰি ফল ফুল লাগে কত পাওঁ তল সৰা।"

— হ'ব বাৰু আৰু নালাগে। — কেনে লাগিল বন্ধু?

— পাপৰি বাই। দুয়োটাই একেলগে উত্তৰ দিলে।

পাপৰি সোমাই আহিছিল। জয়ন্তই পাপৰিক দেখি সুধিলে — তই ইহঁতক এইবোৰ কবিতা শিকাইছে?

— মই কি শিকাম দাদা? সিহঁত দুটা হৈছে বাসুদেৱ, যোগমায়া। সেয়ে সিহঁত দুটাৰ পৰিচয়।

— ধন্য পাপৰি। তোক ভনী পাই মই গৌৰব কৰিছো।

— হ'ব বেছি জেক্ দিব নালাগে। বাসু, মায়া যোৱা। তোমালোকক চম্পাবাই খাবলৈ মাতিছে। টা টা মামা বুলি মায়া গ'ল।

— দাদা তোমালোকক দেউতাইঁতে বিচাৰিছে। দিলীপ আৰু জয়ন্ত গৈ ড্ৰইং ৰুম পালেহি। পৰিণীতা আৰু প্ৰণীতাকো পাপৰিয়ে ড্ৰইং ৰুমলৈ মাতি নিলে। প্ৰাঞ্জলে পাপৰিক কাষত বহুৱাই ল'লে।

সদানন্দই বিয়াৰ আলোচনা কৰিব বিচাৰিছিল। প্ৰাঞ্জলে বিয়াৰ আগতে পাপৰিক ঘৰলৈ নিয়াৰ আলোচনা কৰিবলৈ আগ্ৰহ কৰিলে।

— পাপৰিক কোনদিনা ঘৰলৈ নিয়া হয় ঠিক কৰা হওক। তাৰ পিচত বিয়াৰ কথা পাতিম।

সদানন্দই পাপৰিক ঘৰলৈ নিয়াৰ বিষয়ে ক'লে — পাপৰিয়ে যেতিয়াই যাবলৈ ইচ্ছা কৰে তেতিয়াই পঠোৱা হ'ব। তেওঁ কেতিয়া যোৱাৰ কথা ভাবিছে নিজেই কওক।

— তই কেতিয়া যোৱাৰ কথা ভাবিছ? প্ৰাঞ্জলে পাপৰিক সুধিলে।

পাপৰি মাক, দেউতাক বা দাদাকৰ প্ৰতি নিঠুৰা নহয়। তাই অতি কষ্টৰে নিজক সংযত কৰি ক'লে — আগতে বিয়াখন হৈ যাবলৈ দিয়া। ঘৰলৈ যোৱাৰ কথা পিচত চিন্তা কৰিম।

— আমি বিয়াখন ঘৰত পতাৰ কথাহে ভাবিছো। মাকে মনৰ কথা ক'লে। কি কৰিব তাই নিৰুপাই। নিজে বুজি পাইছে কিন্তু মাক, দেউতাকক বুজোৱা টান। কন্যাৰ প্ৰতি থকা দায়বদ্ধতাৰ প্ৰতি মাক দেউতাক সচেতন। তায়ো তেওঁলোকৰ মনত আঘাত দিব নোৱাৰে। শেষ মুহূৰ্ত্তত অসাবধান হ'লে ইমান ত্যাগ মূল্যহীন হ'ব। তাই মাক-দেউতাকক বুজাবলৈ যৎপৰোনাস্তি চেষ্টা চলালে।

— তোমালোকৰ অন্তৰত মই আঘাত দিব বিচৰা নাই মা। মোৰো জানো ঘৰৰ পৰা বিয়া হোৱাৰ ইচ্ছা নাই? তথাপি বহুত কথা আমি চিন্তা কৰিব লাগিব। তোমালোকে তোমালোকৰ আগ্ৰহ আৰু দায়িত্বৰ কথা প্ৰকাশ কৰা কাৰণে মই আনন্দ পাইছো। তোমালোকে সিদ্ধান্ত লোৱাৰ আগতে মই অলপ কথা ক'ব বিচাৰিছো। কথাখিনি শুনি চিন্তা কৰি চোৱা।

— ক বাৰু কি ক'ব বিচাৰিছ। দেউতাকে ক'লে।

— তোমালোকক থানাৰ কেচটো তোলোৱাৰ কাৰণটো নিশ্চয় বুজিছা। মই এতিয়া ঘৰলৈ যাবলৈ নিবিচৰাৰ কাৰণো একেটাই।

— তোৰ কথা মই একো বুজি পোৱা নাই। মাকে ক'লে।

— মই এতিয়া ঘৰলৈ গ'লে, মোৰ খবৰ লোৱাৰ কাৰণে মাহী, পেহী, খুৰা, খুৰী আদি কৰি আত্মীয় স্বজন, মোৰ বন্ধু, বান্ধৱী আৰু প্ৰতিবেশী সকল আহিব। নাহিব জানো?

— কিয় নাহিব? আহিব।

— অহা কাৰণে মোৰ আপত্তি নাই। আপোন ভাবত আহি খা খবৰ ল'লেও মই ইমান দিন ক'ত আছিলো, কিয় আছিলো, ঘৰলৈ অহা নাই কিয় আদি প্ৰশ্ন কৰি মোক ব্যতিব্যস্ত কৰিব। মই মিছা কথা ক'ব নোৱাৰিম, তোমালোকেও নোৱাৰিবা। প্ৰশ্নবিলাকৰ উত্তৰ দিয়া আমাৰ সকলোৰে কাৰণে জটিল হ'ব। আমি উত্তৰ দিলেও বিপদ, নিদিলেও বিপদ। অসন্তুষ্ট হ'ব।

— ইয়াত তোৰ বিয়া পাতিলেও তেওঁলোকক বিয়ালৈ নিমন্ত্ৰণ কৰিব লাগিব।

— লাগিব, নিমন্ত্ৰণ কিয় নকৰিবা?

— তেতিয়াওতো আমাক তোৰ কথা সুধিব। আমি কি উত্তৰ দিম?

— মা, জটিলতা সকলোতে আছে। মানুহে সদায় একোটা প্ৰশ্নৰ সন্মুখীন হ'বই লাগিব। সন্মুখীন হ'বলগীয়া প্ৰশ্নটো কিমান সহজ কৰিব পাৰি তাৰ প্ৰতি সজাগ নহ'লে জটিলতা বাঢ়ি যায়। নিজৰ কামৰ মাজেৰে জটিলতা কমাব লাগিব। অৰ্থাৎ প্ৰশ্নকৰ্ত্তাই যাতে বেচি প্ৰশ্ন কৰাৰ সুযোগ নাপায় আৰু প্ৰশ্নৰ উত্তৰো এনেদৰে দিব লাগিব যাতে দ্বিতীয় প্ৰশ্ন কৰাৰ পৰা বিৰত থাকিব লগা হয়। মোৰ উপস্থিতি, অনুপস্থিতিৰ মাজতো জটিলতাৰ তাৰতম্য আছে। মই তোমালোকক জটিলতাৰ পৰা মুক্ত হ'ব পৰা পথ এটা দিওঁ।

— কি পথ? মাকে জানিব বিচাৰিলে।

— তোমালোকে ক'বা পাপৰি এখন আশ্ৰমত আছে। আশ্ৰমৰ শিক্ষাৰ প্ৰতি আগ্ৰহী হৈ তাত আছে। আমি আশ্ৰমত থকাত বাধা দিওঁ বুলি তাই ইমানদিনে ঘৰলৈ খবৰ দিয়া নাই। শিক্ষা শেষ হোৱাত আমালৈ খবৰ দিছে। তাতেই তাৰ অধ্যক্ষই তাইৰ কাৰণে পাত্ৰ ঠিক কৰি তাতে বিয়া পাতিবলৈ ইচ্ছা কৰা কাৰণে বিয়াখন তাতে পাতিব লগা হ'ল। পাপৰিয়ে অধ্যক্ষক অসন্তুষ্ট কৰিব নোৱাৰে কাৰণে তাইক ঘৰলৈ আনিব পৰা নাই।

— পাপৰি, ইমান কথা ক'ব জনা কেনেকৈ হ'লি? জয়ন্তই পাপৰিৰ কথা শুনি তবধ মানিলে।

— দাদা মানুহ পৰিস্থিতিৰ দাস। সংঘাতে নতুন পোহৰ দিয়ে বুলি জানা। মা, *দেউতা, দাদা তোমালোকে ইমান দিন অধীৰ আগ্ৰহেৰে বাট চালা আৰু কেইটামান দিন বাট চোৱা। অশুভ দিনবোৰ লাহে লাহে আঁতৰি গৈছে। আবেগিক হৈ পুনৰ নতুন অশুভ শক্তিক নামাতিবা। আহিব ধৰা শান্তিখিনিক বাধা নিদিবা। দুৰ্বলতাক প্ৰশ্ৰয় নিদিবলৈ পাপৰি সাবধান।*

— আপোনালোকে পাপৰিৰ কথাখিনি কেনে পাইছে মই নাজানো। তেওঁৰ কথাৰ পৰা মই যি বুজিছো তেওঁ আপোনালোকক আত্মীয়সকলৰ পৰা পাব পৰা

আমনিদায়ক অৱস্থাৰ পৰা মুক্ত কৰাৰ চেষ্টা কৰিছে। ইয়াত বিয়াখন পাতিব পাৰিলে ময়ো আনন্দই পাম। আপোনালোকৰ ইচ্ছামতে কাম কৰক। মই তাতে আনন্দ পাম।

প্ৰাঞ্জলে পাপৰিৰ কথাখিনি গমি চাই সদানন্দৰ ঘৰতে বিয়াখন পতা উত্তম হ'ব বুলি ভাবিলে। তেওঁৰ পত্নীৰ মতামত বিচাৰিলে। নীতা তুমি য'তেই ইচ্ছা কৰা তাতেই বিয়া পতা হওক। ইয়াত পতাৰ কাৰণে মোৰ আপত্তি নাই।

— পাপৰিৰ কথা মই বুজিব পাৰিছো। নিজৰ ঘৰৰ পৰা দিব পৰা হ'লে বেচি আনন্দ লাগিল হয়। কিন্তু তাত শান্তি ব্যাহত হোৱাৰ আশঙ্কা আছে। আমি তাইৰ আশ্ৰয় দাতা পিতাকৰ প্ৰতি কৃতজ্ঞতা জনোৱা উচিত। আমিযে সুস্থভাবে হেৰোৱা কন্যাটি পুনৰ লাভ কৰিছো, তাইক বিয়া দিবলৈ পাইছো, তাতে সন্তুষ্ট হৈ বিয়াখন ইয়াতে পতা হওক। সকলোৱে সমানে আনন্দৰ সোৱাদ ভগাই লওঁ। পৰিণীতাই উদাৰতাৰ পৰিচয় দিলে।

— শুভ কাম বিঘিনি অতি শিঘ্ৰেই কৰা ভাল। ইয়াত পাতিলে বিঘিনিৰ আশঙ্কা নাই। মই ভালেই পাইছো। যিমান সোনকালে পাৰি, দিন এটা চাই ঠিক কৰিব লাগে। প্ৰণীতাইও নিজৰ মত ডাঙি ধৰিলে।

সদানন্দৰ ঘৰতে পাপৰিৰ বিয়া পতাৰ সিদ্ধান্ত হ'ল। সদানন্দ সিদ্ধান্তত সন্তুষ্ট হৈ নিজৰ দায়িত্ব সম্পৰ্কে জনালে। বিয়াখনত মোৰ ফালৰ পৰা সামান্য খৰছ কৰাৰ ইচ্ছা কৰিছো। সেই সুবিধাকণ দিলে ভাল পাম।

— পাঁচোটা বছৰ ছোৱালীজনীক খুৱাই পিন্ধাই আপুনি তাইক সুখত ৰাখিলে। ইমান কৰাৰ পিচত কিয় খৰছ কৰিব লাগে। প্ৰাঞ্জল বৰুৱাই সদানন্দৰ ওপৰত আৰু খৰছৰ বোজা দিবলৈ আপত্তি কৰিলে।

আপত্তি খণ্ডণ কৰাৰ কাৰণে সদানন্দই ক'লে — মই বহুত খৰছ কৰা কথা ভবা নাই। চাউল, মাছ, গাখীৰ, তামোল পান যিখিনি আছে, সেইখিনি কঢ়িয়াই আনিব নালাগে। লগতে ৰভাখনৰ কামখিনিত কৰাৰ কথা ভাবিছো। সেইখিনি কাম একো বোজা নহয়। তাইৰ বিয়াত এই সামান্য সহায়কণ কৰিব নোৱাৰিলে ক'ত শান্তি পাম?

জয়ন্তই মাত লগালে — পাপৰিৰ পিতা হিচাপে ময়ো পিতা বুলিয়েই কৈছো। পিতা, আপোনাৰ শান্তি ভঙ্গ হ'বলৈ নিদিওঁ। ঘৰত থকাখিনি আমি বাহিৰৰ পৰা নানো। ৰভাখনৰ বাবে বহুত খৰছ হ'ব। সেই খৰছৰ বোজা আপুনি ল'ব নালাগে।

— বোপা জয়ন্ত তুমি ভবাৰ দৰে বহুত খৰছ নহয়। খৰছ বহুত বেচি হ'লে সহায় কৰিবা। বলে পৰাখিনি মোক কৰিবলৈ দিয়া। সদানন্দৰ কথাৰ ওপৰত জয়ন্তই কথা নক'লে। সদানন্দইহে এবাৰ কথা যোগ দিলে — মই এটা শুভ সংবাদ দিব বিচাৰিছো। অহা মাহৰ প্ৰথম সপ্তাহতে আমাৰ দুয়োটা ল'ৰাও আহি পাব। কালি মই টেলিফোনত খবৰটো পালো।

বিয়াৰ দিনটো তেওঁলোকে বিয়াখন পোৱাকৈ ঠিক হ'লে ভাল হ'ব। প্ৰাঞ্জলে মনৰ আনন্দ প্ৰকাশ কৰি ক'লে।

পৰিণীতাৰ চিন্তা হ'ল। পাপৰি এইখন ঘৰত থকাৰ কথা তেওঁলোকে জানানে নাজানে, তাই থকাত ভাল পাইছেনে, বেয়া পাইছে, বিয়াখন ইয়াত পাতিলে কেনে পায় একো বুজিব পৰা নাই। সদানন্দৰ মনৰ ভাব জানিবলৈ সুধিলে।

— আপোনাৰ ল'ৰাহঁতে পাপৰিৰ বিয়াৰ বিষয়ে জানিছেনে?

— পাপৰিৰ কথা সৰুটো ল'ৰাই নাজানে। ডাঙৰ ল'ৰাইও তিনিদিন আগতহে জানিছে। বিয়াৰ কথা জনোৱা নাই। দিন ঠিক হ'লে জনাম যাতে বিয়াখন পোৱাকৈ আহিব পাৰে।

— পাপৰিৰ বিয়া ইয়াত পাতিলে তেওঁলোকে বেয়া নাপাবনে?

— সেই কথা পিচত চিন্তা কৰিম। সদানন্দই উত্তৰ দিলে।

বিয়াৰ আলোচনাৰ অন্তত পৰিণীতাই পাপৰিক ওচৰলৈ মাতি বঁটা এটা আৰু শৰাই ঢাকনি বা গামোছা এখন আনিবলৈ ক'লে। পাপৰিয়ে আনি দিয়াত পাট কাপোৰ এযোৰ লগত পাঁচশ এটকা বঁটাটোত থৈ শৰাই ঢকাখনৰে ঢাকি প্ৰণীতাৰ আগত থৈ সেৱা কৰালে। প্ৰণীতাইও সোণৰ আঙঠি এটা পাপৰিক পিন্ধাই দিলে। প্ৰণীতাই ক'লে আমাৰ ঘৰৰ তুমি লখিমী হ'বা। সকলোৰে সন্মুখত এই অভিজ্ঞানম আঙঠিটোৰেই তোমাক আবাহন কৰিছো। পাপৰিয়ে প্ৰণীতাক আৰু এবাৰ সেৱা জনালে।

প্ৰণীতাৰ হাতত কাপোৰযোৰ দি বঁটাত ধুতি, গামোছা, পাটৰ পাঞ্জাবীৰ কাপোৰ, লগুণ আৰু টকা পাঁচশ এটকাৰে দিলীপকো সেৱা কৰিলে। দিলীপে সোণৰ হাৰ এডাল উপহাৰ দিলে। আনুষ্ঠানিক নিয়ম পালন কৰা হ'ল।

দুপৰীয়াৰ আহাৰ গ্ৰহণৰ সময় হোৱাত চম্পাই সকলোকে ভিতৰলৈ নিমন্ত্ৰণ জনালে। প্ৰীতি ভোজনৰ অন্তত সকলোৱে ভাগে ভাগে জিৰণি ল'লে।

পাপৰিৰ কমত দিলীপ আৰু জয়ন্তই মনৰ কথা পাতিছে।

— বন্ধু এইখন ঘৰত মোৰ ভনীজনীৰ গুৰুত্ব দেখি স্তম্ভিত হৈছো। তাইৰ প্ৰতিভা, উচ্চ চিন্তাই মোক মুগ্ধ কৰিছে। কণ কণ শিশু দুটাক যি শিক্ষা দিছে নিজে নেদেখিলে বিশ্বাস নহয়। আমাৰ মা, দেউতা দুয়ো শিক্ষকতা কৰে। মই নিজেও এজন শিক্ষক। আমি এজনেও ছাত্ৰ-ছাত্ৰীক এনে শিক্ষা দিব পৰা নাই। কেনেকৈ দিম? নিজেই আয়ত্ব কৰিব পৰা নাই। ঘৰত থকা হ'লে তায়ো পাৰিব বুলি মই নাভাবো। ইয়াত থাকি যি কৃতীত্ব লাভ কৰিছে তাৰ অন্তৰালত এইজন মহান লোক। তেখেতৰ সান্নিধ্যইহে পাপৰিক ইমান ওপৰলৈ নিব পাৰিছে। ইয়ালৈ আহি শান্তি সম্প্ৰীতিপূৰ্ণ নতুন দেশ এখনৰ দৰে লাগিছে। কি পৰিপাটি উদ্যান, পৰিপাটি পৰিবেশ, মধুৰ মিলন। ইয়াত ঠিয় হ'লেও দুখ ভাগৰ আঁতৰি যায়। পাপৰিৰ জ্ঞান আৰু দূৰদৰ্শিতা বৰ ভাল লাগিছে।

— হ'ব দাদা, বেচি প্ৰশংসা কৰিব নেলাগে। জয়ন্তৰ শেষৰ কথাখিনি পাপৰি

আহি শুনিছিল।

— প্ৰশংসা নাই কৰা, দেখাখিনিহে কৈছো। কথাখিনি কৈ জয়ন্তই পাপৰিৰ মুখলৈ চাই ৰ'ল।

— ইমান চাবলৈ মোৰ কি আছে?

— নাজানো, তোক মই নতুন ৰূপত দেখা পাইছো। তোক চাই চাই ইমানদিনে বিচাৰি নোপোৱা বেদনাখিনি বিসৰ্জন দি শান্তি পাইছো।

পাপৰিয়ে মাকৰ মাতত তাৰপৰা ওলাই গ'ল। দিলীপ, জয়ন্তও গ'ল। বিদায় লোৱাৰ সময় হ'ল। বিদায়ৰ পৰত সকলো একত্ৰিতহৈ বিদায় সম্ভাষণ যাচিলে। তেওঁলোক চকুৰ আঁৰ নোহোৱালৈকে ঘৰৰ সকলোৱে চাই ৰ'ল।

(১৬)

পাপৰিৰ বিয়াৰ পাঁচদিন আগতে বিজনহঁত আহি পোৱাৰ কথা। চাৰিদিন আগতে ৰঞ্জনৰ পৰিয়াল আৰু সন্ধ্যাৰাণী পাবহি। জয়ন্তহঁতৰ ঘৰৰ পৰাও জোৰোণৰ আগদিনা কেইজনমান মানুহ আহি গোট খাব। মানুহখিনিৰ থকাৰ ব্যৱস্থা কৰি দিব লাগিব। ৰবিৰাম, আঘোনাহঁতক সুকীয়া কোঠা দিয়া হৈছে। পত্নী আৰু পো-বোৱাৰীহঁত আহি থকা মেলা দেখা পাই কি ভাবে, কি ৰূপ লয় সদানন্দই নাজানে। পিচত যি হয় হ'ব। বিয়াখন নোযোৱালৈকে মানুহখিনিৰ থকা মেলাৰ চিন্তাহে প্ৰথম। সদানন্দই পাপৰিৰ লগত আলোচনা কৰিলে। পাপৰিৰ পৰামৰ্শ সদানন্দৰ ভাল লাগিল। পৰামৰ্শমতে কোঠাবোৰ সজাই পৰাই তোলাৰ ব্যৱস্থা কৰা হ'ল। ঘৰটোত নতুনকৈ ৰং কৰি চকুত লগা কৰিলে।

সদানন্দ আৰু পাপৰিয়ে আলোচনা কৰি ড্ৰইং ৰুমত বহি আছিল। চাৰিজন ডেকা অহা দেখা পাই দুয়ো বাৰান্দালৈ ওলাই গ'ল। ডেকাকেইজনে সদানন্দক নমস্কাৰ জনালে। সদানন্দইও প্ৰতি নমস্কাৰ জনালে। ডেকা কেইজনক চিনি পাইছে। প্ৰতীম, ডম্বৰু, সনাতন।

প্ৰতীমহঁতক ড্ৰইং ৰুমলৈ মাতি নি বহুৱালে।

— তোমালোকৰ কাৰবাৰ কেনে চলিছে? পাপৰিয়ে কথা আৰম্ভ কৰিলে। সদানন্দ আৰু পাপৰিৰ পৰামৰ্শ লৈ প্ৰতীমহঁতে টেন্ট হাউচৰ ব্যৱসায় এটা আৰম্ভ কৰিছে। সেই কাৰণে পাপৰিয়ে তেওঁলোকৰ ব্যৱসায়ৰ খবৰ সুধিছে। এযাৰজন শিক্ষিত নিবনুৱা ডেকাই কৰ্ম সংস্থাপন বিচাৰি নিৰাশ হৈছিল। আৰ্থিক সম্বলতো স্বচ্ছল নহয়। নিজে ব্যৱসায় কৰাৰ সম্বল এজনৰো নাই। শিক্ষা আছে, বুদ্ধিও নোহোৱা নহয়। তথাপি তেওঁলোকে পথ বিচাৰি পোৱা নাছিল। পথৰ সন্ধান পাপৰিয়ে দিলে।

— তোমালোকে কষ্ট কৰাৰ মনোবল বিচাৰিব জানিলে পথ আছে।

— কি পথ বাইদেউ?

— এটোপ এটোপ পানী গোট খাই সাগৰ হয়। তোমালোক কেবাজন ডেকা একত্ৰিত হৈ প্ৰত্যেকজনৰ পৰা সামান্য পুঁজি এটা যোগাৰ কৰা সম্ভৱ নহ'ব জানো? প্ৰত্যেকজনে দহ, বিশ হাজাৰ টকা যোগাৰ কৰিব নোৱাৰিবানে? দহ বাৰজন লগ হ'লে এক দুইলাখ টকা যোগাৰ নোহোৱাৰ কাৰণ নাই।

— চেষ্টা কৰিলে পাৰিব পাৰো।

— চেষ্টা কৰিবই লাগিব। সিমানখিনি ধন গোটাব পাৰিলে তাৰ লগত নিজৰ শ্ৰম লগ হ'লে ব্যৱসায় হ'ব।

— কি ব্যৱসায় কৰিম?

— নিজৰ জ্ঞান আৰু ৰুচিৰ ওপৰত নিৰ্ভৰ কৰি যি ভাল বুলি ভাবা তাকে কৰিব পাৰা। আজি কালি ব্যৱসায় বহুত হৈছে। তোমালোকে নিজে গৈ চোৱা, বুজি পাবা তোমালোকৰ সামৰ্থৰ ভিতৰত কি কৰিব পাৰা।

পাপৰিৰ পৰামৰ্শ কামত আহিল। শিক্ষিত নিবনুৱা কেইজনে কেবাটাও গোটত, কেবাটাও ব্যৱসায় আৰম্ভ কৰিলে। পিচত চৰকাৰী ঋণো ল'ব পাৰিলে। প্ৰতীমহঁতে হাত দিলে টেন্ট হাউচত। তেওঁলোকে পাপৰিক নিজৰ বাইদেউ কৰি ল'লে। পাপৰিৰ বিয়াৰ খবৰ পাই আহিছে।

— ব্যৱসায় ভালেই চলিছে বাইদেউ। ঋণ কিছু মাৰিব পাৰিছো।

— তোমালোক অহাৰ উদ্দেশ্য কোৱাচোন। সদানন্দই মাত লগালে।

— খুৰাদেউ, পাপৰি বাইদেউৰ বিয়া পতাৰ খবৰ পালো। বাইদেউৰ বিয়াৰ পেণ্ডেলখন আমি সাজি দিবলৈ ইচ্ছা কৰিছো। পেণ্ডেলৰ পৰা ৰিচিপ্চনলৈকে সকলো দায়িত্ব আমাক দিলে ভাল পাম।

— খৰছ কিমান পৰিব?

— বাইদেউৰ বিয়াত আমি খৰছ ল'ব নোৱাৰো। নিজৰ বাইদেউৰ বিয়াত কাম কৰি খৰছ কেনেকৈ ল'ম। প্ৰতীমে সদানন্দক মনৰ কথা ক'লে।

— তোমালোকে জীৱিকাৰ কাৰণে ব্যৱসায় এটা হাতত লৈছা। তাত খৰছ আছে। মোৰ পৰাও তোমালোকে খৰছ ল'ব লাগিব।

— খুৰাদেউ! বাঁহ, কাপোৰ, বাচন, বৰ্তন, চকী, টেবুল, লাইট আদি আমাৰ আছে। তাৰ কাৰণে ভাবা নলওঁ। সজাৰ কাৰণে হোৱা লেবাৰ খৰছখিনি দিলেই হ'ব। তাতকৈ বেছি লোৱাৰ কথা নক'ব ডম্বৰুৱে ক'লে।

— তোমালোকৰ থকা বস্তুৰ ওপৰত হোৱা খৰছখিনি সম্পূৰ্ণ ল'বা।

— হ'ব খুৰাদেউ আমি দায়িত্ব লোৱা কামখিনিৰ কাৰণে আপুনি চিন্তা নকৰিব। প্ৰতীমে ক'লে।

চম্পাই চাহ দিলেহি — চাহ খোৱা।

— পেণ্ডেলৰ পৰা ৰিচিপ্চনলৈ সম্পূৰ্ণ দায়িত্ব আমাৰ থাকিব। সনাতনেও সমৰ্থন জনালে।

— বাইদেউ আপোনাৰ বিয়া জাকজমককৈ পাতি আনন্দ পাম।

বিয়াৰ এসপ্তাহ আগৰে পৰা ৰভাৰ কাম আৰম্ভ হ'ল। প্ৰকাণ্ড চোতালখনত গাত খান্দিবলৈ মানুহ লাগি গ'ল। গাত খন্দাই গাত খান্দিছে, বাঁহ বন্ধাই বাঁহ বান্ধিছে। কামৰ খদমদম লাগিছে। কোনো বেলেগ লেবাৰ নাই, কোনো মালিক নাই। সকলো লেবাৰ, সকলো মালিক। ডিগ্ৰীধাৰী শিক্ষিত ডেকা নে বনুৱা চিনিব নোৱাৰি। অথচ আটাইকেইজনে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰি। পাপৰিয়ে তেওঁলোকৰ কৰ্ম উৎসাহ চাই আনন্দ পাইছে। মোমাই তামুলী বৰুৱা, লাচিতলৈ মনত পৰে। এওঁলোকে তেওঁলোকক সন্তোষ দিব পাৰিছে। কোনে কয় অসমীয়া সোৰোপা, এলেহুৱা, অকামিলা, বুদ্ধিহীন বুলি। গুৱাগমণি গাৱঁৰ প্ৰতীম, ৰাজীব, ডম্বৰুহঁতক যি দেখিছে তেওঁলোকে ক'ব লাগিব একেজন অসমীয়াই নিজৰ প্ৰয়োজনীয় কাম নিজে কৰি ল'ব পাৰে। গুৱাগমণিত বিদেশী লেবাৰৰ স্থান নোহোৱা হৈ আহিছে।

আজিৰ দিনটো সদানন্দৰ ঘৰৰ কাৰণে গুৰুত্বপূৰ্ণ। পাপৰি ব্যস্ত গৃহ সজ্জাত। গোটেই ঘৰত পুষ্প সজ্জা কৰা হৈছে। পৰাগ, বাসু, মায়াই ফুলনিৰ পৰা ফুল গোটাই আনি দিছে। আঘোনাই আনি দিছে আমপাত। পাপৰিয়ে পৰিপাটিকৈ সজাই গৈছে। প্ৰতীমহঁতে নাজানে কাৰণ কি? সিহঁতৰো পেণ্ডেলত কাপোৰ আঁৰাৰ কাম আৰম্ভ হৈছে।

— বাইদেউ, বিয়ালৈ আৰু পাঁচদিন আছে, ফুলবোৰ লেৰেলি যাব। প্ৰতীমে কথাখিনি ক'লে।

— বিয়াত মই কইনা সাজিম নে ফুল সজাম?

— আপুনি কিয় ফুল সজাব? সেইকাৰণে আজিয়েই সজাই মনৰ ইচ্ছা পূৰণ কৰিছে নেকি?

— আজি এজন বিশেষ লোকৰ আগমন হ'ব। পিতাৰ সৰু পুত্ৰ মানে সৰুদাদা অষ্ট্ৰেলিয়াৰ পৰা আহিব। প্ৰতীম গৈ কামত লাগিল। পাপৰিয়ে দুৱাৰত আমপাতৰ মালা আঁৰিলে। ৰবিৰাম, আঘোনাই মাছ, মঙহ আৰু তৰকাৰীৰ যোগান ধৰিলে। সদানন্দই মাজে মাজে ঘড়ী চাই সময় পৰীক্ষা কৰি থাকিল।

ইমান ব্যস্ততাৰ মাজতো অজান চিন্তাই পাপৰিক জুমুৰি দিছে। জয়ন্তী, চম্পাহঁতক বুজাইছে তেওঁলোকৰ ঘৰত থকা মুকলি মনটোক সংযত ৰাখিবলৈ নিজেও সাৱধান হৈ থাকে। আনন্দ, নিৰানন্দ কোনো চিন নাই। পিতাৰ পৰা পোৱা মৰম তেওঁলোকৰ পৰা পাবনে? পাপৰিৰ অৱস্থাটো দোদুল্যমান হৈ পৰিছে। স্বাভাৱিক হ'বলৈ চেষ্টা কৰিও হ'ব পৰা নাই। বিজনহঁতৰ ওচৰত অৱজ্ঞাৰ পাত্ৰী হ'ব লাগিলে তাই কি কৰিব? মানুহখিনিক লগ নোপোৱালৈকে এজনী সাধাৰণ ছোৱালীৰ দৰে আহি পোৱালৈ বাট চাই ৰ'ল।

সদানন্দ অকলে বাৰান্দাত বৈ আছে। তাত পাপৰি নাই। পৰাগ, বাসু আৰু মায়াকো তাত থাকিবলৈ পাপৰিয়ে মানা কৰিছে।

নতুন মডেলৰ ফিয়েত কাৰখন গেট খুলি ভিতৰলৈ সোমাই আহিল। পাপৰি ভিতৰলৈ গৈ চম্পাহঁতক জনালে। গাড়ীখন আহি বাৰান্দাৰ ওচৰত ৰ'লহি। ড্ৰাইভাৰে

দুৱাৰ খুলি দিয়াত বিজন, বিনীতা আৰু ল'ৰাটো নামিল। সদানন্দই আঘোনাক মাতি গাড়ীৰ পৰা বস্তুবোৰ ভিতৰলৈ নিবলৈ ক'লে।

পেগুল দেখি বিজনে সুধিলে — দেউতা পেগুেল?

— পিচত জানিবি, আহ। বিজনে একো নুসুধি ভিতৰ সোমাল। ৰুমত বহিলগৈ। বিনীতা আৰু ল'ৰাটোও বহিল। সদানন্দও ওচৰতে বহিলগৈ। খা-খবৰ লোৱা হ'ল। পাপৰিয়ে তিনি গিলাচ চৰবৎ আনি দিলেহি। বিজন, বিনীতাই পাপৰিলৈ চালে। চিনি নাপালেও পাপৰিযে ঘৰৰ চাকৰণী নহয়যে বিজনে বুজিব পাৰিছে। বিনীতাই চাকৰণী বুলিয়ে ভাবিছিল। ইমান ৰূপহী ছোৱালী এজনী কিয় চাকৰণী হৈ আছেহি বুজিব পৰা নাই। সাজপাৰ দেখি মনতে ভাবিলে, দেউতাই চাকৰণীকো এনেদৰে সজাই ৰাখিছে। দুয়ো দুটা বেলেগ চিন্তাৰ মাজতে চৰবৎখিনি খালে।

সদানন্দই পাপৰিক মাতি বিজনহঁতক ৰুমটোলৈ লৈ যোৱাৰ কথা ক'লে। পাপৰিয়ে আহক দাদা বুলি মাতি নিলে। পাপৰিৰ লগত গৈ তেওঁলোক বেড্‌ৰুম পালেগৈ। টাৱেল আৰু বাথৰুমটো দেখুৱাই দি পাপৰিয়ে ক'লে, চাবোন বাথৰুমতে আছে। পানীও আছে। কিবা দৰকাৰ হ'লে মোক মাতিব।

— তোমাৰ নাম? বিজনে সুধিলে।

— পাপৰি বৰুৱা।

— তোমাৰ ঘৰ?

— মাজগাৱঁত। মোৰ কথা পিচত জানিব। আগতে খাই লওক। পাপৰি আঁতৰি গ'ল। বিনীতাই পাপৰি যোৱাৰ ফালে চাই থাকিল।

— মই একো বুজা নাই। বিজনক বিনীতাই ক'লে।

— ময়ো বুজা নাই। ব'লা গা পা ধুই খাই লওঁ। পিচে পৰে বুজিম। বিজনহঁতে গা ধুই বেড্ ৰুমতে বহি জিৰণি ল'লে। পাপৰি আহি ডাইনিং ৰুমলৈ মাতি নিলেহি। চম্পা আৰু জয়ন্তীয়ে লুচি, মাংস মিঠাই আদি খাবলৈ দিলে। বিজনহঁতে খাই উঠি বেড্‌ৰুমলৈকে গ'ল।

বিনীতাই মনৰ মাজৰ পৰা চিন্তাৰ বোজা পাতলাবলৈ ক'লে —

— দেউতাক এজন মানুহৰ কাৰণে ইমানবোৰ চাকৰ চাকৰণী কিয় লাগে?

— তুমি ভবাৰ দৰে মই ভবা নাই। বিশেষকৈ পাপৰি নামৰ ছোৱালীজনী চাকৰণী হ'ব নোৱাৰে। দেউতাৰ পৰাহে সকলো কথা জানিব পাৰিম। এনেয়ে চিন্তা কৰি একো লাভ নাই। দেউতা ড্ৰইং ৰুমতে আছে।

— ব'লা বুলি বিনীতাও উঠিল। সদানন্দক ড্ৰইংৰুমতে পালে।

— দেউতা, ঘৰত বহুত মানুহ দেখিছো? পাপৰি নামৰ ছোৱালীজনী নিশ্চয় চাকৰণী নহয়। ছোৱালীজনীক মই চিনি পোৱা নাই।

— নাপাবি চিনি। মোৰ চাকৰ বা চাকৰণী এজনো নাই।

— তেনেহ'লে ইমান মানুহ ক'ৰ?

হুমুনীয়াহ কাঢ়ি সদানন্দই ক'লে — সংসাৰত বিমান মানুহ আছে, সকলো

পৃথিৱীৰূপী আলহি ঘৰৰ আলহি। বেলেগ বেলেগ সময়ত, বেলেগ বেলেগ আলহি গোট খাই। আগতে তইঁতৰ লগত একেলগে আছিলো। তইঁত যোৱাত মই অকলশৰীয়া হ'লো। সৃষ্টিকৰ্ত্তাৰ অনুগ্ৰহ হ'ল। মোক অকলে থাকিবলৈ নিদিলে। এটা এটাকৈ নিঠৰুৱা প্ৰাণী আহি গোট খালেহি। মোৰ কোনো অসুবিধা নোহোৱা বাবে সিহঁতক আশ্ৰয় দিলো। এতিয়া আমি পৰস্পৰে পৰস্পৰৰ আশ্ৰয়দাতা। পাপৰি বুলি যি জনী ছোৱালীৰ কথা তই সুধিছ, তাই এজনী শিক্ষিতা ছোৱালী। এটা ভাল শিক্ষিত পৰিয়ালৰ ছোৱালী। মাক, দেউতাক উচ্চ মাধ্যমিকৰ শিক্ষক শিক্ষয়িত্ৰী। ককায়েক কলেজৰ শিক্ষক। এইযে পেণ্ডেলখন দেখিছ তাইৰে বিয়াৰ কাৰণে সজোৱা হৈছে।

— এটা সম্ভ্ৰান্ত পৰিয়ালৰ শিক্ষিতা ছোৱালী এজনী কিয় ইয়াত আছেহি আৰু ইয়াত বিয়া পাতিবলগা হৈছে মই বুজি পোৱা নাই।

— তাইৰ ভাগ্যৰ বিড়ম্বনা। অভিশপ্ত তাইৰ জীৱন। মানবৰূপী পশুকেইটামানে তাইৰ সৰ্বনাশ কৰিলে। নেদেখাজনে মোৰ ওচৰত আশ্ৰয় দিলেহি। তাই ঘৰলৈ যাবলৈ সন্মত নহ'ল। তাই ইয়াত থকা পাঁচ বছৰেই হ'ল। বিজনৰ কোপদৃষ্টিত তাই সৰ্বশ্ৰান্ত হৈছিল, তেওঁৰেই দয়া পৰবশত মাক দেউতাকক পাইছে। বিজন পুলিচ বিষয়াৰ যত্নত তাইক মাক দেউতাকৰ কাষ চপাবলৈ সন্মত কৰাব পৰা হ'ল, তেওঁৰ লগতে তাইৰ বিয়া হ'ব। তপতে তপতে ইয়াতকৈ বেচি জানিব নালাগে। লাহে ধীৰে বাকী কেইজনৰ বিষয়েও জানিব পাৰিবি।

পাপৰিয়ে আহি সুধিলে — ভাত দিমনে পিতা?

— অঁ দিবলৈ কোৱা।

— পাপৰিক বিজনে মাতিলে।

— কওক দাদা?

— তোমাৰ বিষয়ে দেউতাৰ পৰা অলপ জানিলো। আৰু জানিবলৈ ইচ্ছা হৈছে।

— খাই বই জিৰণি লওক। পিচত সকলো জানিব।

— ব'লা বাৰু খাই লওঁ। খাই উঠি বিজন, বিনীতা বেড্ৰুম পালেগৈ।

দেউতাৰ কথাবিলাক বৰ খেলিমেলি লাগিছে। মোৰ ইয়াত থাকিবলৈ মুঠেই ভাল লগা নাই। মোক ঘৰত থৈ আহিবা?

— দাদাইত কালিলৈ পাবহি। তেওঁলোক অহাৰ পিচত যাবা। দাদাইতে আহি নাপালে বেয়া পাব।

বিনীতাই ল'ৰাটোৰে সৈতে বেড্ৰুমতে কটালে। বিজনে আযোনাৰ লগত লৈ দেউতাকৰ খেতি চাবলৈ গ'ল। বিজনৰ খেতি চাবলৈ যোৱাৰ উদ্দেশ্য হ'ল তাত থকা মানুহবিলাকৰ বিষয়ে বিতং ভাবে জানি লোৱা। ঘৰত বহি কথা পতাত অসুবিধা হ'ব বুলি ভাবি পাপৰিৰ লগত কথা পাতি আযোনাক বাচি ল'লে। বাৰীত সোমাই খেতি চাই ভাল লাগিল। কেচ যত্নৰে খেতি কৰিছে, খেতি ভাল হৈছে। আযোনাৰ পৰাও আটাইকেইজনৰ কথা জানিব পাৰি দেউতাকৰ প্ৰতি শ্ৰদ্ধাহে

জন্মিছে।

ৰঞ্জনহঁত আহি দুপৰীয়া খোৱাৰ পৰত পোৱাৰ কথা। পালেহিও ঠিক সময়তে। ঘৰত বহুত মানুহ দেখি চিন্তা কৰিবলগীয়া হোৱা নাই। তেওঁলোকে কথাখিনি আগতে জানিছে। সবিশেষ জনাৰ কাৰণে বহুত সময় পাব। গতিকে খাই বই লোৱা ভাল হ'ব বুলি ভাবিলে।

খোৱাবোৱাৰ পাচত বিজনে ৰঞ্জনক আচুতীয়া ঠাইত বহুৱাই মানুহখিনিৰ বিষয়ে বিতংকৈ ক'লে। ৰঞ্জনে ক'লে আজিয়েই বিনীতা, পল্লবী আৰু মাকৰ মনৰ ভাব বুলি লোৱা ভাল। নহ'লে অশান্তি হ'ব পাৰে। বিজনেও কথাটোত সমৰ্থন জনালে।

আবেলি চাহ খোৱা পৰত সন্ধ্যাৰাণী, পল্লবী, বিনীতা আৰু বিজনক বহুৱাই লৈ ৰঞ্জনে আলোচনা আৰম্ভ কৰিলে।

— মা, পল্লবী, বিনীতা, বিজন তোমালোক আটায়ে জনা দৰকাৰ যে ইয়াত আমি আহি লগ পোৱা মানুহখিনি ইয়াত আহি কিয় আছে আৰু কিয় থাকিব লগা হ'ল। বিজনে কালি আহিয়েই সকলো খবৰ সংগ্ৰহ কৰি মোক কৈছে। বিজনৰ পৰা জনা কথাখিনি সকলোৰে আগত বিবৰি ক'লে। কথাখিনি কোৱাৰ পিচত সকলোৰে মনৰ ভাব বুজিবলৈ ইচ্ছা কৰি প্ৰথম মাকক সুধিলে

— মা, তুমিয়েই প্ৰথম তোমাৰ মনৰ কথা কোৱা। দেউতাৰ কামবোৰ তোমাৰ কেনে লাগিছে?

— বাপেৰৰ প্ৰকৃতি আগৰ পৰাই এনে, কোনোবাই দুখৰ কথা ক'লে, কাৰোবাৰ দুখ দেখিলে দুহাতেৰে দান দিয়ে। এতিয়াতো ঘৰৰ মালিককে পাতি দিছে। মই আৰু কি ক'ম? এনেয়েনো তোৰ লগত নগ'লনে? মই কোনোদিনেই বাপেৰক বুজাব পৰা নাই। অন্তৰত স্তূপীকৃত হৈ থকা সকলো ক্ষোভ উবাৰি দিলে। বুকুখন পাতল পাতল লাগিল। ৰঞ্জনে বুজিলে, মাকে ভাল পোৱা নাই। বিজনৰ পৰা মতামত এটা পাইছেই। পল্লবীৰ পৰাই মতামত বিচাৰিলে।

— দেউতাক লৈ মই গৌৰব অনুভব কৰিছো। মই ভাবো দেউতাৰ দৰে মহান ব্যক্তি কমেইহে আছে। গান্ধীজীৰ আদৰ্শ জীয়াই ৰখা সকলৰ মাজৰ দেউতাও এজন। ক্ষুধীত দলিতজনৰ কাৰণে গান্ধীজীয়ে জীৱন উচৰ্গা কৰিছিল। দেউতাই সেই আদৰ্শ জীয়াই ৰাখিবলৈ সক্ষম হৈছে। কেইটামান দুৰ্দশা গ্ৰস্তক আশ্ৰয় দি, সিহঁতক বিপদৰ পৰা উদ্ধাৰ কৰা কাৰ্য্য, ৰবিৰাম জয়ন্তী আৰু আঘোনা চম্পাৰ বিয়া পাতি দি আৰু ওপৰলৈ গৈছে। দুদিন পিচত পাপৰিৰ বিয়াৰ যি আয়োজন কৰা হৈছে তাকো মই প্ৰশংসনীয় বুলি ভাবো। দেউতা মোৰ চিৰ নমস্য। পল্লবীয়ে অন্তৰ খুলি শলাগ ল'লে।

পল্লবীৰ কথা শুনি সকলো অবাক হ'ল। ৰঞ্জনেও পল্লবীৰ পৰা ইমান মহত্বপূৰ্ণ কথা শুনিবলৈ পাব বুলি আশা কৰা নাছিল।

এইবাৰ বিনীতাৰ পাল। বিনীতাৰ মতামত বিচৰাত তাই ক'লে — দাদা,

পল্লবী বাইদেৱে মোৰ চকু মুকলি কৰি দিলে। যোৱা কালিৰ পৰা এটা মুহূৰ্ত্তও মই শান্তিত কটাব পৰা নাই। এতিয়াহে উপলব্ধি কৰিব পাৰিছো, মোৰ অজ্ঞতাই মোক জ্বলাই মাৰিছে। এতিয়া জ্ঞানৰ পোহৰ পাইছো। মোৰ অন্ধতা আঁতৰি গৈছে। গান্ধীজীৰ সপোনৰ বাস্তৱ ৰূপ দেউতাই দিব পাৰিছে। আমি মোহগ্ৰস্ত কাৰণে মহত্ব বুজি পোৱা নাই।

বোৱাৰীয়েকহঁতৰ কথা শুনি সন্ধ্যাৰাণী উঠি গ'ল। কিয় উঠি গ'ল কোনেও বুজি পোৱা নাই। তেওঁলোকৰ কথাত আঘাত পোৱাৰ কাৰণে উঠি যোৱা বুলি ভাবি বিনীতাই ক'লে —

— দাদা, আমি ভুল কথা ক'লো নেকি মা উঠি গ'ল?

— তোমালোকে মোৰ মনৰ কথাকে কৈছা। ময়ো তাকেই ভাবো।

বিজনে ক'লে — আমি ভাগ্যবান যে, আমি এনে এজন মহান লোকৰ সন্তান। কিন্তু মা কিয় উঠি গ'ল?

সন্ধ্যাৰাণীয়ে সদানন্দক তাঁলৈ মাতি আনিলে। সদানন্দৰ ভৰিত ধৰি হুকহুককৈ কান্দি দিলে। কান্দোন বন্ধ হোৱাত ক'লে — আপুনি মোক ক্ষমা কৰক। মই অহা ইমান সময় হ'ল আপোনাক মাত এবাৰ দিয়া নাই। খণ্ডত চাতিফুতি কৰি আছো। আপোনাৰ মহত্বক মই উপলব্ধি কৰিব পৰা নাই। এতিয়া মই অনুতপ্ত হৈছো।

সদানন্দই সন্ধ্যাৰাণীক দুয়ো হাতেৰে তুলি ধৰিলে। এতিয়া উঠা বহা। সদানন্দই পাপৰিক মাতিলে। পাপৰি ওলাই আহিল। সদানন্দইক'লে — আমাৰ ছোৱালী নাছিল নহয়? এতিয়া ভগৱানে দিছে। তুমি নথকা সময়তে তাইৰ বিয়া ঠিক কৰা হ'ল। তুমি আহি পালাহি। তাইৰ বিয়াৰ দায়িত্ব তোমাৰ। মই মুক্ত হ'লো।

সন্ধ্যাৰাণীয়ে পাপৰিক কাষত বহুৱাই ল'লে। সদানন্দই বোৱাৰীহঁতৰ লগত পাপৰিক পৰিচয় কৰাই দিলে। জয়ন্তৰ দৰে এওঁলোক তোমাৰ দাদা। তোমাৰ বিয়াৰ দায়িত্ব এতিয়াৰ পৰা এওঁলোকৰ।

ৰঞ্জনে মাত লগালে — তোমাক ভনী পাই ধন্য হৈছো। মই আগতেই তোমাৰ কথা জানিছো। তুমি দেউতাৰ যত্ন লোৱাৰ কথা জানিব পাৰি তোমাক চোৱাৰ হেপাহ আছিল। নিজ চকুৰে চাবলৈ পাই উপলব্ধি কৰিব পাৰিছো তুমি সঁচাই দেউতাৰ নয়ন মণি। আমাৰ প্ৰাণৰ ভনী।

বিজনে ক'লে — দাদা, পাপৰিৰ স্থান আৰু ওপৰত। মই কালিৰ পৰা নীৰৱে সকলো লক্ষ্য কৰি আছো।

পাপৰিৰ লাজ লাগিল। তাই ক'লে — আপোনালোকে মোৰ প্ৰশংসা বেছি কৰিছে। মই এজনী সাধাৰণ ছোৱালী। তাতকৈ বেছি মোৰ একো নাই।

— মই কালিৰে পৰাই — নাই থাকক দিয়া, নকওঁ বুলি বিজনে পাপৰিৰ ফালে চালে। তাৰ পিছত ক'লে — বৌ তোমালোকে কেনে এজনী ননদ পাইছা তাৰ প্ৰমাণ এটা এতিয়াই দিওঁ। সৌ বাঁপইতৰ লগত খেলি থকা ল'ৰা-ছোৱালী দুটা দেখিছা? সিহঁতৰ লগত কথা পাতিলেই প্ৰমাণ পাবা।

— কি প্ৰমাণ পাম? ৰঞ্জনে সুধিলে।

— ৰ'বা। পাপৰি সিহঁতক মাতাচোন। পাপৰিয়ে মতাত বাসু আৰু মায়া তালৈ আহিল।

বিজনে ক'লে — বাসু, মায়া এইয়া তোমালোকৰ ডাঙৰ মামা। এইজনী ডাঙৰ মামী, সেইজনী সৰু মামী আৰু মই?

— সৰু মামা। বাসু আৰু মায়াই একেলগে চিঞৰি ক'লে।

— গুড্, তোমালোকৰ নাম কেইটা ডাঙৰ মামাক ইংৰাজীত কোৱা।

— মাই নেম্ ইজ বাসুদেৱ।

— মাই নেম্ ইজ যোগমায়া।

— দাদা, সিহঁতৰ এইম কি ইংৰাজীত সোধা।

— হোৱাট্ ইজ ইয়ৰ এইম্ বাসু?

— আই চেল বি এ চাইণ্টিচ্।

— হোৱাট্ ইজ ইয়ৰ এইম্ মায়া?

— আই চেল বি এন্ ইঞ্জিনিয়াৰ।

— গুড্। ৰঞ্জন আচৰিত হ'ল। তোমালোকক কোনে শিকাইছে?

— পাপৰি বাই। দুয়োটাই একেলগে উত্তৰ দিলে।

— কি পাপৰি?

— দাদা, সিহঁতৰ মেৰিট্ খুউব ভাল। এবাৰ ক'লেই মনত ৰয়।

পল্লবীয়ে দুয়োটাকে মাতি নি কাষত বহুৱাই মৰম কৰিলে। বিনীতায়ো মূৰত হাত ফুৰাই মৰম কৰিলে।

সদানন্দই সন্ধ্যাৰাণীক ক'লে — তোমাৰ নাতিহঁত বিদেশত থাকে। এতিয়া ঘৰতো তিনিটা নাতি পাবা। পাপৰি যোৱাৰ পিচত সিহঁতে দুখ পাব। তোমাৰ মৰমে সিহঁতক পাপৰিৰ অভাব পূৰণ কৰিব। নিজেও নাতিৰ অভাব পাহৰি থাকিব পাৰিবা।

পাপৰিয়ে ক'লে — মা, ইহঁতৰ কাৰণে মই চিন্তিত আছিলো। মই গ'লে পিতাই সিহঁতক কেনেকৈ ৰাখিব? বিশেষকৈ বাসুৰ কাৰণে। তাৰ কোনো নাই। আপোনাৰ ওচৰত থাকি সিহঁতে মোৰ অভাব অনুভৱ নকৰিব। আপোনাৰ দৰে মাতৃ পাই ময়ো আনন্দ পাইছো।

— সিহঁতৰ দায়িত্ব মোৰ পাপৰি, তুমি চিন্তা নকৰিবা। মই সিহঁতক মোৰ বুকুৰ মাজত ৰাখিম।

পাপৰিয়ে বাসু, মায়াক মাতি ক'লে — এখেত তোমালোকৰ আইতা। ইমান দিন আইতা আমেৰিকাত আছিল। আজি আহিছে। আইতা তোমালোকৰ লগতে থাকিব।

বাসু, মায়াই সন্ধ্যাৰাণীক সাবটি ধৰি ক'লে — আইতা, তুমি ইয়াতে থাকিবা?

— থাকিম বাছাহঁত। তোমালোকক এৰি ক'লৈকো নাযাওঁ। সন্ধ্যাৰাণীয়ে দুয়োটাকে বুকুত সাবটি ল'লে। প্ৰকৃত মাতৃৰ মৰম এয়ায়েই।

(১৭)

প্ৰণীতা দেৱীৰ ব্যস্ততাৰ সীমা নাই। একমাত্ৰ ল'ৰাৰ বিয়াৰ যোগাৰ। পিতৃ-মাতৃ দুয়োৰে দায়িত্ব মূৰ পাতি ল'ব লাগে। সহায়ৰ কাৰণে ভায়েক অনিমেষ শৰ্মা আৰু ভনীয়েক মাধবী আহিছে। মাধবীৰ লগত আহিছে কন্যা জ্যোৎস্না। জ্যোৎস্নাৰ বান্ধবী বন্দিতা পাপৰিৰ মাহীয়েকৰ ছোৱালী। অপূৰ্ব সুন্দৰী আৰু আধুনিকা। ৰূপৰ লগতে অহংকাৰৰ অলঙ্কাৰেৰেও বিভূষিতা। বন্দিতাৰ সান্নিধ্য বিচাৰি কলেজীয়া যুৱক ব্যাকুল হৈ পৰে। তাই মধুলোভী সকলক বান্দৰ নচুৱা দি আমোদ পায়। জ্যোৎস্নাই বন্দিতাক দিলীপৰ লগত বিয়া পতাৰ বাবে আগ্ৰহী আছিল। মাধবীৰো একান্ত ইচ্ছা আছিল। অঘটনতো ঘটিল দিলীপৰ বিয়া পাপৰিৰ লগত ঠিক হোৱাত। তথাপি শেষ চেষ্টা এটা চলালে।

— বাইদেউ দিলুৰ কাৰণে তুমি আৰু ছোৱালী নাপালা?

— কিয়? কি হ'লনো? পাপৰিৰ কথা মাধবীয়ে কিবা জানিছে নেকি প্ৰণীতা দেৱীয়ে চিন্তা কৰিলে।

— হোৱা একো নাই, মই ছোৱালীজনীক দেখাও নাই। তুমি পচন্দ কৰিছা যেতিয়া ধুনীয়াই হ'ব। ধুনীয়া হ'লেও ঘূণীয়া নোহোৱাৰ কাৰণ নাই। মাক-দেউতাকৰ ঘৰত বিয়া নাপাতি সম্পৰ্ক নথকা এঘৰত বিয়া পতাৰ কিবা কাৰণ থাকিব পাৰে।

— মাধবী, তোৰ চিন্তা অমূলক বুলি নকওঁ। দিলীপে প্ৰেমত পৰি বিয়া কৰাবলৈকো ওলোৱা নাই। ময়ো ছোৱালী চাই বিয়া পতা নাই।

— তেতিয়াহ'লে কি চাই বিয়া পাতিছা?

— এতিয়া এই প্ৰসঙ্গত তোক একো নকওঁ। তই নিজে দেখাৰ পিচত তোৰ প্ৰশ্নৰ উত্তৰ তই নিজে বিচাৰি পাবি।

— বাইদেউ দিলুৰ কাৰণে মই ধুনীয়া ছোৱালী এজনী চাইছিলো। এতিয়াও যদি তুমি কোৱা...?

— এতিয়া সময় পাৰ হ'ল মাহী। দিলীপ মাহীয়েকৰ কথা শুনি ওচৰ চাপি আহিল।

— কিয় দিলো? হোমৰ ওচৰৰ পৰাও বিয়া নোহোৱা অৱস্থা হৈছে। এতিয়াতো কেবাদিনো আছে।

— তোমাৰ কথা নহয় বুলি নকওঁ। মই তেনে কাম কৰিব নোৱাৰো। তেনে কাম কৰিব পৰাৰ নিঠুৰ মানসিকতা মোৰ নাই।

— বাঃ দাদা, তোমাৰ দৰদী অন্তৰখনৰ কথা জানি আমি গৌৰৱ কৰিব পাৰো। জ্যোৎস্নাই দিলীপক কটাক্ষ কৰি ক'লে।

— মোৰ কাৰণে তই গৌৰৱ নকৰাই মঙ্গল। বন্দিতাৰ মাকে তোৰ লগত সম্পৰ্ক ত্যাগ কৰিব পাৰে।

— তুমি বন্দিতাক জানা দাদা?

— কলেজ কুইনক নজনাতোহে আচৰিত কথা জ্যোৎস্না।

— সঁচাই দাদা, বন্দিতা বৰ ধুনীয়া।

— নিশ্চয় ধুনীয়া।

— তোমাৰ পচন্দ নহয় দাদা?

— লাভ নাই জ্যোৎস্না।

— কিয়? তুমি যদি এতিয়াও কোৱা মই সকলো ঠিক কৰি দিম।

— নিজৰ কথা চিন্তা কৰ জ্যোৎস্না। মোৰ কাৰণে হাবুডুবু খাব নালাগে।

— আমি তোমাৰ কোনো নহয়?

— কিয় নহ'ব? হ'ব কাৰণেইতো আহিছ। তথাপি তোৰ নিজৰ কথা চিন্তা কৰাৰ সময় হৈছে। আনৰ চিন্তাতকৈ নিজৰ চিন্তা কৰা ভাল।

জ্যোৎস্নাই কোৱাৰ কাৰণে কথা বিচাৰি নাপালে। প্ৰণীতাও প্ৰশ্নবাণৰ পৰা ৰক্ষা পৰিল। মাধবীও নিৰব হৈ ৰ'ল।

অনিমেষে ভাগিনক ভালদৰে জানে। নিজেও পৰৰ দোষ বিচাৰি নুফুৰে। তেওঁ বিয়াত সহায় কৰিবলৈ আহিছে, তাকে কৰিব।

পৰিণীতাও বহুত প্ৰশ্নবাণৰ সন্মুখীন হ'ল। সকলোৰে একে প্ৰশ্ন, পাপৰিৰ বিয়া কিয় ঘৰত পতা নাই। সকলোকে সন্তুষ্ট কৰিবলৈ তেওঁ চেষ্টাও কৰিছে। কাৰো ওচৰত বিৰক্তি ভাব প্ৰকাশ কৰা নাই। বিৰক্তি প্ৰকাশ পালে শুভ কাৰ্য্যত বিঘিনি হোৱাৰ আশঙ্কা আছে। সহজভাবে পাপৰিয়ে শিকাই দিয়া ধৰণে উত্তৰ দি গৈছে। নিজৰ ভনীয়েক নয়নতৰা সেই উত্তৰত সন্তুষ্ট হ'ব পৰা নাই। বায়েকক বাৰে বাৰে সুধিছে।

— বাইদেউ, পাপৰি আশ্ৰমত আছেগৈ কিয়? যোৱা পাঁচবছৰে এবাৰো ঘৰলৈ নহাৰ কাৰণ কি? ঘৰলৈ খবৰ এটাও দিয়া নাই কিয়?

পৰিণীতাই ভনীয়েকৰ উদ্দেশ্য নাজানে। নিজৰ মাহীয়েক হৈও এনেদৰে পাপৰিৰ পিচত লগাৰ কাৰণ কি? পৰিণীতাৰ নিৰুপায় অবস্থা। ভনীয়েকক দিবলৈ উত্তৰ বিচাৰি পোৱা নাই। জয়ন্ত আহিহে পৰিণীতাক বিব্ৰত অবস্থাৰ পৰা উদ্ধাৰ কৰিব পাৰিলে।

— মাহী পাপৰিৰ বিষয়ে তুমি যিমান কথাই নোসোধা কিয় তাৰ উত্তৰ মাই দিব নোৱাৰে। তাই কিয় তাত আছে, কেনেদৰে আছে, কিয় তাত বিয়া পাতিব লগা হ'ল, সকলো উত্তৰ তালৈ গ'লেহে তুমি বুজি পাবা। মই যি দেখিছো, বিখিনি জানিব পাৰিছো, তাৰ পৰা তোমাক কওঁ পাপৰি সঁচাই ভাগ্যবতী আৰু তাইৰ সিদ্ধান্তও নিখুত। অকল পাপৰি বুলি নহয় আন ছোৱালীও সেই আশ্ৰম পালে ঘৰৰ কথা পাহৰি যাব। তাইৰ ভাগ্যইহে তাইক তালৈ লৈ গৈছে। তাইৰ বিয়া ঠিক হোৱা কাৰণে আমাক খবৰ দি মতাই নিছে। এইয়াও আমাৰ প্ৰতি থকা তাইৰ মৰমৰ চিন। জয়ন্তই নয়নতৰাক দুৰ্ব্বলতাৰ সুযোগ নিদিয়াকৈ ক'লে —

নয়নতৰাইও পাপৰিৰ দুৰ্ব্বলতা বিচাৰি নাপালে। পাপৰিক এৰি দিলীপৰ প্ৰতি

তীক্ষ্ণ বাণ নিক্ষেপ কৰিলে।

— পাপৰিৰ সৌভাগ্য বুলি জানি ভাল লাগিল। কিন্তু মই জনাত দিলীপে বেলেগ ছোৱালীকহে ভাল পায়। সি ভালপোৱা ছোৱালীজনীৰ লগত বিয়া প্ৰায় ঠিকেই হৈছিল। এতিয়া সেইজনী ছোৱালীক বাদ দি পাপৰিক বিয়া কৰালে পাপৰিৰ ভৱিষ্যৎ সুখৰ হ'ব বুলি মই নাভাবো।

— কাৰো সুখ দুখৰ কথা কোনেও নাজানে মাহী। মই জনাত দিলীপে বহুত ছোৱালীক লগ পায়ো কাৰো লগত প্ৰেমৰ অভিনয় কৰা নাই। বহুতো ছোৱালীয়ে তাক আপোন কৰি ল'বলৈ চেষ্টা কৰি বিফল হৈছে। তেনেস্থলত সি কোনো ছোৱালীক কথা দিও বিয়া নকৰালে বুজিম যে ছোৱালীজনী নিশ্চয় অহংকাৰী হ'ব। তাইৰ অহঙ্কাৰৰ কাৰণেই দিলীপে তাইক পৰিত্যাগ কৰিছে। দিলীপক তুমি মোতকৈ বেচি ওচৰৰ পৰা পোৱা নাই। তুমি জনাখিনি নিজে জনা কথা বুলি মই নাভাবো।

— তোমাৰ যদি ইমানেই বিশ্বাস ভালৰে কথা। মই নিজৰ ভাগিনী বুলি তাইৰ ভৱিষ্যৎ দুখৰ নহওক বুলিহে জনাখিনি তোমালোকক কৈছো। নয়নতৰাই কথা নবঢ়ালে। পৰিণীতাও চিন্তামুক্ত হ'ব পাৰিলে।

পেহীয়েক বাসন্তীয়ে সন্তোষ প্ৰকাশ কৰি ক'লে — জয়ন্ত হেৰাই যোৱা ছোৱালীজনী ভালে আছে বুলি জানি ভাল লাগিছে। ছোৱালীজনী বিপদ সঙ্কুলৰ মাজতো যে সুখত থাকিব পাৰিছে আৰু ইমান ভাল ল'ৰাৰ লগত বিয়া ঠিক হৈছে ভাবিলেই ভাল লাগে। তোমাৰ পৰা আশ্ৰমৰ কথা শুনি নিজ চকুৰে চোৱাৰ আগ্ৰহ হৈছে।

— চাব পেহী, কিয় নাচাব? তালৈ গ'লে আপোনাৰ দুখ, বেদনা পাহৰি যাব। বিয়ালৈনো কেইদিন আছে? মাজতে দুটা দিন। তাৰ পিচতে জোৰোণ আৰু পিচদিনা বিয়া। এতিয়া বিয়াৰ যা-জোগাৰখিনি চাই লওক। মা, মাহী আৰু পেহীহঁতক আ অলঙ্কাৰ, কাপোৰকানিখিনি দেখুওৱা, চাই লওক।

পৰিণীতাই মাহীয়েক আৰু পেহীয়েকক মাতি নি অলঙ্কাৰ কাপোৰ কানি উলিয়াই ভাগে ভাগে দেখুৱালে। তেওঁলোকে পিতিকি পিতিকি চাই সন্তোষ প্ৰকাশ কৰাত পৰিণীতাৰ ভাল লাগিল।

জয়ন্তই জোৰোণ, বিয়াৰ কাৰণে গাড়ীৰ বন্দবস্ত কৰিলে। ফাৰ্ণিচাৰৰ কাৰণেও ট্ৰাক বন্দোবস্ত কৰিলে। বিয়ালৈ যোৱা মানুহৰ হিচাপ, বস্তুৰ হিচাপ সকলোখিনি এবাৰ হিচাপ কৰি ল'লে।

(১৮)

কালিলৈ পাপৰিৰ জোৰোণ। প্ৰতীমহঁতৰ পেণ্ডেলৰ কাম প্ৰায় সম্পূৰ্ণ। যিখিনি বাকী আছে ৰাতিৰ ভিতৰত শেষ কৰিব পাৰিব। বৰুন আৰু বিজনে পেণ্ডেল চাই সন্তুষ্ট হৈছে। এনে এখন ভিতৰৰা গাৱঁত ইমান আকৰ্ষণীয় পেণ্ডেল সজাৰ কথা

ভাৰি দুয়ো ভাই আচৰিত হৈছে। শিল্পী প্ৰতিভাৱে পেণ্ডেল আৰু গেটৰ কাম অবিশ্ৰান্তভাৱে কৰি আছে গুৱাগমণি গাৰ্ডৰ এখাবজন শিক্ষিত যুৱকে আৰু তাৰ সৌন্দৰ্য্যই আকৰ্ষণ কৰিব পাৰিছে পথ যাত্ৰীক। ৰঞ্জন আৰু বিজনৰ বিয়া হৈছিল গুৱাহাটীত। তেওঁলোকৰ বিয়াৰ সময়ত সজা পেণ্ডেল আৰু গেটো যথেষ্ট আকৰ্ষণীয় আছিল। কিন্তু পাপৰিৰ বিয়াৰ পেণ্ডেল আৰু গেটৰ আকৰ্ষণ তাতোকৈ বহুত বেচি। কোনে কয় অসমীয়া ল'ৰা শ্ৰম বিমুখ, শিল্পৰ প্ৰতি প্ৰাণ নাই, প্ৰতিভাহীন বুলি? অব্যৱহৃত বহুত প্ৰতিভাই এতিয়াও বিকাশ নোপোৱাৰ কথা মিছা নহয়। তাৰ কাৰণে দায়ী তেওঁলোক নহয়। দায়ী হ'ল অদূৰদৰ্শিতা। শিক্ষিত হ'লেই শ্ৰম কৰাটো লজ্জাকৰ বুলি ভবা। তাতোকৈ শ্ৰমহীন অৰ্থৰ কাৰণে আশাবাদী হোৱা। পিতৃ-মাতৃৰ আলসুৱা চিন্তা-চৰ্চা। গুৱাগমণিয়ে শিক্ষিত যুৱকক আত্ম বিকাশৰ আদৰ্শ দাঙি ধৰিব পাৰিছে। নিৰাশাত ভোগাসকলক আশাৰ সন্ধান দিছে।

প্ৰতীমহঁতৰ লগত ৰঞ্জন আৰু বিজনে চিনাকী হৈ জানিলে যে সদানন্দ আৰু পাপৰিৰ প্ৰেৰণা পাইছে তেওঁলোকে সংঘবদ্ধ প্ৰচেষ্টাৰে এনেধৰণে কাম কৰিবলৈ সমৰ্থবান হৈছিল।

— উত্তম কাম কৰিছা। ৰঞ্জনেও যুৱক কেইজনক উৎসাহ যোগালে। এই প্ৰেৰণা নেহেৰুৱালে তোমালোকে গুৱাগমণিত সোণৰ খনি বিচাৰি পাবাই। বিদেশী আৰু বহিৰাগতক ভেটা দি খেদাৰ পৰিবৰ্তে নিজে শাৰীৰিক শ্ৰম কৰি সোণ চেকুৰা বোটলা উচিত। 'ৰোম নগৰ এদিনত হোৱা নাছিল।' কথাষাৰ মনত ৰাখিবা। তোমালোকৰ ভৱিষ্যৎ উজ্জ্বল হ'বই।

— আশীৰ্বাদ কৰক দাদা আমি যাতে কৰ্মবিমুখ নহওঁ।

— মোৰ আশীৰ্বাদ সদায় থাকিব। ৰঞ্জনে আমেৰিকাৰো সামান্য আভাস এটা দিলে। চাকৰিৰ অভাৱ অকল আমাৰ ইয়াতে নহয়। পৃথিৱীৰ ভিতৰত চহকী বুলি জনাজাত আমেৰিকাতো চাকৰিৰ অভাৱ হৈছে। অকল উচ্চ শিক্ষাৰে আমেৰিকাতো চাকৰি নাপায়। তাৰ চাকৰি প্ৰতিযোগিতামূলক। তাৰ উৎপাদনৰ গুণ অটুত ৰাখি কাম কৰিব নোৱাৰিলে আৰু উৎপাদন ক'ম হ'লে যিকোনো সময়ত চাকৰি যাব পাৰে। তাত চাকৰিৰ নিৰাপত্তা নিৰ্ভৰ কৰে কৰ্মৰ যোগ্যতাৰ ওপৰত। সেই কাৰণে তাৰ বস্তুৰ সকলোতে নাম আছে। শিক্ষিতসকলেও শাৰীৰিক শ্ৰম কৰিব লাগে। তাৰ কোনো মানুহেই শ্ৰম বিমুখ নহয়। অৱশ্যে তাত শ্ৰম মৰ্য্যাদা এশ শতাংশই দিয়া হয়। দুৰ্ভাগ্য যে আমাৰ ইয়াত শ্ৰমৰ উচিত মূল্য নাপায়।

প্ৰতীমহঁত গৈ কাম কৰাত লাগিল। ৰঞ্জন আৰু বিজনগৈ গেট পালেগৈ। নয়ন খুৰা বাইকত আহি পেণ্ডেলৰ ভিতৰত বাইকখন ৰাখি ঠিয় দিলে। প্ৰতীমহঁতে দেখি নমস্কাৰ জনালে।

খুৰাই কাম চাই সন্তোষ পাই ক'লে — চকুত লগা হৈছে।

— আপোনালোকে ভাল পালে আমিও আনন্দ পাওঁ। প্ৰতীমে উত্তৰ দিলে।

খুৰা গৈ বাৰান্দা পালেগৈ। পাপৰিয়ে দেখা পাই খুৰা আহক বুলি মাতি নি ড্ৰইং

কামত বহুৱালে। সদানন্দ আহিও ৰবাৰ ওচৰতে বহিলহি। ৰঞ্জন আৰু বিজনো গেটৰ পৰা গৈ ড্ৰইং ৰুম পালেগৈ।

সদানন্দই ৰবাৰ লগত চিনাকী কৰি দিলে। এই দুটা আমাৰ ল'ৰা ৰঞ্জন আৰু বিজন। এওঁ থানাৰ অ' চি নয়ন ৰবা।

— আপোনালোকৰ কথা আগতেই জানিছো। এতিয়া দেখা পাই ভাল লাগিল। আহিল কেতিয়া?

— মই কালি পালোহি, ই পৰহিয়েই আহিল। ৰঞ্জনে উত্তৰ দিলে।

— আপোনাৰ বিষয়েও আমি জানিব পাৰিছো। লগ পাই, চিনাকী হ'ব পৰাত বৰ ভাল পালো।

— আপোনালোক আহিব বুলি জানিছিলো। চিনাকী হোৱাৰ কাৰণে আহিলো।

পাপৰিয়ে আহি ক'লে — খুৰা, এইয়া মোৰ ডাঙৰ দাদা আৰু এইয়া সৰু দাদা।

— মই আগতেই চিনাকী হ'লো, মাৰা আৰু বৌৱেৰাইতৰ লগতহে চিনাকী হ'বলৈ আছে।

মই মাতি আনো বুলি পাপৰি ভিতৰলৈ গ'ল। তেওঁলোকে কথা পাতো বুলি সদানন্দও তাৰ পৰা উঠি গ'ল। ৰঞ্জন, বিজন আৰু নয়ন ৰবাৰ মাজত অসম, আমেৰিকা আৰু অষ্ট্ৰেলিয়াৰ কথা বতৰা চলিল। আলোচনাৰ মাজত নিবনুৱা সমস্যাই প্ৰধান স্থান অধিকাৰ কৰিলে। তিনিওজনৰ বিচাৰ বিবেচনাৰ মাজত সকলো ঠাইতে নিবনুৱা সমস্যাৰ কাৰণে শান্তি ভংগ বুলি বিচাৰি পালে। অৱশ্যে অন্যান্য সমস্যাও কম নহয়। তথাপি কৰ্মক্ষেত্ৰ কমি যোৱাৰ কাৰণে নিবনুৱাৰ ভয়াবহ ৰূপ অতিমাত্ৰাত বাঢ়ি গৈছে।

— অসম বা ভাৰততে যে নিবনুৱা সমস্যাই মহামাৰী ৰূপ ধাৰণ কৰিছে এনে নহয়, সমগ্ৰ বিশ্বতে কৰ্ম সংস্থাপন দুৰূহ হৈ পৰিছে। অসমত এতিয়াও সমাধানৰ উপায় বিচাৰি পোৱাৰ থল আছে। তাৰ কাৰণে দেশাত্মবোধৰ প্ৰয়োজন। দেশক ভালপোৱা মানুহৰ অভাৱৰ কাৰণেই অসমত নিবনুৱা সমস্যা বেছি ভয়াবহ হৈ পৰিছে। আমদানীকৃত বিলাসী সামগ্ৰীৰ প্ৰতি আকৰ্ষিত হোৱা কাৰণে থলুৱা সামগ্ৰীৰ মূল্য কমি গৈছে। যান্ত্ৰিক উদ্যোগৰ উৎপাদন সামগ্ৰীয়ে কুটিৰ শিল্পৰ ওপৰত মাথমাৰ সোমাইছে। কৃষিক উদ্যোগৰূপে গঢ়িব নোৱাৰা কাৰণে কৃষকসকলৰ কৃষি কাৰ্য্যৰ প্ৰতি ধাউতি কমি গৈছে। কৃষকসকল পিচ পৰি আছে। কৃষকসকল কৃষিৰ প্ৰতি উদাসীন হোৱাৰ কাৰণে বহিৰাগতৰ পাদুৰ্ভাৱ বাঢ়ি জনসংখ্যা বৃদ্ধি হৈছে। বিদেশী সমস্যাইও কালৰূপ ধাৰণ কৰিছে। আমেৰিকা বা অষ্ট্ৰেলিয়াত যান্ত্ৰিক প্ৰগতি হোৱাৰ কাৰণে, কৃষিকাৰ্যত যন্ত্ৰ সহায় হোৱা কাৰণে শিক্ষিতসকলে কৃষিকাৰ্য বা আন কাম কৰিবলৈ বেয়া নাপায়। কিন্তু আমাৰ ইয়াত প্ৰযুক্তিৰ বিকাশ কম হোৱা কাৰণে শিক্ষিতসকলে শাৰীৰিক শ্ৰম কৰিবলৈ বিৰক্তিবোধ কৰে। কাৰণ বিচাৰিলে বহুত পোৱা যায়। কিন্তু তাৰ সমাধান উলিয়াব পৰা লোকৰ অভাৱৰ কাৰণে সমাধানৰ উপায়

ওলোৱা নাই।

নয়ন বৰাই সদানন্দৰ কাৰ্য্যৰ প্ৰশংসা কৰি ক'লে — আপোনালোকৰ দেউতাই গাৱঁলৈ আহি জীৱনৰ বিয়লি বেলাত এটা মূল্যবান আদৰ্শ দাঙি ধৰিছে। ইয়াৰ শিক্ষিত যুবকসকলেও তেখেতৰ পৰা উৎসাহ পাই নিজে শ্ৰম কৰি কেবাটাও উপাৰ্জনৰ পথ বিচাৰি লোৱা দেখিছো।

ৰঞ্জনেও দেউতাকৰ কামত আনন্দ প্ৰকাশ কৰি ক'লে — ময়ো দেউতাৰ কামত মুগ্ধ হৈছো।

বিজনেও মন্তব্য এটা দিলে — দেউতাই গুৱাহাটীত আৰামত জীৱন কটাব পৰা সুবিধা থকা সত্বেও গাৱঁত আহি এনেদৰে কামত ধৰিছে, মই ভাবিব পৰা নাছিলো। ইয়ালৈ আহি এনে লাগিছে আমি বিদেশলৈ যোৱাৰ প্ৰয়োজন নাছিল। ধৰিত্ৰীয়ে কাৰো কাৰণে কাৰ্পণ্য নকৰে। যি সম্পদ দিছে, তাৰ যোগ্য ব্যৱহাৰ কৰিব পাৰিলে সকলো ঠাইতে ভোগ কৰিব পাৰি।

পাপৰিয়ে সন্ধ্যাৰাণী, পল্লৱী আৰু বিনীতাক মাতি আনি বৰাৰ লগত পৰিচয় কৰালে। চিনাকী হৈ তেওঁলোকৰ লগতো কথাবতৰা পাতি আনন্দ পালে।

— পাপৰি, বিয়াৰ কিমান আগবাঢ়িছে? বৰাই সুধিলে।

— বিয়াৰ চিন্তা এতিয়া মোৰ নহয় খুৰা। মা আছিল, দাদা, বৌহঁত আছিল, দায়িত্ব তেখেতসকলৰ। আগতে পিতা অকলে থকা কাৰণে পিতাক সহায় কৰাৰ প্ৰয়োজন হৈছিল। এতিয়া এখেতসকলে যেনেদৰে পাতে তেনেদৰে হ'ব।

— তুমি এতিয়া কইনা সাজিবলৈহে ব্যস্ত নহয়?

পাপৰিৰ লাজ লাগিল। আপুনি যি ভাবে।

— সঁচা কথা আমি এজনী বৰ ভাল ভনী পাইছো। আমাৰ অভাব পূৰাই এওঁ দেউতাৰ সম্পূৰ্ণ দায়িত্ব ল'লে। ৰঞ্জনে পাপৰিৰ শলাগ ল'লে।

— ময়ো আপোনালোকৰ দৰে দাদা, বৌ আৰু মাক পাই ভাগ্যৱতী বুলি ভাবিছো।

— বৰা ডাঙৰীয়া আপুনিয়েই কওকচোন কাৰ ভাগ্য বেছি ভাল? পল্লৱীয়ে নয়ন বৰাৰ মতামত বিচাৰিলে।

— মোৰ বিচাৰত ময়ে আজি বেছি ভাগ্যবান। বৰাই মতামত জনালে।

— কেনেকৈ?

— পুলিচৰ চাকৰি কৰি আপোনালোকৰ পৰিয়ালৰ লগত সৌহাৰ্দ্যপূৰ্ণ ভাবে মিলিব পাৰিছো।

— ধন্যবাদ মিষ্টাৰ বৰা। ৰঞ্জনে ক'লে।

— ধন্যবাদ কিয় দিলে? মই ভুল কৈছো নেকি?

— ভুল কোৱা নাই। পুলিচ বুলি কোৱাত ভাবিছো, পুলিচ আন মানুহতকৈ বেলেগ নেকি?

— মানুহৰ পুলিচৰ প্ৰতি থকা ধাৰণাৰ কথা ভাবি কৈছো। মই নিজে

বেলেগ বুলি নাভাবো।

— সেয়েই যথেষ্ট। সকলো মানুহৰ চিন্তা একে নহয়। সকলোৱে সকলোৰে লগত মিলিব নোৱাৰে।

চম্পাই ৰবা, ৰঞ্জন আৰু বিজনক ভিতৰলৈ মাতি নিলে। ৰবাই প্ৰথমতে আপত্তি কৰিছিল, ৰঞ্জনে জোৰ কৰি ধৰাত গ'ল।

দুখন গাড়ী আহি গেট পালেহি। পল্লবী বাৰান্দালৈ ওলাই গ'ল। সন্ধ্যাৰাণী আৰু বিনীতাও পিচতে গ'ল। জয়ন্ত গাড়ীৰ পৰা নামি আগবাঢ়ি গ'ল। জয়ন্তৰ পিচতে বাকী কেইজনো যাব ধৰিলে। জয়ন্তক পল্লবীয়ে আগতে লগ পোৱা কাৰণে চিনি পোৱাত অসুবিধা নহ'ল।

— পালাহি জয়ন্ত?

— হয় বৌ পাইছোহি। বাৰান্দাতে জয়ন্তই সকলোকে চিনাকী কৰাই দিলে। ৰবিৰাম আৰু আঘোনাক মাতি জয়ন্তই গাড়ীৰ বস্তুবোৰ ৰখাৰ কাৰণে ক'লে। সিহঁতে গাড়ীৰ লগত অহা মানুহ দুটাৰ সৈতে বস্তুবোৰ নি ৰুম এটাত থ'লেগৈ।

বিনীতাই তেওঁলোকক মাতি নি ড্ৰইং ৰুমত বহুৱালে। জয়ন্তহঁত অহাৰ খবৰ পাই সদানন্দও আহি ড্ৰইং ৰুম পালে। জয়ন্তই চিনাকী কৰি দিলে। ৰঞ্জন, বিজন আৰু ৰবাও আহি পোৱাত তেওঁলোকৰ লগতো চিনাকী কৰি দিয়া হ'ল। ৰবা বিদায়লৈ গ'লগৈ। প্ৰতীম আহি ৰঞ্জনক বাহিৰলৈ মাতি নিলে।

— কোৱা কিয় মাতিছিলা?

— আজিৰ পৰাই আলহী হ'ব বুলি জানো। তাৰ কাৰণে ল'ৰা দুজন ৰন্ধাবঢ়াৰ বাবে আনিছো। ইমান মানুহক ভিতৰতে ৰান্ধিবাঢ়ি খুওৱা অসুবিধা নহ'ব জানো?

— হ'ব অসুবিধা। তোমালোকক আজিৰ পৰা লাগে বুলি কৈছিলা নেকি?

— কোৱা নাই যদিও মই জানো। বাচন, গেছ, ষ্টোভ সকলো বস্তু আনি আছে। বিচিপ্চনৰ দায়িত্ব লৈছো যেতিয়া, চিন্তা আমাৰ। আপোনাক সোধাৰ কাৰণ হ'ল ল'ৰাহঁতে এতিয়াৰে পৰা কৰিবনে ৰাতিৰ পৰা কৰিব?

— ৰ'বা বুলি ৰঞ্জন ভিতৰলৈ গৈ পল্লবীৰ লগত আলোচনা কৰি আহি ক'লেহি এতিয়াৰ পৰা নালাগে, ৰাতিৰ পৰা কৰিব।

— হ'ব দাদা বুলি প্ৰতীম গ'ল। ৰঞ্জনে ভাবিলে কি দায়িত্বশীল ল'ৰা? কথাটো আমি চিন্তাই কৰা নাছিলো।

জয়ন্ত, বিজিত আৰু অভিজিত বাৰান্দালৈ ওলাই গ'ল।

প্ৰকাণ্ড পেণ্ডেল সাজিছে। বিজিত আৰু অভিজিতে ক'লে, সজাইছেও চকুত লগাকৈ। জয়ন্তই ক'লে — পাপৰিৰ বিয়া ইমান জাক জমককৈ ঘৰত পাতিব নোৱাৰো।

— পেণ্ডেল, গেট ল'ৰাহঁতে নিজৰ ইচ্ছাৰে সজাইছে। ৰঞ্জনে ক'লে।

— দাদা, ইমান ডাঙৰ আৰু ইমান চকু যোৰা পেণ্ডেল গেট সজাই পাপৰিৰ

বিয়া পতাৰ সামৰ্থ মোৰ নাই। জয়ন্তই মনৰ কথা ব্যক্ত কৰিলে।

— কিমান খৰছ পৰিব পাৰে? বঞ্জনে সুধিলে।

— পেণ্ডেল আৰু গেটৰ খৰছ কমেও পয়ত্ৰিশ হাজাৰ হ'ব। বন্ধাবঢ়া, খুওৱা, বাচন বৰ্ত্তন, গেছ, লাইট, ফেন আদি হিচাপ কৰিলে পঞ্চাশ হাজাৰৰ বেচি হ'ব বুলি ভাবো। জয়ন্তই মনতে হিচাপ কৰি ক'লে।

— ঠিকেই হিচাপ কৰিছো দাদা, বিজিতে সমৰ্থন কৰিলে।

— ইয়াত আমাৰ খৰছ দহ হাজাৰো নহয়।

— ইমান কমত কেনেকৈ কৰিব পাৰি? অভিজিতে আশ্বৰ্য্য প্ৰকাশ কৰিলে।

— আমি মাত্ৰ লেবাৰ খৰছখিনিহে দিব লাগিব। তাতকৈ বেচি একো নলয়। সৌৰা চোৱা ঠেলাত কি বস্তু আনিছে।

— কি আনিছে দাদা? জয়ন্তই সুধিলে।

— তোমালোকক খুৱাবলৈ বন্ধাৰ যোগাৰ। এই যোগাৰৰ কথাও আমি কোৱা নাই। তেওঁলোকে নিজে আনিছে।

আজিৰ দিনটো এনেদৰে সহায় কৰা মানুহ আছে? অভিজিত আচৰিত হ'ল। বিজিতে মনতে ভাবিলে, ইয়াৰ মানুহ ইমান উদাৰ?

— আনৰ কাৰণে এওঁলোকে কৰেনে নকৰে নাজানো পাপৰিৰ বিয়াৰ কাৰণে কৰিছে। বঞ্জনে ক'লে।

— দাদা, পাপৰিক এওঁলোকে ইমান ভাল পায়? জয়ন্তই সুধিলে।

— নাপালে জানো এনেদৰে সহায় কৰে? এওঁলোকে এটা পইছাও ল'বলৈ সন্মত নাছিল। দেউতাই জোৰ কৰিহে লেবাৰ খৰছখিনি ল'বলৈ মান্তি কৰাইছে।

— মই এতিয়াহে বুজিছো পাপৰি ঘৰত বিয়া হ'বলৈ সন্মত নোহোৱাৰ কাৰণ। ইমান মৰম তাই কেনেকৈ নেওচিব পাৰে? জয়ন্তৰ মনৰ ভাব প্ৰকাশ কৰিলে।

— সঁচা জয়ন্ত তোমাৰ লগতে আমিও ভাগ্যবান। পাপৰিৰ দৰে ভনী পাইছো। বঞ্জনে পাপৰিৰ প্ৰশংসা কৰিলে।

বন্দিতা কোন সময়ত আহি তেওঁলোকৰ কথা শুনি আছিল কোনেও গম পোৱা নাই। পাপৰিৰ প্ৰশংসা শুনি ঈৰ্ষাত জ্বলিব ধৰিলে। ঈৰ্ষা আগৰে পৰাই আছিল, কথাখিনিয়ে জ্বলন বেচি কৰিলে। তাই শান্তি নোপোৱা হ'ল। বিজিত আৰু অভিজিতৰ লগত আজিয়েই উভতি যোৱাৰ কথা ভাবিলে। মাকে জানো তেনেদৰে যাবলৈ দিব?

পাপৰি আহি জয়ন্তইতক ভিতৰলৈ মাতি নিলে।

— বলক দাদা, জয়ন্তই বঞ্জনকো লগতে মাতি নিলে। আটাইকেইজনেই ভিতৰলৈ আগবাঢ়িল। বঞ্জনে বন্দিতাৰ মুখলৈ চালে। ছোৱালীজনীৰ মুখত কমনীয়তা নাই। ইয়াত থাকি তাই যেন ভালপোৱা নাই। নকল স্মাৰ্টনেচ ফুটি উঠিছে ঘনচিৰিকাৰ চৰাইৰ দৰে। ইমান ধুনীয়া ছোৱালীজনীৰ মুখত হাঁহি নাই কিয়? পাপৰিৰ মাহীয়েকৰ

ছোৱালী বুলি পৰিচয় পাইছে। কিন্তু পাপৰিৰ দৰে সাদৰি নহয়। অহমীকাৰ অলংকাৰো দেখা পালে। বন্দিতাৰ চিন্তা সামৰি থ'লে। লাভ কি?

পল্লবী আৰু বিনীতাই আগ্ৰহ কৰাত পৰিণীতাই কইনাৰ কাপোৰ কানি আ-অলঙ্কাৰ এপদ এপদকৈ দেখুৱালে। জয়ন্তী, চম্পা আৰু পাপৰিও কাষ চাপি গ'ল। পল্লবীয়ে পাপৰিৰ গাত এখন এখনকৈ কাপোৰ দি পৰীক্ষা কৰি চালে। অলঙ্কাৰ পাতিও পিন্ধাই চালে। পাপৰি লাজত তলমূৰ কৰি ৰ'ল।

— আজিৰ ছোৱালীয়েও লাজ কৰেনে? বিনীতাই পাপৰিৰ লাজ আঁতৰোৱাৰ কাৰণে ক'লে। কইনাৰ বস্তু সকলোৰে ভাল পালে।

(১৯)

ভোৰ তালৰ শব্দে বিয়াঘৰীয়াসকলক শয্যা ত্যাগৰ জাননী দিলে। সদানন্দৰ লগত প্ৰাঞ্জল প্ৰাতঃভ্ৰমণত ওলাই গৈ সোণগঙ্গাৰ পাৰ পালেগৈ। শিমলু গছৰ ফুলৰ শৰাই, মদাৰ গছত জুই, বকুলৰ উগ্ৰ সৌৰভ, চম্পা, কৃষ্ণচূড়া আৰু নাম নজনা অলেখ ফুলৰ মেলা দেখা পাই প্ৰাঞ্জল মুগ্ধ হ'ল। বিহঙ্গৰ সুমধুৰ গীতত মন প্ৰাণ শাঁত পৰিল। মলয়াৰ শীতল পৰশে নিজক পবিত্ৰ কৰা যেন লাগিল।

এইয়াই সোণগঙ্গা। এই গঙ্গাৰ পাৰতেই বসুমতীৰ কোলাৰপৰা বন্তবজ্জিত পাপৰি উদ্ধাৰ হৈছিল। গঙ্গাৰ গৰ্ভত আশ্ৰয় পাইছিল সন্তান সম্ভৱা চম্পাই। সদানন্দই প্ৰাঞ্জলক হেৰোৱা অতীতৰ কথা স্মৰণ কৰালে। প্ৰাঞ্জলে সেমেকি উঠা চকুদুটা ৰুমালৰে মচি ল'লে।

'ফাগুনৰে পচোৱাই আচলকে উৰুৱাই'।

প্ৰাতঃসতে আচল উৰুৱাই দিয়া পচোৱা নাই, আছে পুৱাৰ মলয় সমীৰণ। মলয় সমীৰণৰ পৰশত শৰীৰ শীতল পৰাত দুয়ো গৃহমুখী হ'ল।

সন্ধ্যাবাগীয়ে পৰিণীতা, নয়নতৰা আৰু বাসন্তীক লগতলৈ শীতল পৰশৰ আশাত সোণগঙ্গাৰ পাৰ পালেগৈ। তেওঁলোকো আপোন পাহৰা হৈ পৰিছে। সেউজী কননীৰ মাজত কুসুম সজ্জা চাই চাই বিভোল হৈছে। সোণগঙ্গাৰ পবিত্ৰ জলধাৰাত বিচাৰি পাইছে প্ৰকৃতিৰ দাপোন।

পেণ্ডেলৰ চকিত এজন এজনকৈ শাৰীপাতি বহিলহি পুৱাৰ একাপ চাহৰ আশাত। দুজনে আহি পৰিবেশন কৰিলে একোকাপ ধোঁৱা উৰি থকা গৰম চাহ। নিশাৰ অৱসাদ আঁতৰি গ'ল। সকলো গৈ জোৰোণৰ কামত ব্যস্ত হ'ল। বন্তা শূন্য নহ'ল। পাপৰিৰ লগত বাসুদেৱ, যোগমায়া, দীপাঙ্কৰহঁত বহিলে। বন্দিতা ক'ত আছে নাজানে। ডম্বৰুহঁতে ৰন্ধনশালাত ৰন্ধনৰ কাৰণে ব্যস্ত হ'ল। দুপৰীয়া বাৰ বজাত জোৰোণ পাবহি।

পাৰ্ৰ পৰা ডেকা গাভৰুৰ লানি নিছিঙা আগমন হ'ল। তেওঁলোকো আহি কামত ব্যস্ত হৈ পৰিল। আম পাত আৰু ফুলৰ মালাৰে সজাই তোলা হ'ল সমস্ত

ঘৰ আৰু পেগুেল। সোণত সুৰগা চৰোৱাকৈ জিলিকি উঠিল মাঙ্গলিক জোৰোণ থলি।

দিলীপ শৰ্মাৰ ঘৰতো কাৰো আহৰি নাই। টেপত বাজিছে বিয়ানামৰ কেচেট। মাজে মাজে উৰুলি ধ্বনি। আয়তীসকলে কষ্ট কৰি গোবাৰ প্ৰয়োজন নাই। চিৰাচৰিত প্ৰথা বুলি বয়সস্থ মহিলাসকলে মাজে সময়ে দুই এটা বিয়া গীত গাই আৰু উৰুলি দিয়ে। সময়ৰ পৰিবৰ্ত্তন হয়। অতীতে বিদায় লয়। নতুনক আদৰি লোৱা হয়। বহুতে অতীতক স্মৰণ কৰি বিষাদৰ হুমুনীয়াহ কাঢ়ে। বহুতে গমকে নাপায়। ইতিহাসে ধৰি ৰাখে অতীত গৌৰৱ। বয়সস্থ সকলৰো সীমিত সকলেহে পূৰ্বৰ কিছু নিয়ম মানি চলাৰ প্ৰয়াস কৰে। ধুতি, পাঞ্জাবী, চাদৰ পৰিধান কৰা কেইজন গৈ সমাজ এখন পাতি বহে। জোৰোণৰ নিয়ম পালন কৰে। আজিও দিলীপৰ বিয়াৰ জোৰোণৰ কাৰণে সাজু হৈছে। পদূলিত গাড়ী শাৰী পাতি ৰখা হৈছে। অভ্যাগতসকলক আপ্যায়ন কৰা হৈছে।

মহিলাসকলেও নিজ নিজ ৰুচীৰে কাপোৰ, অলঙ্কাৰ, প্ৰসাধনৰে সাজি কাচি সাজু হৈছে। অনিমেষ শৰ্মা যা জোগাৰ কৰাত ব্যস্ত। প্ৰণীতা দেৱীয়ে ভায়েকক সকলো বস্তু যাতনাই লোৱাত সহায় কৰিছে। কোনো বস্তু যাতে থাকি নাযায় তাৰ কাৰণে অনিমেষে পৰীক্ষা কৰি চাইছে।

দিলীপৰ সাজোন কাচোনৰ প্ৰয়োজন আজি নাই। কামকাজ তদাৰক কৰাত ব্যস্ত। মাজে মাজে ঘড়ীত সময়টো চাই লয়। যাত্ৰাকাল ওচৰ পোৱাৰ লগে লগে জোৰোণ, যাত্ৰীসকলক গাড়ীত বহিবলৈ অনুৰোধ কৰিছে। যাত্ৰীসকলেও উলাহতে গৈ একোটা চিট্ দখল কৰি বহিছে। সৰ্বশেষত অনিমেষ গৈ গাড়ীত বহিল। মহিলাসকলে মঙ্গল উৰুলিৰে যাত্ৰাৰ সঙ্কেত দিলে। ঠিক এঘাৰ বাজি দহ মিনিট যোৱাৰ লগে লগে সমদলৰ দৰে গাড়ী আগবাঢ়িল। দুজন বন্ধুৰ সৈতে দিলীপেও চাই ৰ'ল।

দহ বজাত জয়ন্তহঁতৰ ঘৰৰ পৰা যোৱা গাড়ী তিনিখনো গৈ সদানন্দৰ পদুলিত ৰ'লগৈ। তাৰ পিচতে গৈ ৰ'ল আৰু এখন মাৰুতি কাৰ। মাৰুতি কাৰখনত চাৰিজনী পাপৰিৰ প্ৰিয় বান্ধৱী বেলেগে গৈছে। তেওঁলোকৰ কাৰণে আজিৰ দিনটো বিশেষ গুৰুত্বপূৰ্ণ। দীৰ্ঘদিনৰ পিচত প্ৰিয় বান্ধৱীৰ লগত শুভ মিলনৰ দিন। এনে এটা শুভদিনৰ কাৰণে প্ৰতিগৰাকী যুৱতীয়েই আকুল আগ্ৰহেৰে বাট চাই আছে। নিজু, বিজু, ৰিজু আৰু জয়া নামকেইটা তেওঁলোকৰ আচল নাম নহয়, নিজে দি লোৱা নাম। পাপৰিৰো তেওঁলোকৰ লগত মিলাই লোৱা নাম এটা আছে, জবা। পাপৰিৰ জবা নামটো অ-ব্যৱহৃত। সকলোৰে ওচৰত পাপৰি নামেৰেই জনাজাত।

গেটৰ ওচৰ পাই বিজুহঁত থমকি ৰ'ব লগা হ'ল। তেওঁলোকে জানে পাপৰিৰ বিয়া আশ্ৰমত হ'ব। গেট আৰু পেণ্ডেল চাই আশ্ৰম যেন লগা নাই। ভুল কৰা নাইতো? ভুল কেনেকৈ হ'ব? আগত অহা গাড়ী কেইখন ইয়াতে আছে।

— সঁচাই ভাই পাপৰিৰ ভাগ্য বুলিব লাগিব। বিজুৱেই ক'লে। পেণ্ডেলত জয়ন্তক দেখা পাই নিশ্চিত হ'ল, ভুল হোৱা নাই। জয়ন্তই তেওঁলোকক মাতি নি

পাপৰিৰ ওচৰ পোৱালে। আটাইকেইজনীয়ে প্ৰায় চিঞৰিলে পাপৰি পাপৰি বুলি।

— আহ বহহি বুলি পাপৰিয়ে বহিবলৈ দিলে। তহঁত আহিবি বুলি মই জানো।

— কেনেকৈ জানিলি?

— দাদাই কৈছে।

— তোৰ বিয়ালৈ নহাকৈ থাকিব পাৰোনে?

— তোক আজি কিমান দিনৰ মূৰত লগ পাইছো। তইয়ে এনেদৰে ইয়াত আছহি, আমালৈ তোৰ মনত নপৰেনে?

— ভাগ্যৰ ওপৰত মোৰ হাত নাই অ' জয়া। আজি ইয়াত থকাৰ বিষয়ে তহঁতে মোক একো নুসুধিবি। মই পিচত ক'ম। তহঁতক নকৈ কাৰ আগত ক'ম। আজি ক'বলৈ মই অপাৰগ। পাপৰিয়ে আগতীয়াকৈ সিহঁতৰ প্ৰশ্নৰ পৰা অব্যাহতি বিচাৰিলে।

— তোৰ অন্তৰত দুখ দিয়াৰ ইচ্ছা আমাৰ নাই। তোক লগ পাইছো এয়েই বহুত। এইয়াই আমাৰ ভাগ্য।

বন্দিতাও আহি তাতে বহিলহি। আজি তাই কিছু সলনি হৈছে। ফুলাম পাটৰ চেট্ আৰু নিয়মীয়া প্ৰসাধনে তাইৰ অপূৰ্ব ৰূপটো তুলি ধৰিছে। তাইৰ ওচৰত বিজু, ৰিজুহঁতৰ সৌন্দৰ্য্য ম্লান পৰিছে। সৌন্দৰ্য্যৰ অধিকাৰিণী বুলি বন্দিতাক তেওঁলোকে জানে। আগৰে পৰাই চিনি পায়।

— আপোনালোক এতিয়া পালেহি?

— এইমাত্ৰ পালোহি, তুমি কেতিয়া আহিলা?

— মই কালিয়েই আহিলো।

— তহঁত বহ বুলি পাপৰি গ'ল। মাকক বিজুহঁত অহাৰ খবৰটো দি পল্লবী আৰু বিনীতাক মাতি আনিলে। বান্ধবী সকলৰ লগত পৰিচয় কৰি দিলে।

পল্লবীহঁতে বিজুহঁতৰ লগত কথা বতৰা পাতিলে।

— তোমালোকে আহি আমাক বিশেষ কাম এটাৰ পৰা উদ্ধাৰ কৰিলা?

— কি বিশেষ কাম বৌ?

— কইনা সজোৱা। জোৰোণ বাৰ বজাত পাবহি। তাৰ আগতে সজাব লাগিব।

— চিন্তা নাই বৌ। চাৰিওজনীয়ে মিলি তৎক্ষণাৎ মেকআপ কমপ্লিট কৰি দিম।

— আগতে খাই লোৱা। তোমালোক বহা বুলি পল্লবী আৰু বিনীতা আঁতৰি গ'ল। পাপৰি আহি বান্ধবী কেইজনীক খুৱাবলৈ মাতি নিলে। বন্দিতাও লগতে গ'ল। নিঃসঙ্গতাই তাইক আমনি কৰিছে। সঙ্গ বিচাৰি পাই মনটো ভাল লাগিছে। প্ৰতীমহঁতে বন্দিতাক আজি নতুন ৰূপত দেখা পালে যদিও তাইৰ ওপৰত গুৰুত্ব দিয়া নাই।

পাপৰিয়ে বান্ধৱীহঁতৰ লগত পৰিচয় কৰাই দিলে। এওঁলোক মোৰ বান্ধৱী প্ৰতীম।

— আপোনাৰ বান্ধৱী যেতিয়া আমাৰ বাইদেউ। আগতে এজনী আছিল, এতিয়া পাঁচজনী হ'ল। আপোনালোকৰ লগত পৰিচয় হৈ নিজকে ধন্য মানিছো। ৰাজীৱে ক'লে।

— কিয় তেনেকৈ কলা? বিজুৱে সুধিলে।

— পাপৰি বাইদেউ আমাৰ মৰমৰ বাইদেউ। সেই মৰম আমি আপোনালোকৰ পৰাও পাম বাবে।

— তোমালোকে কাৰ কৰিবও জানা?

— বগৰ নহয় সঁচা কথা কৈছো। বাইদেউৰ বিয়াত কাম কৰি আমাৰ ভাগৰো নালাগে।

— তোমালোকক লগ পাই আমিও ধন্য হ'লো। আমাক এতিয়া খুউব্ৰাখিনিবে নহ'ব কিন্তু। পিচত আৰু খুৱাব লাগিব। এতিয়া যাওঁ, কইনা সজাব লাগে। পিচত কথা পাতিম। বিজুহঁত তাৰ পৰা গৈ কইনা সজোৱাত লাগিল। ল'ৰাকেইটাই তেনেদৰে কিয় কৈছে পাপৰিক সুধিলে।

— সিহঁতে মোক নিজৰ বাইদেউ বুলি ভাবে। পেণ্ডেল, গেট, বিচিপ্চন সিহঁতে পইচা নোলোৱাকৈ কৰিছে। জোৰ কৰিহে লেবাৰ খৰছ ল'বলৈ সন্মত কৰাইছো। বৰ ভাল ল'ৰা। তহঁতে কথাপাতি ভালেই পাবি। আটাইকেইটা শিক্ষিত বি এ পাছ, বি এছ চি পাছ্।

— হয়? আচৰিত। জয়াই ক'লে।

— কি কৰিব? চাকৰি ক'ত? আৰ্থিকতো দুৰ্বল। সেই কাৰণে কেবাজনো মিলি ভাকে কৰিছে।

কেউজনী কইনা সজোৱাত লাগিল। বন্দিতাৰ এতিয়াহে লাজ লাজ লাগিছে। ইমান শিক্ষিত ল'ৰাকেইজনক তাই সাধাৰণ লেবাৰ বুলি ভাবিছিল। সিহঁতক তাই যোগ্য সন্মান দিব পৰা নাই। মনৰ ভাব প্ৰকাশ নকৰিলে।

বজনে ঘড়ী চালে। বাৰ বাজিছে। জোৰোণ আহি পোৱাৰ সময় হৈছে। বৰ্ষাবত্যাৰ খবৰ কৰি কইনা সজোৱা চাবলৈ গ'ল। বিজন আৰু জয়ন্ত পেণ্ডেলত আছে। আমন্ত্ৰিত সকলক বৰৱাই খা খবৰ লৈছে।

পাপৰিক সজোৱা চাই বজন মুগ্ধ হ'ল। বজনে প্ৰশংসা কৰিলে। বঢ়িয়া সজাইছা। বজনৰ মাত শুনি পাপৰিয়ে মূৰ তুলি চালে। মিচিক কৰে হাঁহি ক'লে — ডাঙৰ দাদা, এওঁলোক মোৰ বান্ধৱী। বিজুহঁতে নমস্কাৰ কৰিলে। বজনেও প্ৰতি নমস্কাৰ যাচিলে।

— ডাঙৰ দাদাইত আমেৰিকাত থাকে। সৰু দাদাইত থাকে অষ্ট্ৰেলিয়াত। ডাঙৰ দাদাইত পৰহি আহিছে। সৰু দাদাইত তাৰ আগনিজা আহিছে। দাদা, সৰু দাদাক ইয়ালৈ পঠাই দিব। ইহঁতৰ লগত চিনাকি কৰি দিম।

— তোমালোকৰ লগত চিনাকি হৈ মোৰ ভাল লাগিল। কথা পিচত পাতিম বুলি বঞ্জন গ'ল।

— দাদাহঁত এজন আমেৰিকাত থাকে, আনজন অষ্ট্ৰেলিয়াত থাকে, একো বুজি পোৱা নাই অ' পাপৰি? ৰিজুৱে সুধিলে।

— পাবি বুজি, এতিয়া ধৈৰ্য্য ধৰি থাক। তেনেতে বিজন আহি ওলাল।

— মোক মাতিছিলা পাপৰি?

— দাদা, ইহঁত মোৰ বান্ধৱী হয়। আপোনাৰ লগত চিনাকি কৰি দিবলৈ মাতিছিলো। নমস্কাৰ বিনিময়ৰ অন্তত বিজনে ক'লে — চিনাকি হৈ ভাল লাগিল। তোমালোকে পাপৰিক চিনিব নোৱাৰাকৈ সজাইছা।

— কিনো সজাম দাদা, কিবা আঁক বাঁক কৰি দিছো। বান্ধৱী হৈ তাকে নকৰিনো কৰিম কি? জয়াই ক'লে।

— আঁক বাঁক নহয় সুন্দৰ হৈছে। তোমালোকৰ আৰ্টৰ জ্ঞান দেখি মোৰ ভাল লাগিছে। এতিয়া যাওঁ, পিচত কথা পাতিম। জোৰোণ আহি পোৱাৰ সময় হৈছে। বিজন গ'লগৈ।

— তোৰ দাদা বৌহঁতক বৰ ভাল লাগিল। মুঠেই ভেম নাই।

— শিক্ষিত মানুহৰ ভেম নাথাকে ৰিজু। তেওঁলোক উচ্চ শিক্ষিত। ডাঙৰ দাদাই ৰিচাৰ্চ কৰে, ফিজিক্সত এম এছ ছি। সৰু দাদা এগ্ৰিত এম এছ ছি। অষ্ট্ৰেলিয়াৰ ডাঙৰ ফাৰ্মৰ ডাঙৰ পোষ্টত আছে। ডাঙৰ বৌ এম এ। বৌৱেও ভাল চাকৰি কৰে। সৰু বৌও এম এ। সৰু বৌৱেও ভাল চাকৰি কৰে। কিয় ভাল নহ'ব?

— তইযে ইমান ডাঙৰ মানুহৰ ভনী হ'বহি পাৰিছ, তোৰ ভাগ্যক ভাগ্য বুলিয়েই ক'ব লাগিব। জয়াই মন্তব্য দিলে।

— জগৎ নিয়ন্ত্ৰক এজন আছে। তেওঁ যি পথে নিয়ে যাবই লাগিব। গত্যন্তৰ নাই।

বাহিৰত উৰুলি শুনা গ'ল। জোৰোণ পালেহি। বাৰ বাজি দহ মিনিট গৈছে। ঠিক সময়তে পাইছেহি। জোৰোণ যাত্ৰী সকলক আদৰি আনি বহুৱা হ'ল। বন্দিতাৰ লক্ষ্য হ'ল জ্যোৎস্না। তাই কইনাৰ কাষৰ পৰা উঠি গৈ পেণ্ডেল পালেগৈ। জ্যোৎস্নাক লগ পাই বন্দিতাই একাষৰীয়াকৈ মাতি নি অন্তহীন কথা পাতিলে। যথাৰীতি জোৰোণ পিন্ধাই সমাজত সেৱা কৰাই পাপৰিক বিয়াৰ কাৰণে সাজু কৰা হ'ল। আপ্যায়নবো ত্ৰুটি নহ'ল। জোৰোণৰ সকলো কাৰ্য্য সমাপন হোৱাত জোৰোণ যাত্ৰীয়ে বিদায় ল'লে। কইনা পক্ষৰ নিমন্ত্ৰিত সকলেও বিদায় ল'লে। ৰভাৰ তল কাঁহ পৰি জীন গ'ল।

পিচদিনা অহাৰ প্ৰতিশ্ৰুতি দি ৰিজুহঁতেও বিদায় ল'লে। বন্দিতা পুনৰ অকলশৰীয়া হ'ল। সঙ্গ সকলোৰে প্ৰয়োজন। বন্দিতাৰো প্ৰয়োজন। তাই উপায় চিন্তা কৰি পাপৰিৰ কাষ চাপিল।

— বাইদেউ তুমি মোক সহায় কৰিবা?

— কি সহায়?

বন্দিতাই আগদিনা প্ৰতীমহঁতৰ ওচৰত কৰা অশোভনীয় ব্যৱহাৰৰ কথা পাপৰিৰ আগত ক'লে। তাইৰযে ভুল হৈছে তাকো ক'লে। মই এতিয়া কি কৰো? ল'ৰাকেইজনে মোক বেয়া পোৱা কাৰণে মই অনুতপ্ত। তোমাৰ ওচৰতো মই দোষ কৰিছো। মই দোষ মুক্ত হ'ব নোৱাৰিলে শান্তি নাপাম।

— মোৰ ওচৰত কি দোষ কৰিলা? মইতো একো দোষ বিচাৰি পোৱা নাই?

— তোমাৰ লগত কালিৰে পৰা এষাৰো কথা পতা নাই। মই আঁতৰি ফুৰিছো। এইয়া জানো মোৰ দোষ নহয়?

— আঁকৰি ক'ৰবাৰ। সেইয়াও দোষৰ কথা হ'ল নেকি? সকলোৱে জানো প্ৰাণ খুলি কথা ক'ব পাৰে? মোৰ ওচৰত তুমি একো দোষ কৰা নাই। মিছাতে নিজক দোষী কৰিছা। বাৰু হ'ব তোমাৰ সকলো সমস্যা সমাধান হ'ব। ব'লা মোৰ লগত।

পাপৰিৰ লগত বন্দিতা গৈ ৰভাৰ তল পালেগৈ। প্ৰতীমহঁতে বহি গল্প কৰি আছিল। পাপৰিহঁত গৈ ওচৰতে বহিল।

— বাইদেউ, আজি আপোনাক বৰ ধুনীয়া লাগিছে।

— আনদিনা ধুনীয়া নালাগে নেকি?

— আপুনি সদায় ধুনীয়া। আজি কইনাৰ ৰূপত সোণত সুৱগা চৰোৱা হোৱা যেনহে কৈছো।

— হ'ব দিয়া, তুমি আনাজনী মোতকৈও ধুনীয়া পাবা। এতিয়া কিয় আহিছো তাকে সোধা আক'?

— কওক, আপোনাক সুধিব লগা কাৰণ বিচাৰি পোৱা নাই।

— এইজনী, মাহীৰ ছোৱালী মোৰ ভনী। তোমালোক যিদৰে ভাই, তেনেদৰে তাই ভনী। নাম বন্দিতা শৰ্মা। ইয়ালৈ আহি অকলশৰীয়া হৈ পৰিছে। চিনাকি কোনো নাই। আচহুৱা ঠাই কাক কি ক'ব লাগে একো উৱাদিহ নাপাই বিমোৰত পৰিছে। তোমালোকক মুখ খুলি কথা ক'ব পৰা নাই। তাইৰ ব্যৱহাৰত তোমালোকে বেয়া নাপাবা। কালিৰ পৰা মোকো একো ক'ব পৰা নাই। তোমালোকৰ লগত তাইক চিনাকি কৰি দিবলৈ আনিছো। তোমালোকে তাইক নিজৰ ভনীৰ দৰে ল'বা।

— আপুনি কৈছে কি বাইদেউ? আপোনাৰ ভনী হ'লে আমাৰ ভনী নোহোৱাকৈ থাকিব পাৰেনে? অৱশ্যে ছোৱালী মানুহৰ লগত আগতে কথা ক'ব নোৱাৰি। নিজে আগতে নক'লে আমিও ক'ব নোৱাৰো। কেনেবাকৈ জগৰ লাগিলে নাক কটা যাব।

— শুনিলা, তুমি আগতে একো নক'লে তেওঁলোকেও নকয়।

বন্দিতাই প্ৰথম কথা ক'ব লগা হ'ল। কি ক'ব কথা বিচাৰি পোৱা নাই। কিছুসময় চুপহৈ ৰ'ল। তাৰ পিচত ক'লে।

— মই আপোনালোকক মোৰ দাদা হিচাপে ল'লো। আপোনালোকেও মোক ভনী হিচাপে ল'ব বুলি আশা কৰিলো। কালি মোৰ মনটো বেয়া লাগি আছিল।

মোক যদি কিবা কাৰণত বেয়া পাইছে পাহৰি যাব।

— শুড়, এইয়াহে ভাল ছোৱালীৰ কথা। তুমি ধুনীয়া, মুখত হাঁহি ফুটিলে তাতোকৈ ধুনীয়া লাগিব। মই মিছা কৈছো বাইদেউ?

প্ৰতীমৰ কথাত বন্দিতাৰ হাঁহি উঠিল। তাই পাপৰিক কোৱাৰ সুযোগ নিদি নিজেই ক'লে — আপুনি শিল্পী। আপুনি সৌন্দৰ্য্য সৃষ্টি কৰিব জানে। মই শিল্পী নহওঁ কাৰণে সৌন্দৰ্য্য বুজি নাপাওঁ।

— আৰু ক'বা?

— এই বভাৰ আৰু গেটৰ কল্পনা কাৰ?

— তুমি শিল্পী নহয় বুলি কিয় ক'লা? তোমাৰ কথাত আৰ্ট আছে।

— কি আৰ্ট দেখা পালে?

— শিল্পীসুলভ মন এটা নহ'লে শিল্পৰ ওপৰত দৃষ্টি নপৰে। তোমাৰ আৰ্টিষ্টিক ভিউ থকাৰ কাৰণেহে বভা আৰু গেটৰ কথা সুধিছা। তুমি ভাল বা বেয়া কিবা এটা বিচাৰি পাইছা। ভাল বা বেয়াটো কথাৰে প্ৰকাশ কৰা মানেই আৰ্ট নহয় জানো?

— সঁচা, বভা আৰু গেট মোৰ বৰ ভাল লাগিছে।

প্ৰতিজন মানুহৰ মনৰ মাজত আৰ্ট থাকে। নিজে সেই কথা নাজানে। মানুহে সেই আৰ্ট কল্পনাৰ মাজলৈ আনিব পাৰিলে ধৰা দিয়ে শিল্পী বুলি। ধৰা এডোখৰ সোণ মাটিত পৰি আছে। সোণডোখৰ তুলি আনি তাৰে অলঙ্কাৰ বনোৱা হ'ল। অলঙ্কাৰ বনোৱা কামটোৱে হ'ল তাৰ কাৰণে প্ৰথমতে মনৰ মাজলৈ চিন্তা আহিব লাগিব। মনলৈ চিন্তা নাহিলে অলঙ্কাৰ বনোৱা হ'ব জানো?

— নহ'ব।

— চিন্তা নহ'লে সৃষ্টি নহয়। সৃষ্টি হ'লে আৰ্ট হ'বই। তোমাৰ মনৰ মাজতো এটা চিন্তা আছে। সেই চিন্তাৰে তুমি যি কাম কৰিবা, সেই কামো এটা আৰ্ট বা শিল্প। আমি কথা কৈছো, হাঁহিছো, সিয়ো এটা শিল্প। গহীনহে থকাতকৈ হাঁহি মাতি থাকিলে মই সুন্দৰ দেখো কাৰণে তুমি হাঁহিলে বেছি ধুনীয়া লাগিব বুলি কৈছো।

— আপুনি কথা ক'ব জানে।

— তুমি নাজানা?

— আপোনাৰ দৰে নাজানো।

— যত্ন কৰা, নিশ্চয় পাৰিবা।

— তোমালোকক চিনাকি কৰি দিবলৈ আহিলো মই। এতিয়া মই এলাগী হৈয়ে ব'লো।

— কিয় এলাগী হ'ব বাইদেউ? আপুনি এলাগী হ'লে আমাৰ অৱস্থা কি হ'ব? চাহ খাব বাইদেউ?

— নালাগে দিয়া, তোমালোকৰ কষ্ট হৈছে।

— একো কষ্ট হোৱা নাই বাইদেউ। সুখ দুখে চিনাকি হ'বও নাপায়। ভাৰৰৰে কথাখিনি কৈ চাহ কৰিবলৈ গ'ল।

প্ৰতীমে বন্দিতাক ক'লে — তুমি এজন দাদাৰ লগতহে চিনাকি হ'লা, মই সকলোৰে লগত চিনাকি কৰি দিওঁ। মোৰ নাম প্ৰতীম বৰা, ইয়াৰ নাম ৰাজীৱ লোচন, তাৰ নাম সনাতন, তাৰ নাম ৰমনি আৰু চাহ কৰিবলৈ যোৱাজনৰ নাম ডম্বৰু।

— আপোনালোকৰ লগত চিনাকি হৈ ভাল লাগিল।

— আমাৰো ভাল লাগিছে। ৰমনিয়ে ক'লে — তুমি পেণ্ডেল আৰু গেটৰ কথা সুধিছিলা নহয়, ই প্ৰতীমে নক'লে, মই কওঁ।

— কওক।

— প্ৰথম পৰিকল্পনা আমাৰ এটাৰো নহয়। আমি মাত্ৰ ইয়াৰ কৰ্মীহে।

— তেন্তে কাৰ?

— বাইদেউ আপুনি কওকচোন কাৰ বুলি কওঁ?

— তোমালোকে যাৰ বুলি ভাবা।

— তোমাৰ বাইদেউৰ।

— বাঃ তোমালোকে মোক মাজত সুমুৱাইছা কিয়? মই এইবিলাক কাম জানো নেকি?

— খং নাখাব বাইদেউ। প্ৰতীমেতো কৈছেই চিত্তৰ মাজতে আৰ্ট আছে। আপোনাৰ পৰিকল্পনা নহ'লে গুৱাগমনি গাৱঁত টেন্ট হাউচ হোৱাৰ আশা নাছিল। গতিকে আপুনি কেনেকৈ বাদ পৰিব?

— অ'কে, পৰিকল্পনা বাৰু মোৰ, কাৰ্য্য আৰু ফুইহিং? এওঁতো পৰিকল্পনাৰ কথা সোধা নাই।

— পৰিকল্পনাই মূল বস্তু। পিচত লিয়া বং তাৰ সহযোগী। বং আমি দিছো সঁচা। এটা এটা বং মিলাই ছবি আঁকিছো। সেই বং আটাইকেইজনৰ তুলিকাৰে বোলোৱা হৈছে।

ডম্বৰুৱে একোকাপ চাহ দি, নিজেও একাপ হাতত লৈ ওচৰতে বহিল। সি সুধিলে — মোলৈ কথাৰ ভাগ আছেনে নাই?

— আছে, আছে, কিয় নহ'ব? বন্দিতাই ক'লে।

— মোৰ ভাগলৈ কি ৰাখিছা?

— ইমান তৃপ্তিদায়ক চাহ কৰিবলৈ ক'ত শিকিলে? বাইদেউৰ পৰানে?

— বাইদেউৰ পৰা চাহ কৰিবলৈ শিকা নাই। অৱশ্যে টেন্ট হাউচৰ পৰিকল্পনাৰ কাৰণে পাৰিছো। চাহ, ভাতৰ দোকান দি বহি আছিলো। এজন কাৰিকৰো ৰাখিছিলো। তেওঁৰ পৰাই চাহ ভাত বনোৱা কাম শিকিছিলো।

— এতিয়া দোকান নাই?

— বন্ধ কৰি টেন্ট হাউচ খুলিলো। সকলো কাম নিজ হাতেৰে কৰিবলৈ সকল ল'লো। মোৰ হাতৰ বন্ধা খাই কেনে পালা?

— সুন্দৰ হৈছে। ইয়ালৈ আহি নতুন অভিজ্ঞতা হ'ল।

— কি অভিজ্ঞতা?

— অসমীয়া ল'ৰাই এতিয়াও সকলো কাম নিজ হাতেৰে কৰিব পাৰে। লাচিতৰ আদৰ্শ শুৱাগমণি গাৰঁত দেখি বিস্ময় মানিছো।

— তোমাৰ বিস্ময়ৰ কথা ৰমনিয়ে কৈছেই, মই কোৱাৰ প্ৰয়োজন নাই।

— তোমালোকে বেচি কৰিছা দেই ডম্বৰু।

— সূৰ্য্যৰ পোহৰক জানো মেঘৰ পৰ্দাৰে নোহোৱা কৰিব পাৰি বাইদেউ? ক্ষন্তেকৰ কাৰণে স্তিমিত হৈ থাকিলেও সময়ত উজ্বলি উঠিবই।

— কথা ক'বলৈকো বাইদেৱে শিকাইছে নেকি?

'কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ, মাকৰ ঘৰত জীয়েক বাঢ়ে, পথাৰত বাঢ়ে ধান।' আপ্ত কথাখিনি জানো মিছা? মানে, সময়, পৰিস্থিতি আৰু পৰিবেশে মানুহক কথা ক'বলৈ শিকাই, যিদৰে মই হোটেল খুলি ৰান্ধিবলৈ শিকিলো।

বন্দিতাৰ মনৰ ডাৱৰ লাহে লাহে আঁতৰি যাবলৈ আৰম্ভ কৰিলে। ঈৰ্ষাৰ জুইকুৰা স্তিমিত হৈ আহিল। পাপৰিৰ প্ৰতি শ্ৰদ্ধা বাঢ়ি আহিল।

(২০)

দৈয়নৰ নাম আৰু উৰুলিৰ ধ্বনিত অৰুণে শয্যা এৰি বিমান পথত সোণালী ৰথত আৰোহণ কৰি ধাবিত হ'ল নতুন দিনৰ নতুন প্ৰেৰণাৰে। আৰম্ভ হ'ল এটা নতুন দিনৰ কৰ্ম তৎপৰতা। পাপৰি ৰহি ৰ'ল ৰভাঘৰ শুৱনি কৰি। কাষত বন্দিতা, বাসুদেৱ, যোগমায়া। ডম্বৰু ব্যস্ত ৰন্ধনশালাত। সদানন্দ আৰু প্ৰাঞ্জলে সোণগঙ্গাৰ পৰা বিদায়লৈ আহি ৰভাতল পালে। ৰঞ্জন, বিজন, জয়ন্তইঁতে এগাম্বুৰি দি শয্যা ত্যাগ কৰি, মুখ হাত ধুই ৰভাঘৰত বহিলহি। ৰমনিয়ে সকলোকে একোকাপ গৰম চাহেৰে পুৱাৰ সম্ভাষণ জনালে। আঃ কি তৃপ্তি। সন্ধ্যাৰাণী, পৰিণীতা, নয়নতৰা, পল্লৱী আৰু বিনীতায়ো আহি একোকাপ গৰম চাহেৰে অম্লান অলসতা আঁতৰাই ল'লে।

পাপৰিৰ বিয়াৰ দিনৰ কাৰ্য্য ক্ৰমণিকা আৰম্ভ হ'ল। বন্দিতাৰ মনৰ ডাৱৰ আঁতৰি যোৱাত মুখৰ কমনীয়তা ফুটি উঠিছে। তাইৰ প্ৰতি প্ৰতিজন লোকৰে অনুসন্ধিৎসু দৃষ্টি পৰিল। দীপঙ্কৰ, প্ৰশান্ত আৰু জুৰিকো বন্দিতাই বৰ্মাই ল'লে। পৰী পৰী লগা বন্দিতাৰ ৰূপ দেখি পল্লৱী আৰু বিনীতাও আচৰিত হ'ল। প্ৰশ্ন মনত জাগিলে, কেনেকৈ সম্ভৱ?

— তোক আজি নতুন নতুন লাগিছে অ' বন্দিতা। জয়ন্তই ক'বলৈ বাধ্য হ'ল।

— কিয় দাদা?

— পৰহিৰ পৰা তোৰ মুখত মই হাঁহি দেখা নাই। আজি?

— আজিৰে পাপৰি বাইদেউৰ বিয়া। পৰহি ইয়াত মই নতুন আছিলো, হাঁহিবলৈ পাহৰিয়েই আছিলো বন্দিতাই উৎসাহেৰে উত্তৰ দিলে।

— পাপৰিৰ বিয়াই উপহাৰ দিয়া হাঁহিটো লগৰী কৰি ৰাখিব পাৰিলে তোৰ

ৰূপৰ জেউতি বাঢ়িব।

— মই চেষ্টা কৰিম দাদা।

মাইকত বিয়া নাম, বিহুগীত, আধুনিক গীত বাজি থাকিল। মাজে মাজে ধ্বনিত হৈ থাকিল মাঙ্গলিক উৰুলি। উৎসবমুখৰ পৰিবেশে আনন্দৰ জোৱাৰ তুলিলে। আয়তীসকলে গঙ্গাজল আনি কইনাক মাহ-হালধীৰে নোৱাই ধুৱাই পৱিত্ৰ কৰিবলৈ উলহ মালহ লগালে। বিনীতাই পাপৰিক মাতি নিলে।

গাৱঁৰ যুৱক, যুৱতীসকল আহি বিয়া ঘৰৰ কামকাজত মনোনিবেশ কৰিলেহি।

আবেলি চাৰিবজাৰ পৰা নিমন্ত্ৰিত সকলক আপ্যায়ন কৰা হ'ব। তাৰ আগতে কৰ্মৰতসকল আৰু বিয়া ঘৰত উপস্থিত সকলৰ কাৰণে ব্যৱস্থা কৰা হৈছে। পুৱা ৭ বাজি ৩০ মিনিটত নান্দীমুখ শ্ৰাদ্ধও আৰম্ভ হ'ল। ৰিজু, বিজুহঁত দুই বজাতে পালেহি। জয়ন্তহঁতৰ, সদানন্দৰ আত্মীয়সকলো প্ৰায়খিনি আহি পালেহি। চাৰিবজাৰ পৰা নিমন্ত্ৰিত সকলৰ ভিৰ হ'ল। বাতি ন বজালৈ কইনাঘৰীয়াৰ অভ্যৰ্থনা চলিল। সন্ধ্যাৰ লগে লগে জিলিকি উঠিল বিদ্যুৎ বাতিৰ চকুত চমক লগোৱা পোহৰ। দিনটোৰ কাৰ্য্যসূচী আগবাঢ়ি গৈ ৰাতি দহ বাজিল।

ৰঞ্জন, জয়ন্তহঁত তৎপৰ হ'ল বৰযাত্ৰীৰ আগমনৰ বাবে। আত্মীয় স্বজন আৰু গাওঁবাসী সকলৰ একাংশ পেণ্ডেলত বহি বিয়া চোৱাৰ আশাত ৰ'ল। যুৱকৰ মাজত আতচবাজি উৎসৱো হৈ থাকিল। গাভৰুসকলে জুমে জুমে মনৰ কথা পাতি আহ্লাদিত হ'ল।

দৰা আদৰাৰ কাৰণে গেটত বৰপিৰা পাৰি দিলে, পুৰুহীতে ফুল, তুলসী, কোষা অৰ্ঘ্য যোগাৰ কৰি ল'লে। যুৱকসকল জুম বান্ধিলে। ৰঞ্জন আৰু জয়ন্তই গাড়ী অহাৰ কাৰণে বাটলৈ চাই ৰ'ল।

দূৰত কেৰাখনো গাড়ীৰ লাইটৰ পোহৰ দেখা পোৱা গ'ল। ৰাষ্ট্ৰীয় ঘাই পথৰ পৰা সদানন্দৰ ঘৰলৈ গাড়ীৰ লানি আগবাঢ়িল। পুষ্প সজ্জিত কাৰখন একেবাৰে গেটৰ ওচৰত ৰ'লহি। সকলো মানুহ গৈ গেটৰ ওচৰত গোট খালেগৈ। বৰযাত্ৰী সকলো গাড়ীৰ পৰা নামি গেটৰ বাহিৰফালে ঠিয় দি ৰ'ল। আতচবাজিৰ পোহৰে আকাশত ফুলৰ মেলা পাতিলে। উভয় পক্ষৰ পৰা চাউলৰ ধাৰাষাৰে বৃষ্টি হ'বলৈ ধৰিলে। তাৰ মাজতে দৰাক আনি বৰপিৰাৰ ওপৰত ঠিয় কৰি দিয়া হ'ল। ভৰি ধুৱাবলৈ আগবাঢ়ি গ'ল বন্দিতা। দিলীপ কিংকৰ্ত্তব্যবিমূখ হ'ল। ভাবিলে কেনেকৈ সম্ভৱ হ'ল। বন্দিতাই দিলীপৰ ভৰিত পানী ঢালি ধুৱাই দিলে। দিলীপে তাৰ কাৰণে অনা উপহাৰটো দিব নোৱাৰিলে কাৰণ উপহাৰটো আছিল যোগমায়াৰ জোখৰ। তেওঁ ভাবিছিল এই কামটো যোগমায়াই কৰিব। এতিয়া উপায়? কাগজৰ পেকেট এটা বন্দিতাৰ হাতত তুলি দিলে। বন্দিতাই স্বভাৱসুলভ হাঁহিৰে গ্ৰহণ কৰি আঁতৰি গ'ল। জ্যোৎস্নাই বন্দিতাৰ কাৰ্য্য দেখি সপোন দেখা যেন পালে। অকল জ্যোৎস্নাই নহয়, দিলীপেও ভাবিব পৰা নাছিল। বি কি নহওক কামটো হৈ গ"ল।

পুৰুহীতে বেদমন্ত্ৰ উচ্চাৰণ কৰি বিধিমতে আদৰণি কাৰ্য্য সমাপন কৰিলে। দৰাক হোমৰ ওচৰলৈ নিয়াৰ কাৰণে এজন পালোৱান সদৃশ লোক আগবাঢ়ি গ'ল।

চিনি নোপোৱাৰ কাৰণ নাই। হাতত লাঠিলৈ পৰাগক মাৰিবলৈ খেদি যোৱা চাহৰ হোটেলৰ মালিক। দিলীপক আলাসতে ডাণ্ডি নি ফুলাম আসনৰ ওপৰত নমাই দিলে। গেটৰ পৰা সকলো আহি পেণ্ডেলৰ ভিতৰত বহিল। বন্দিতাই জ্যোৎস্নাক নি পাপৰিৰ ওচৰ পোৱালে।

দৰাৰ ভনীয়েক আৰু মোৰ বান্ধৱী জ্যোৎস্না শৰ্মাক পৰিচয় কৰি দিলে। পাপৰিয়ে বহিবলৈ কোৱাত জ্যোৎস্না বহিল। নবহিলে অভদ্ৰামী হ'ব। আগ্ৰহ নাছিল। দুই-চাৰিটামান কথা বাধ্য হৈ পতাৰ দৰে পাতি বন্দিতাক লগতলৈ তাই পেণ্ডেল পালেগৈ। দুয়ো বান্ধৱী অচুতীয়া ঠাইত বহি ল'লে।

— তোক আজি বহুত পৰিবৰ্ত্তন দেখিছো? জ্যোৎস্নাই বন্দিতাক নোসোধাকৈ নোৱাৰিলে।

— পৰশমণিৰ পৰশ লাগিলে তই সোণহে যাবি।

— মানে?

— মানে একো নাই। সময়ে ক'ব। বন্দিতাই বেচি কথা নক'লে। জ্যোৎস্নায়ো একো বুজি নাপালে।

দৰাপক্ষৰ অভ্যৰ্থনা আৰম্ভ হ'ল। জ্যোৎস্নাৰ লগতে বন্দিতাও গ'ল। পৰিবেশক ডম্বৰুৱে ক'লে — বন্দিতা তুমি কইনা ঘৰীয়াহে। কথা শুনি জ্যোৎস্নাই খণ্ডত ক'লে — অভদ্ৰ। তাই উঠি যাবলৈ ঠিৰ হ'ল। বন্দিতাই হাতত ধৰি জোৰ কৰি বহুৱাই দি ক'লে — বহ তোক কোৱা নাই, মোকহে কৈছে।

— তোক কিয় ক'ব?

— দাদাই ভনীয়েকৰ লগত ধেমালি কৰেই।

— বাঃ দুদিনতে দাদা গোটাই ল'লি।

— বেচিদিন ইয়াত থাকিলে ঘৰলৈ যাবলৈ মনকে নাযাব। খাই ল। বাধ্যত পৰিহে জ্যোৎস্নাই খাবলৈ আৰম্ভ কৰিলে।

ডম্বৰু পুনৰবাৰ আহোঁতে বন্দিতাই ক'লে — দাদা, এই মোৰ বান্ধৱী। বান্ধৱীৰ লগত একেলগে বহি খোৱাৰ সোৱাদ বেচি নহয় জানো?

— হয়।

— সেই কাৰণে দৰা ঘৰীয়া, কইনা ঘৰীয়াৰ প্ৰশ্ন নাই। বহ।

— প্ৰিয় ভন্টি মাইণ্ড চিচ্‌টাৰ, মই ধেমালি কৰিছিলো। ডম্বৰু আঁতৰি গ'ল। জ্যোৎস্নাৰ কাৰণে কথাবোৰ খেলিমেলি লাগিল।

সম্প্ৰদান শেষ হ'ল। আখৈ দিয়াৰ সময় হ'ল। কলপুলিৰ ওচৰত ঘটা ঘটনা ইয়াতো ঘটিলে দিলীপে বিমোৰত পৰিব। ভাগ্য ভাল, ইয়াত নঘটিল। বাসুৱে গৈ পাপৰিৰ হাতত আখৈ তুলি দিলে। দিলীপে বাসুক পেণ্টচাৰ্টৰ পেকেটটো দিবলৈ পাই ভাল পালে। মায়াকো মতাই আনি তাইৰ হাতত্তো তাইলৈ অনা কাপোৰজোৰ দি শান্তি পালে।

বিয়াখন সুকলমে হৈ গ'ল। বৰুন, জয়ন্ত, পল্লৱী আৰু বনিতা কইনা খোৱাৰ

কাৰণে গ'ল। দৰা কইনাক বিদায় দিয়াৰ পিচত সদানন্দৰ শুবাগমণি গাৱঁৰ ঘৰটো শূণ্য হৈ পৰিল। শূণ্য হ'ল শুবাগমণিবাসীৰ অন্তৰ। প্ৰাঞ্জল, পৰিণীতাৰ কাৰণে বিষাদ আহিলেও শূণ্য পূৰ্ণৰ অনুভৱ নহ'ল। তেওঁলোকে শূণ্যতা পাঁচ বছৰ আগতেই উপলব্ধি কৰিছিল।

(২১)

ৰঞ্জন আৰু বিজনে দেউতাকৰ খেতি চাই চাই মুগ্ধ হ'ল। আঘোনাক লগতলৈ পথাৰ পালেগৈ। পথাৰত সদানন্দৰ মাটিত আগৰ খেতি সামৰি নতুন খেতি আৰম্ভ কৰিছে। বাকী পথাৰ উদং হৈ আছে। বছৰত আজিকালি কেবাবাৰো কেইবাটাও খেতি যে কৰিব পাৰি গাৱঁৰ মানুহে নাজানে। আঘোণ, পুহ মাহত ধানখেতি সামৰা হ'ল। এতিয়া কি খেতি কৰিব? সদানন্দই জানে, তেওঁ কৃষি বিজ্ঞানী। ফাগুণ মাহতো যে ধান খেতি কৰিব পাৰি, তাৰ কাৰণেও বেলেগ ধানৰ বিধান পায়। ধানৰ পুলিবোৰ ঠন ধৰি উঠা নাই। তথাপি পুলিৰ চেহেৰা বেয়া নহয়। পথাৰৰ পৰা গৈ গাওঁ পালেগৈ।

গাৱঁৰ পৰিবৰ্ত্তন দেখা পালে। বাৰীবিলাকত লাগতিয়াল, অলাগতিয়াল গছ ভৰি আছে, কিন্তু অযত্ন পালিত। ঘৰবোৰ আগতকৈ ভাল দেখা পালে। খেৰী ঘৰ প্ৰায় না্ বুলিব পাৰি। পকাঘৰো কেইটামান দেখা পালে। দোকান পোহাৰ বাঢ়িছে। উন্নতি হোৱাৰ লক্ষণ আছে।

কৃষি প্ৰধান দেশ বুলি মুখেৰে ক'লেই এখন দেশ কৃষি প্ৰধান হ'ব নোৱাৰে। ধান, মাহ, সৰিয়হ আদি পথাৰৰ শষ্যৰ লগতে উদ্যান শষ্যৰ প্ৰতিও ধাউতি হ'লেহে কৃষিৰ উন্নতি হ'ব। উদ্যান শষ্যত অসম বহুত পিচপৰি আছে। বানপানীৰ পৰা জুৰুলা অঞ্চলসমূহৰ কাৰণে চৰকাৰে পূৰামাত্ৰাই চকু দিয়া উচিত। চৰকাৰৰ লগতে অঞ্চলবাসীও নিৰাশহৈ বহি নাথাকি নিজে শ্ৰম কৰিলে সমস্যাৰ পৰা উদ্ধাৰ হোৱাৰ পথ ওলাব। এখোজ দুখোজকৈ আগবাঢ়ি গৈ বহুদূৰ পোৱাৰ দৰে এচপৰা, দুচপৰা মাটি দি গৈ থাকিলে বহুতো নিৰাপদ ঠাই উলিয়াই লোৱা সম্ভৱ হ'ব। সোণগঙ্গাই বন্যাৰ সৃষ্টি কৰা নাই কাৰণে গঙ্গাকুলবাসীৰ কাৰণে বানপানীৰ সমস্যা নাই। ইয়াৰ সমস্যা হ'ল মাটিৰ উৰ্ব্বৰতা কমি গৈছে। বানপানীয়ে জুৰুলা কৰিলেও মাটিৰ উৰ্ব্বৰতা বঢ়ায়। সমস্যা দুয়োটাই। সমস্যা ক'ত নাই? সমস্যা থাকিবই আৰু তাৰ সমাধান কৰিবৰ কাৰণে যত্নও কৰিব লাগিব। যি সকলে ধৈৰ্য্যৰে অহৰহ চেষ্টা কৰিছে তেওঁলোকে তাৰ ফল পাইছে।

অসমৰ কৃষি পদ্ধতি আৰু আমেৰিকাৰ কৃষি পদ্ধতিৰ কথা ৰঞ্জনে চিন্তা কৰি চালে। অসমত বন্যাৰ পৰা ক্ষতি হয়, জলসিঞ্চনৰ অভাৱ আৰু কৃষিৰ জ্ঞান কম। অসমৰ কৃষকসকল শিক্ষিত নহয়। শিক্ষিতসকলে কৃষিত মনোযোগ দিলে উন্নতি নোহোৱাৰ কাৰণ নাই।

আমেৰিকাৰ কৃষকসকল শিক্ষিত হোৱা কাৰণে তেওঁলোকৰ কৃষিৰ জ্ঞান বেচি। যান্ত্রিক সভ্যতাত আগবঢ়া কাৰণে যন্ত্রৰ ব্যৱহাৰ কৰিব পাৰি শ্ৰমৰ পৰিমাণ কমি যোৱাত কম সময়ত বহুত কাম কৰিব বিশ্বৰ ধনি দেশ। দুশবছৰ আগতে আমেৰিকাৰ অৱস্থা অসমতকৈয়ো দুখ লগা আছিল। প্ৰকৃতিয়ে দিয়া অনুদানে তেতিয়া অসমক চহকী কৰি ৰাখিছিল। বৰ্ত্তমান অজ্ঞতাৰ কাৰণে সেই সম্পদৰ সঠিক ব্যৱহাৰ হোৱা নাই। এতিয়াও সঠিক পদক্ষেপ ল'ব পাৰিলে অসমো যে উন্নত স্থানত উপনিত হ'ব পাৰিব তাক ন দি ক'ব পাৰি।

ৰঞ্জন তীক্ষ্ণ বুদ্ধিৰ লোক হৈয়ো স্বদেশত নাথাকি আমেৰিকা পালে কিয়? বিজন অষ্ট্ৰেলিয়ালৈ যোৱাৰ কাৰণ কি? জটিল প্ৰশ্ন। উত্তৰৰ বাবে ৰঞ্জনে চিন্তা কৰিব লগা হ'ল। স্বদেশৰ প্ৰতি অনুৰাগৰ অভাব নেকি? মুৰৰ মাজত সৃষ্টি হোৱা জ্ঞাবৰ জোঠৰ জোকাৰি ল'লে।

তেওঁলোকৰ চিন্তা অকল অসমৰ বা অসমবাসীৰ কাৰণে নহয়। বিশ্বৰ কাৰণে, বিশ্ববাসীৰ কাৰণে, মানব জাতিৰ কাৰণে। য'তেই সি বিকশিত নহওক কিয়, বিশ্ববাসী সকলোৱে তাৰ সৌৰভ পাব। বিশ্বৰ কল্যাণ মানে অসমৰো কল্যাণ। দেশ প্ৰেমতকৈয়ো বিশ্বপ্ৰেমৰ মূল্য বহু ওপৰত। তেওঁলোকৰ শিক্ষাৰ বিকাশৰ ক্ষেত্ৰৰ কাৰণে অসমত যোগ্য স্থান নাই। সেই কাৰণে সৃজনী শক্তি ব্যৱহাৰৰ উপযুক্ত ঠাইলৈ গৈছে। বিজ্ঞানৰ উন্নতি মানে বিশ্বৰ উন্নতি। তেওঁলোকৰ সৃষ্টিৰ পৰা অসমো বঞ্চিত নহয়। অৱশ্যে আহৰণ কৰিব জানিব লাগিব।

গাৱঁৰ পৰা উভতি আহি উদ্যানৰ ভিতৰ সোমাল। দেউতাকৰ চিন্তা ৰঞ্জনে বাদ দিয়া নাই। যি কাম দেউতাই এতিয়া কৰিবলৈ আগবাঢ়িল এই কামত আগতে হাত দিলে আৰু বেচি ভাল আছিল।

— দাদা, দেউতাই এই বয়সত যি কাম কৰিছে, সেই কাম আগতে কৰা হ'লে গুৱাগমণি গাৱঁত সোণগুটি উভয়নদী হ'ল হয়। বিজনৰ মাতত ৰঞ্জনৰ চিন্তাত যতি পৰিল।

— দেউতাই ইমান কষ্ট কৰাৰ পিচতো কৃষকসকল আকৰ্ষিত হোৱা বুলি ক'ব নোৱাৰি। এতিয়াও দেউতাৰ বাদে আন কৃষকসকলৰ পথাৰত একো নাই। বাৰীবিলাকত অলাগতিয়াল গছ ভৰি আছে। আন্দোলনত কৰা শ্ৰম আৰু অৰ্থ ব্যয় কৰ্মত কৰা হ'লে তাৰ পৰা অন্ততঃ দহ শতাংশ লাভ হ'ল হয়। নিকনুৱা সমস্যাৰো সমাধানৰ পথ এটা নোলোৱাৰ কাৰণ নাই।

— তোমাৰ কথা সঁচা দাদা, 'নাই মোমাইতকৈ কণা মোমায়ে ভাল'। ৰাজনীতি আৰু দেশ প্ৰেম জাগ্ৰত কৰিব পাৰিলে মৃত্যুঞ্জয় গণাৰ প্ৰয়োজন নহ'ব। তাৰ কাৰণে অৱশ্যে কেইটামান ত্যাগৰ প্ৰয়োজন হ'ব।

— কি ত্যাগৰ কথা কৈছ বিজন?

ভোগৰ সামগ্ৰীৰ প্ৰতি সংযত থাকি তাৰ চাহিদা পূৰণৰ কাৰণে কষ্টোপাৰ্জনৰ প্ৰতি আগ্ৰহী হ'ব লাগিব। কৃষি আৰু শিল্প দুয়োকে সন্মান জনাব লাগিব। আমদানি

সামগ্ৰীতকৈ স্বদেশী সামগ্ৰীক অগ্ৰাধিকাৰ দিব লাগিব। লাভতকৈ গুণগত মানদণ্ডৰ ওপৰত গুৰুত্ব দিব লাগিব। এইখিনি কৰিব পাৰিলেও বহুত উন্নতি হ'ব।

— তোৰ চিন্তামতে কাম হ'লে সমস্যা বুলি একোৱেই নাথাকিব। ব'ল তই মই চিন্তা কৰি লাভ নাই?

— ব'ল। দুয়ো আহি ঘৰ পালেহি।

দুয়ো ভায়ে ইমান সময় ক'ত কটালা? পল্লবীয়ে সুধিলে — দেউতাৰ খেতি চালো, গাওঁখনো চাই আহিলো বৌ।

— তোমালোক বৰ স্বাৰ্থপৰ।

— তেনেকৈ কিয় ক'লা বৌ?

— দেউতাৰ খেতি আৰু গাওঁ চাবলৈ দুয়ো গ'লা হয় আমাক নিনিলা কিয়?

— পথে নাৰী বিবৰ্জিতা। ৰঞ্জনে ৰগৰ কৰিলে।

— এতিয়া ত্ৰেতা যুগ নহয়, কলি যুগহে। অৰণ্যৰ কাঁইট কোমল ভৰিৰ তলুৱা ফুটাব বুলি ভয়ৰ কাৰণো নাই ভৰিত চেণ্ডেল বা জোতা থাকিবই। পঞ্চবটীলৈকো তোমালোক যোৱা নাই। স্বৰ্ণমৃগ বিচৰা বা ৰাৱণে হৰণ কৰাৰ ভয় দেখা নাই।

— পঞ্চবটী নহ'লেও হৰিণ নোলাব বুলি ক'ব নোৱাৰা বৌ। যদি স্বৰ্ণ হৰিণৰ পৰিবৰ্ত্তে ফুটুকি হৰিণ বিচাৰা?

— বিনীতাক আনি দিবা।

— পল্লবী, তুমি আমেৰিকাৰ মসৃণ পথতো খোজকাঢ়ি পোৱা নাই। ইয়াৰ কেঁচা মাটিৰ বোকা পানী থকা পথত কেনেকৈ যাবা? কষ্ট পাবা বুলিহে নিনিলো। ৰঞ্জনে ক'লে।

— দাদাৰ বৰ মৰম দেই। বিনীতাই উত্তৰ দিলে।

— মৰম নে পলায়নৰ পথ কি বুজিবা বিনীতা। পল্লবীৰ অভিমত।

— আজি নিনিয়া কাৰণে শতকোটি মাৰ্জনা বিচাৰিছো। কালিলৈ ওলাবা। স্বয়ং ৰামেও সীতাক অৰণ্যলৈ যোৱাত বাধা দিব পৰা নাই। মই ওচৰৰ পথাৰখন চোৱাত কেনেকৈ বাধা দিম?

— উৰ্মিলাক লক্ষণে বাধাদি থৈ গ'ল ৰাজ কাৰেঙত। বিজনে এতিয়া বিনীতাক? পল্লবীয়ে বিজনলৈ চালে।

— মই কান্দত তুলি নিনিওঁ। পদব্ৰজে যোৱাত বাধা নাই। বনবাস নহয়, কৃষি দৰ্শনহে।

— কালিলৈ গুৱাহাটীলৈ যোৱাৰ কথা ভাবিছিলো। বিয়া বুলি যোৱাই হোৱা নাই। বিনীতাই ক'লে।

— ঠিকেই কৈছা। ইয়াতে কেবাদিনো কটালো। দাদা ওলোৱা কালিলৈকে যাওঁ। বিজনে বিনীতাক সমৰ্থন কৰিলে।

— তোমাৰ মতামত কি?

— কালিলৈ গ'লে বেয়া নহয়। অহা সপ্তাহত পাগৰিহঁতো আহিব। তাৰ

আগতে আহিবগৈ পাৰিলে ভাল হয়। যোৱাৰ আগতে তাইক লগ পালে ভাল লাগিব। পল্লৱীয়ে মতামত দিলে।

সন্ধ্যাৰাণীও বাৰান্দালৈ ওলাই আহিছিল — যোৱা এই কেইদিনতে ফুৰি চাকি আহাগৈ। অহাৰ পৰা ঘৰতে সোমাই আছা। মা, দেউতাৰাইঁতেও তোমালোকক চাবলৈ কিমান আগ্ৰহেৰে বাট চাই আছে।

— আপুনি নাযায় মা? পল্লৱীয়ে সুধিলে।

— মই এতিয়া নাযাওঁ নেকি? বহুতদিন দেউতাৰাক অকলে এৰিথৈ বাহিৰত আছোহি। পাপৰি যোৱাৰ পৰা তেখেতে মন মাৰি আছে। ময়ো যদি যাওঁ বেচি দুখ পাব। তোমালোক যোৱা। আটাইকেইজনে গৈ ড্ৰইং ৰুমত বহিলগৈ।

— মা, আমাৰ লগত অষ্ট্ৰেলিয়ালৈ যাবনে নাযায়? বিনীতাই সুধিলে।

— দেউতাৰাক এৰি আঁতৰলৈ যোৱাৰ ইচ্ছা নাই। মই নোযোৱাৰ কথা চিন্তা কৰিছো। সন্ধ্যাৰাণীয়ে কথাখিনি কওঁতে করুণ ভাব প্ৰকাশ পালে। ইমানদিন স্বামীক অকলে এৰি থৈ যোৱাতো বিৰাট অপৰাধ যেন লাগিল।

মাকক বিজনে অনুৰোধ কৰিলে — বলানা মা, অষ্ট্ৰেলিয়াখনো চাই আহিবা। দেউতাৰ যত্ন লোৱা মানুহ আছে। দেউতাক যোৱাৰ কথা কৈ লাভ নাই। আগতে দাদাৰ লগতে নগ'ল। এতিয়া যি ফাৰ্ম খুলি লৈছে, সেইখন এৰি যোৱা অসম্ভব।

— নহয় বিজন, আগতে মই ইমান কথা উপলব্ধি কৰিব পৰা নাছিলো। অকলশৰীয়াহে থাকিলে মানুহৰ মনৰ শান্তি নোহোৱা হয়। এতিয়া বুজিছো। দেউতাৰৰ কাম কাজ আগতে মই ভাল পোৱা নাছিলো। এতিয়া মই থাকিলে তেখেতক সহায় কৰিব পাৰিম। সন্ধ্যাৰাণীয়ে স্বামীৰ আদৰ্শক জীয়াই ৰখাৰ কাৰণে সঙ্কল্প ল'লে।

বিনীতাই বুজিলে শাহুৱেকক অষ্ট্ৰেলিয়ালৈ নিব নোৱাৰে। পল্লৱীয়ে আমেৰিকা দেখুৱালে। নিজেও ক'ৰবাত ফুৰাবলৈ নিব নোৱাৰিলে নিজকে সৰু যেন লাগিব। সেই কাৰণে অনুৰোধৰ সুৰত ক'লে — মা, অষ্ট্ৰেলিয়ালৈ নাযায় যদি আমাৰ লগত গুৱাহাটীলৈকে ব'লক।

— মই এতিয়া ক'লৈকো নাযাওঁ। তোমালোকে বেয়া নাপাবা। সন্ধ্যাৰাণীৰ কথা শুনি বিনীতাৰ মনটো মৰি যোৱা যেন লাগিল। সদানন্দই শুনি আছিল। তেওঁ বুজিলে বিনীতাৰ লগত সন্ধ্যাৰাণী গুৱাহাটীলৈকো নগ'লে তাই বৰ দুখ পাব। এইটো পত্নীৰ অবিচাৰ হ'ব। তেওঁ ড্ৰইং ৰুমলৈ সোমাই গ'ল।

— বিনীতাই ইমান জোৰ কৰিছে কিয় নোযোৱা? তুমি নগ'লে তাই কিমান দুখ পাব। গুৱাহাটীত তোমালোকৰ কেইদিননো হ'ব? তাত চাবলগা নাথাকিলেও তাইক দুখ নিদিয়াৰ কাৰণে যোৱা।

— হয় দেউতা, মাক আমি ক'তো ফুৰাবলৈ নিব পৰা নাই। এতিয়াও যদি নাযায়? দেউতা, মা গ'লে আপোনাৰ অসুবিধা হ'ব নেকি?

— একো অসুবিধা নহয়। এটা সপ্তাহহে, মই গময়কে নাপাম। যোৱা যোৱা মোৰ কাৰণে চিন্তা কৰিব নালাগে।

সন্ধ্যাৰাণী নাযাওঁ বুলি থাকিব নোৱাৰিলে। যাবলৈ সন্মত হ'ল। বাসু আৰু মায়াক লগত নিয়াৰ ইচ্ছা আছিল। সিহঁত ককাককৰ এৰি যাবলৈ সন্মত নহ'ল।

পিচদিনা পুৱাই আঘোনাক পঠাই ভূমিধৰ দুয়োখন মাৰুতি কাৰ অনালে। এখনত ৰঞ্জনহঁতৰ পৰিয়াল গ'ল, আনখনত বিজনহঁতৰ লগত সন্ধ্যাৰাণী গ'ল।

(২২)

দিলীপ আৰু পাপৰিৰ বিয়াৰ আঁঠদিন পূৰ হ'ল। প্ৰাঞ্জল বৰুৱাৰ ঘৰত আঁঠমঙ্গলাৰ আয়োজন চলিল। পাপৰিৰ বিয়া ঘৰত পতা নহ'ল কাৰণে আঁঠমঙ্গলাৰ উৎসবটোকে ডাঙৰকৈ পাতিছে। পাপৰিৰ কাৰণে আজিও দিনটো গুৰুত্বপূৰ্ণ। তাই পাঁচ বছৰৰ মূৰত মাতৃ আৰু পিতৃগৃহত প্ৰবেশ কৰিব। বিয়াত পাপৰিক কইনাৰ ৰূপত দেখিলেও আজি ঘৰলৈ যোৱা চাবৰ কাৰণে নিমন্ত্ৰিত সকল ব্যগ্ৰহৈ আছে। নিমন্ত্ৰিত সকলো আহিছে।

দিলীপৰ ঘৰত যোৱাৰ কাৰণে সাজু হৈছে। দুই বন্ধু প্ৰিয়ব্ৰত আৰু দিগন্ত। মাহীয়েকৰ পুত্ৰ কন্যা জগৎ আৰু জ্যোৎস্না। তাৰ লগত আৰু দুজন আত্মীয়সহ যোৱাৰ ঠিক হ'ল। জ্যোৎস্না এতিয়া আগৰ জ্যোৎস্না হৈ থকা নাই। পাপৰিৰ প্ৰতি থকা বিৰাগ ভাবো নাই; বন্দিতাৰ দৰে তাইৰো পাপৰিৰ লগত সম্পৰ্ক মধুৰ হৈ পৰিছে। বন্দিতাই সঁচা কথা কৈছিল — পৰশমণিৰ পৰশ পালে তয়ো সোণ হৈ যাবি। পাপৰিৰ পৰিধান বস্ত্ৰৰ লগত মিলাকৈ তায়ো পাটৰ ফুলাম কাপোৰ পিন্ধি যাবলৈ ওলাইছে। আগৰ অভ্যাস নাই যদিও অসুবিধা পোৱা নাই।

জ্যোৎস্নাই প্ৰিয়ব্ৰত আৰু দিগন্তক চাহ মিঠাই পৰিবেশন কৰিলে। দিলীপে চিনাকি কৰি দিলে।

— তোমাৰ ভনীজনী ধুনীয়া বন্ধু। জ্যোৎস্নাৰ লাজ লাগিল। তাই আঁতৰি গ'ল।

— মই ভনীজনীৰ কাৰণে গৌৰব কৰিব পাৰো তেন্তে?

— নিশ্চয় বন্ধু। গৌৰব অকল তোমাৰে নহয়, আমাৰো। কি কোৱা দিগন্ত?

— এড়্জেক্লি। বন্ধুৰ ভনী মানে আমাৰো ভনী। আপুনি কি কয় মিষ্টেৰ শৰ্মা?

— ধুনীয়া ননদৰ কাৰণে ধুনীয়া পাত্ৰ যোগাৰ হ'লেহে ধুনীয়া যুগল মূৰ্ত্তি চাই বেচি ভাল লাগিব।

— বন্ধু দিয়া পাত্ৰ বিচাৰি। দিলীপে পাপৰিৰ কথাত সন্মতি জনালে।

— পাত্ৰ বিচাৰিলে পোৱা যাব। পিচে ধুনীয়া হয়, নহয় নাজানো। লগতে যোগ্য, অযোগ্যৰো কথা আছে। তোমালোকে বা কেনে পাত্ৰ বিচাৰা? সকলো মিলিব লাগিব।

— আমাৰ মতামত গৌণ। তাইৰ মতামতহে মুখ্য। কি কোৱা পাপৰি? দিলীপে পাপৰিৰ ফালে চালে।

— পাত্ৰ চাব লাগিব। এতিয়াতো পাত্ৰীহে দেখিছো। পাত্ৰ পালে জনাম।

প্ৰিয়ব্ৰতে সামৰণি মাৰিলে। কথাৰো সমাপ্তি ঘটিল। যোৱাৰ কাৰণে সাজু হ'ল।

প্ৰাঞ্জল বৰুৱাৰ ঘৰত আদৰণি উৎসৱ। স্ত্ৰী, জোঁৱাই আদৰাৰ কাৰণে সকলোৱে ৰাষ্টালৈ চাই উৎকণ্ঠাৰে বৈ আছে। দুখন কাৰ অহা দেখা গ'ল। জয়ন্তই দিলীপহঁতে আহি পোৱাৰ বাতৰি ভিতৰত দিলেগৈ। ভিতৰত থকা সকলো আগফালে ওলাই আহিল। কেইজনমানে হাতত কেমেৰা লৈ সাজু হ'ল ফটো তোলাৰ কাৰণে। গাড়ী আহি ৰ'লহি। আজি কিহৰ তোৰণ? বিয়া ঘৰৰ দৰে সাজ সজ্জা। বিশেষ অতিথিৰ আদৰণি উৎসৱ নেকি? দিলীপহঁতক বিস্ময় জন্মালে।

— কিয় নহ'ব? পিতৃ, মাতৃ আৰু ভাতৃৰ অন্তৰ। একমাত্ৰ কন্যাক পাঁচ বছৰৰ মূৰত নিজ ঘৰত দেখাৰ সৌভাগ্য। সেই সৌভাগ্যক আদৰি নানিলে হ'ব জানো?

জয়ন্তই আদৰিলে দিলীপ, প্ৰিয়ব্ৰতহঁতক। পৰিণীতাই আদৰিলে পাপৰিক আৰু বন্দিতাই? জ্যোৎস্নাক বাদ দি তাই কাক আদৰিব?

প্ৰিয়ব্ৰতে ভাবিলে জ্যোৎস্না ধুনীয়া নে তাইক সাবটি ধৰা সেই গোলাপ পাহ?

পাপৰিয়ে হাত যোৰ কৰি সকলোকে নমস্কাৰ জনালে। অসংখ্য চকুৱে তাইক চুই থাকিল। আজিৰ অনুষ্ঠানৰ মুখ্য অতিথি দিলীপ হোৱা উচিত আছিল যদিও পাপৰিকহে মুখ্য যেন লাগিল। অৱশ্যে দিলীপো গৌণ হৈ নাথাকিল। বিজু, বিজুহঁতে আহি পাপৰিক সাবটি ধৰিলে।

— পালিহি? আজিযে আমাৰ কিমান ভাল লাগিছে। পাপৰিৰ সিহঁতৰ লগত কথা পতাৰ উপায় নহ'ল। কেউফালে মানুহ গোট খাই তাইক ৰ লাগি চাইছে। নতুনকৈ আবিষ্কাৰ হোৱা বস্তুৰ প্ৰতি থকা আগ্ৰহে যি দৰে আগ্ৰহান্বিত কৰে আজি পাপৰিক চোৱাৰ কাৰণেও সেই আগ্ৰহ।

অভ্যৰ্থনাৰ কাৰণে নিমন্ত্ৰিত সকলক ভিতৰলৈ যোৱাৰ কাৰণে জয়ন্তই অনুৰোধ জনালেহি। তথাপি যেন পাপৰিক এৰি কোনো ভিতৰলৈ যাব নিবিচাৰে। হেৰাই যোৱাৰ ভয়। পিচত সকলোৱে অভ্যৰ্থনা গ্ৰহণ কৰিলেগৈ।

বিনীতা, পল্লবীহঁত নাহে। সদানন্দ, জয়ন্তী, চম্পা, পৰাগ, বাসুদেৱ আৰু যোগমায়া আহিছে। ঘৰ এৰি ৰবিৰাম আৰু আৰোনা আহিব পৰা নাই।

অভ্যৰ্থনাৰ অন্তত নিমন্ত্ৰিত সকলে বিদায় ল'লে। দিলীপহঁত আছে। পাপৰি আজিয়েই স্বামীগৃহলৈ উভতি যাবলগা হোৱা কাৰণে তাইৰ অন্তৰ কান্দি উঠিল। প্ৰাঞ্জল, পৰিণীতা, জয়ন্তইও শোক পৰিহাৰ কৰিব পৰা নাই। আজি পাপৰি থাকিব নোৱাৰে, নিয়মৰ কথা আছে।

পৰিণীতাই দিলীপ আৰু প্ৰিয়ব্ৰতহঁতক একোটা মূল্যবান উপহাৰ দিলে। পাপৰিকো পাটৰ কাপোৰ এযোৰ দিলে। দিলীপহঁত বাহিৰলৈ ওলাল। শোকাকুল হ'ল সকলো। চকুৰ পৰা অবিৰত লোতক বাগলে। দিলীপ আৰু প্ৰিয়ব্ৰতহঁতৰ চকুও মচি ল'ব লগা হ'ল।

— জোনালীজনীক কেইদিনমান থকাকে পঠাবা বোপা। পৰিণীতাই চকুপানী মচি লৈ ক'লে।

— নিশ্চয় পঠাম মা। এতিয়া বিদায় দিয়ক। পাপৰি আৰু দিলীপে পৰিণীতা আৰু প্ৰাঞ্জলক সেৱা কৰিলে। দুয়ো আশীৰ্বাদ জনালে।

দিলীপহঁত গৈ গাড়ীত বহিল। প্ৰাঞ্জলহঁতে গাড়ীকেইখন চকুৰে দেখালৈকে পদূলিত ঠিয়হৈ চাই ৰ'ল।

(২৩)

পাপৰিয়ে দিলীপৰ এলবামত থকা ফটোবোৰ চাই আছিল। এফালৰ পৰা চাই চাই এখন ফটোৰ ওপৰত চকু থৰহৈ ৰ'ল। দুজন ল'ৰাৰ একেলগে তোলা ফটো। ফটোত থকা ল'ৰা কেইজনৰ লগত দিলীপৰ সম্পৰ্ক কি? তেওঁলোক স্বামীৰ কোন হয়? বন্ধু নে সম্পৰ্কীয়? তাই জানিব লাগিব। দুয়োটাকে তাই চিনি পাইছে। প্ৰণীতা দেবীক সুধিব নোৱাৰে। সিহঁতক ইয়াত লগ পোৱা নাই। বিয়াত আছিল যদি তাই নাজানে। এলবামটো তাই থৈ দিলে। দিলীপ আহি পোৱালৈ অশান্ত মন এটাৰে বাট চাই ৰ'ল।

দিলীপ আজি সোনকালে ঘৰ পালেহি। অশান্ত মনটো সযতনে ৰাখি পাপৰি স্বামী শুশ্ৰূষাত ব্যস্ত হ'ল। দিলীপৰ মন ফৰকাল। মুখত হাঁহিৰ ৰেখা বিদ্যমান। স্বামীৰ মুখত হাঁহি দেখিলে পত্নীৰ ভাল লাগে। সকলো কথা মুকলিকৈ ক'ব পাৰি। সুধিবও পাৰি। সুধিলেও।

— আপোনাৰ এল্‌বাম কেইটা আজিহে চালো।

— হয় নেকি? কি পালা?

— ফটোবোৰ সুন্দৰ হৈছে। প্ৰায় বিলাকেই অচিনাকি। পাপৰিয়ে এলবাম এটা আনিলে। তাত থকা নিৰ্দিষ্ট ফটোখন দেখুৱাই সুধিলে, কোন হয়? মানে এওঁলোক আপোনাৰ বন্ধু নে সম্পৰ্কীয়?

— মানে?

— আমাৰ লগত সম্পৰ্ক থকা নে আপোনাৰ বন্ধু?

— কিয় সুধিলা?

— ক'ম বাৰু, আগতে পৰিচয় দিয়ক।

— এইটো মোৰ পেহীৰ ল'ৰা আৰু এইটো তাৰ বন্ধু।

— এওঁলোক এতিয়া ক'ত থাকে? মানে কি কৰে?

— দুয়োটা বাঙ্গালোৰত থাকে। অভে তাহাঁতৰ চাকৰি।

— আমাৰ বিয়াত আহিছিলনে?

— নাই, সিহঁত আহিব নোৱাৰিলে, ছুটি নাপালে।

— আপোনাৰ পেহীৰ ল'ৰা যেতিয়া সিহঁতৰ স্বভাৱ চৰিত্ৰৰ কথা আপুনি জানে। পাপৰিৰ কথাই দিলীপক চকিত কৰিলে। ভালদৰে বিচনাৰ ওপৰত বহি ল'লে। পাপৰিক প্ৰশ্ন কৰিলে।

— এলবামত থকা ইমানবোৰ ফটোৰ ভিতৰত এখন নিৰ্দিষ্ট ফটোৰ বিষয়ে জানিবলৈ ইমান আগ্ৰহ কিয়?

— কাৰণ আছে। আগতে মই জানিব বিচৰাখিনি কওক।

— পাপৰি তুমি নিজেই জানা বাহিৰৰ আভৰণে এজন মানুহৰ সম্পূৰ্ণ পৰিচয় দিব নোৱাৰে। তাতে সি মোৰ ভাই হয়। আনটো তাৰ বন্ধু হিচাপে ভায়ে হয়। এনেস্থলত মই সিহঁতৰ স্বভাৱ চৰিত্ৰৰ কথা কেনেকৈ ক'ব পাৰো?

— গুড্। সিহঁত কোনো অপৰাধমূলক কামত লিপ্ত বুলি জানিলে সিহঁতক শাস্তি দিবনে ভাই বুলি ক্ষমা কৰিব?

— শাস্তি বা মুক্তি দিয়াৰ অধিকাৰ মোৰ নাই। সেই অধিকাৰ আদালতৰ। মোৰ ওচৰত গোচৰ তৰিলে ধৰাই দিয়া বা ধৰি দিয়াৰ দায়িত্ব মোৰ। মই মোৰ দায়িত্ব পালনত ভাতৃ, বন্ধুৰ বিচাৰ নকৰো।

— যদি গোচৰ নাপায় অথচ অপৰাধী বুলি জানে?

— কিমান অপৰাধী পিয়াপি দি আছে, সেই সকলোবোৰক ধৰা মোৰ কাম নহয়। যি কাম মোৰ নহয়, তাৰ মাজত সোমাই হাৰাশাস্তি খাবলৈ যাম কিয়?

— আপুনি জানিব বিচৰা অপৰাধীৰ মাজত এই দুজনো থাকে, যদি তেওঁলোকলৈ আপোনাৰ পুতৌ জন্মিবনে?

— ইমান পাক লগা কথা সোধাৰ কাৰণ?

— আপুনি সহ্যগুণৰ অধিকাৰী হ'ব পাৰিলেহে কাৰণটো ক'ব পাৰিম। সেই কাৰণে সুধিছো, কওক সহ্য কৰিব পাৰিব?

— হ'ব পাপৰি, তোমাৰ কোৱাৰ প্ৰয়োজন নাই। মই আগতেই সিহঁতক ক্ষমা কৰি দিছো। এতিয়া মোক পৰীক্ষা কৰাৰ প্ৰয়োজন নাই। মোৰ ভাই নহ'লেও সিহঁত মুক্ত। অৱশ্যে বেয়া লাগিছে যে মোৰ ভাইৰ হাতত তুলি লাঞ্ছিতা।

দিলীপৰ শেষৰ কথাখিনি প্ৰণীতা দেৱীয়ে শুনিলে। সম্পূৰ্ণ শুনিবলৈ নাপালে। প্ৰণীতা দেৱীয়ে সুধিলে — কাৰ কথা কৈছ দিলীপ?

দিলীপ বিচনাৰ পৰা উঠি আহিল। মা সমীৰৰ কথা কৈছো। সিয়ে লগৰ বন্ধুৰ লগহে পাপৰিৰ সৰ্বনাশ কৰিছিল।

— হয়? সি ইমান অসত?

— যাব দিয়া মা। অতীতক সমাধি দিয়া।

— তাৰ পাপৰ প্ৰায়শ্চিত্ত তই কৰিছ। এতিয়া বুজিছো, সি বিয়ালৈ কিয় নাহিল।

— মা, বোকাত পৰিলেও প্ৰকৃত বস্তু অপবিত্ৰ নহয়। যদি তেওঁলোকে এতিয়াও অনুতপ্ত হৈ শুদ্ধ হ'ব পাৰে, আপোনালোকে অনাদৰ নকৰিব। তেওঁলোকৰ পিতৃ-মাতৃকো দুখ নিদিব। পাপৰিয়ে বিনম্ৰ অনুৰোধ কৰিলে।

— যদি শুদ্ধ নহয়? দিলীপে প্ৰশ্ন কৰিলে।

— বোকাৰ মাজত নিজেই মিহলি হৈ যাব। বস্তুৰ গুণ প্ৰকাশ নাপাব।

পাপৰিৰ কথাত প্ৰণীতা সন্তুষ্টিহে ক'লে — তুমি এনে আধ্যাত্মিক কথা

কেনেকৈ ক'ব পাৰিছা?

— পিতাৰ সান্নিধ্য আৰু ঘাত প্ৰতিঘাতে শিকাইছে মা। এফালে মা দেউতাৰ মৰম, আনফালে ভৱিষ্যৎ জীৱনৰ অস্পষ্ট ধাৰণা লৈ ক্ষণে ক্ষণে চিন্তাৰ জোৱাৰত উটি ভাঁহি থাকোতে যিবোৰ প্ৰশ্ন মনলৈ আহে তাৰ সমাধান বিচাৰি যি পাইছো, তাকেই কৈছো। এইয়া আধ্যাত্মিক কথানে সাধাৰণ বাস্তৱ মই নাজানো। ৰত্নাকৰ দস্যু বাল্মীকি হৈ মহাকাব্য ৰচনা কৰি জগতক জ্ঞান দিব পাৰিলে। ঘটনাচক্ৰত অপৰাধ কৰা সকলো পবিত্ৰ হ'ব নোৱাৰাৰ কাৰণ নাই। পবিত্ৰ হ'ব পাৰিলে ৰত্নাকৰ হৈ উজ্বলি উঠিব। নুঠিবনে মা?

— তোমাক বোৱাৰী পাই সুখী হৈছো পাপৰি। তুমিও মোৰ আচলৰ ৰত্ন হৈঁবা। তোমাৰ জ্যোতিত আমাৰ ঘৰ উদ্ভাসিত হওক।

আশীৰ্বাদ কৰক মা। মই যেন সদায় আপোনালোকক সন্তোষ দিব পাৰো।

সৌভাগ্যৱতী হোৱা। আশীৰ্বাদ দি প্ৰণীতা দেৱী আতৰি গ'ল।

পাপৰি, তুমি কথা ৰাখি সিহঁতৰ পৰিচয় দিয়াত ভাল পালো।

ময়ো শান্তি পাইছো। ইমান দিন ক'ব নোৱাৰি শান্তি পোৱা নাছিলো। প্ৰিয়জনৰ ওচৰত কোনো কথাই লুকুৱাই থোৱা উচিত নহয়। অথচ মই খুলি ক'ব পৰা নাই। আপোনাক কথা এটা কওঁ?

— কোৱা।

— সমীৰহঁতক মাতিব? এবাৰ সিহঁতক চোৱাৰ ইচ্ছা হৈছে।

— সিহঁতৰ প্ৰতি ইমান দৰদ কিয় পাপৰি?

— দৰদৰ কাৰণে নহয়।

— তেন্তে কি কাৰণে?

— সিহঁত মোৰ সন্মুখত ঠিয় দিব পাৰিলেহে শুদ্ধ হ'ব। সিহঁত শুদ্ধ হোৱাতো আপুনি নিবিচাৰে?

— সিহঁত জানো তোমাৰ সন্মুখলৈ আহিব? বিয়াতে নাহিল।

— পেহা, পেহীৰ লগত আপুনি সম্পৰ্ক ত্যাগ কৰিব পাৰিব জানো?

— ওহো নোৱাৰো। কেনেকৈ ত্যাগ কৰিম?

— সিহঁতেও মাক, দেউতাকক এৰিব নোৱাৰে। কিমান দিন সিহঁত আপোনাৰ পৰা আঁতৰি থাকিব? এদিন অনিচ্ছাকৃতভাৱে পেহাৰ ঘৰত মোৰ সন্মুখিন হ'লে কি অৱস্থা সৃষ্টি হ'ব পাৰে চিন্তা কৰক। সমীৰৰ বিয়া পাতিলে তাৰ বিয়ালৈ মই কেনেকৈ যাম?

— ধন্য পাপৰি, তুমি বহুত দূৰলৈ চিন্তা কৰিছা।

— সমৰক আপুনি মাতক। যদি নাহে সি বোকাত পোত গ'ল বুলি জানিম। আহিলে উপলব্ধি আৰু অনুশোচনাৰ সি শুদ্ধ হ'ব। মই তাক শুদ্ধ ৰত্নৰ ৰূপত চাব বিচাৰো।

— তালে মই এতিয়াই ফোন কৰিম। দিলীপে মোবাইলৰ বুটাম টিপিলে। সমীৰৰ সঁহাৰি পালে। মই দিলীপ দাদা। কেনে আছ? আমাৰ ভাল। বিয়ালৈ

নাহিলি? কেতিয়া ছুটী পাবি? নহয়, সোনকালে আহিবি। কথা আছে কাৰণে মাতিছো। কিয়? বৌৱেৰৰ লগত চিনাকি নহব? ঠিক আছে, বিহুতে আহিবি। অ'কে। লাইন কাটি দিলে। সি বিহুত আহিব বুলি কৈছে।

— সমীৰ আহিলে আপুনি তাক বেয়া পোৱা কথা নক'ব।

— তুমি যি কোৱা ক'বা। মোৰ ক'ব লগা একো নাই। ভয়ৰো কাৰণ নাই, চিন্তাৰো কাৰণ নাই। মোৰ চিন্তাৰ সৰহখিনি তুমি কাঢ়ি নিলাই। যিখিনি আছে তাৰে চাকৰিটো ৰাখি চলিব পাৰিলেই হ'ল।

ক্ৰিং ক্ৰিংকৈ লেণ্ডফোনটো বাজি উঠিল। পাপৰিয়ে বিচিভাৰটো তুলি ল'লে। ইয়েচ্ পাপৰি হিয়েৰ। অ' বৌ, কেতিয়া আহিল? আজিৰ খবৰ কওকচোন? দাদা, মা, পিতা। হয় নাই নাই কিয় বেয়া পাম? ইমান দিনৰ মূৰত আহিছে। কিয় নাযাব? ৰ'ব মই সুধি লওঁ।

— পল্লবী বৌৰ টেলিফোন। পৰহিলৈ মাতিছে। যাব পাৰিব নহয়?

— পাৰিম।

— হ'ব বৌ, পৰহিলৈকে যাম। অঁ অঁ মাৰো ভাল। ভাল বাক। টেলিফোনৰ সংযোগ কাটি দিলে।

— শুনিছে?

— কোৱা আক, নক'লে কেনেকৈ শুনিম?

— মাক এতিয়াই ক'ব লাগিব। তালে গ'লে বজাৰো কৰিব লাগিব।

— লাগিব। মাক মাতাচোন। পাপৰিয়ে প্ৰণীতাক মাতিলে। প্ৰণীতা অহাত দিলীপে ক'লে — মা, পৰহিলৈ পল্লবী বৌৱে আমাক মাতিছে।

— যাবি হঁক।

— আপুনিও ব'লক মা।

— মৰখন এৰি তিনিও যাম জানো?

— ব'লা মা, একো নহয়। বৌইতক এবাৰ লগ পালে ভাল লাগিব। আকৰা কিমান দিনৰ মূৰত আহিব পাৰে। দিলীপে মাকৰ সম্মতি বিচাৰিলে।

— এৰা তেওঁলোকক এবাৰ লগ পালে ভাল লাগিব। সেই জোৰোণৰ দিনাই লগ পোৱা। দুষাৰ কথাও পতা নহ'ল।

— সেই কাৰণেই কৈছো, বলক মা।

— যাম বাক। প্ৰণীতাই সম্মতি জনালে।

— আক এটা কথা মা, কিবা দিব লাগিব জানো?

— মান ধৰোতে দিয়া হৈছেই, এতিয়ানো কি দিবা?

— আপুনি যি ভাল বুলি কয় তাকে কৰিম।

— তেওঁলোকে কিবা দিলে আমিও দিব লাগিব। কি দিলে ভাল বুলি ভাবা, দিবা।

— হ'ব মা আমি চাই লওঁ। প্ৰণীতা গ'লগৈ।

— তুমি হিচাপ এটা কৰি ৰাখিবা। কালিলৈ অফিচৰ পৰা আহি বজাৰ কৰিম।

(২৪)

দুপৰীয়া আহাৰ গ্ৰহণৰ পিচত সদানন্দই ৰঞ্জন, বিজন, সন্ধ্যাৰাণী, পল্লৱী, বিনীতা, দিলীপ আৰু পাপৰিক ড্ৰইং ৰুমতে বহুৱাই ল'লে।

— তহঁত যোৱাৰ পিচত তহঁতক বহুদিনলৈ লগ নাপাম। সেই কাৰণে তহঁতৰ লগত অলপ আলোচনা কৰিব বিচাৰিছো। দিলীপ আৰু পাপৰিকো মোৰ মনৰ কথা কোৱাৰ ইচ্ছা হৈছে। ৰবিৰাম, আঘোনা মোৰ আশ্ৰয়ত ৰখাৰ কথা তোমালোকে জানিছাই। ইয়াত থকা মাটিবাৰী, ঘৰ যি আছে এই সকলোখিনি পৈত্ৰিক সম্পত্তি। মোৰ অবিহনে ইয়াৰ উত্তৰাধীকাৰি ৰঞ্জন আৰু বিজন হ'ব। সিহঁতৰ ন্যায্যতাক মই অস্বীকাৰ কৰিব নোৱাৰো। এজন যোগ্য ব্যক্তিৰ লগত পাপৰিৰ বিয়া হোৱা কাৰণে তাইৰ চিন্তা মোৰ নাই। কিন্তু ৰবিৰাম, আঘোনাইতক সংসাৰ পাতি দি সিহঁতক জয়ন্তী আৰু চম্পাৰ দায়িত্ব দিলেও সিহঁতৰ ভৰণ পোষণৰ চিন্তা এটা আছে। বাসুদেৱৰ দায়িত্ব মোৰ ওপৰতে। কেনেদৰে সিহঁতৰ ভৰণ পোষণ হ'ব তাৰ কাৰণে তোমালোকৰ পৰা পৰামৰ্শ বিচাৰিছো। কোনে কি পৰামৰ্শ দিব বিচাৰা মন খুলি কোৱা। কথাখিনি কৈ সদানন্দ মৌন হৈ ৰ'ল।

কিছু সময় কাৰো মুখৰ মাত নাই। প্ৰত্যেকেই নিজৰ চিন্তাত ব্যস্ত। কিছু সময়ৰ পিচত দিলীপে মাত লগালে।

— ডাঙৰ দাদা, পিতাৰ চিন্তা আঁতৰ কৰাৰ প্ৰথম দায়িত্ব আপোনাৰ। এই সম্পত্তিৰ উত্তৰাধিকাৰী হিচাপে আপুনি আৰু সৰু দাদা। আপোনালোকৰ ইচ্ছাৰ বিৰুদ্ধে পিতাইযে কাকো নিদিয়ে সেই কথা ব্যক্ত কৰিছে। ইচ্ছা কৰিলে তেখেতে নিজেই দান দিব পাৰে। তথাপি দিব বিচৰা নাই।

দিলীপৰ কথা শুনি ৰঞ্জনে মাত লগালে। দেউতাৰ মহান আদৰ্শৰ ওচৰত বহুত আগতেই মোৰ শিৰ নত হৈছে। মই দেউতাৰ কোনোটো কামতে ত্ৰুটি দেখা নাই। মোৰ মত ব্যক্ত কৰাৰ আগতে বিজন আৰু মাৰ মত জানিব বিচাৰো। দেউতাৰ পিচতে মা আছে। মাৰ মনৰ কথা কওক। তাৰ পিচত বিজনেও কওক। মা তুমিয়েই কোৱা। এই সম্পত্তি দেউতাই কাৰোবাক দান দিব বিচাৰিলে তোমাৰ কিবা আপত্তি আছে নেকি?

সন্ধ্যাৰাণীয়ে ক'লে — এতিয়া তেখেতৰ বয়স হৈছে। মোৰো বয়স হৈছে। জীয়াই থকা দিন কেইটাৰ কাৰণেহে আমাৰ জীৱিকাৰ দৰকাৰ। তহঁত বিদেশত আছ। তহঁতে যদি এইখিনি সম্পত্তিৰ আশা কৰ মই আপত্তি নকৰো। ত্যাগ কৰিলেও মই দুখ নাপাওঁ। ভাবি চিন্তি দুয়ো দেউতাৰক পৰামৰ্শ দে যাতে ইয়াত থকা প্ৰাণী কেইটায়ো জীৱিকাৰ কষ্ট নাপায়।

— মাৰ মনৰ কথা আমি জানিলো। মই মাৰ কথাত আনন্দ পাইছো। তেওঁ দেউতাৰ মনত দুখ দিবলৈ নিবিচাৰে। তোৰ মতামত কি? বিজনক সুধিলে।

দাদা, মই অষ্ট্ৰেলিয়াত আছো। আমাৰ সন্তান তাত ডাঙৰ হৈ ইয়াত থাকিবলৈ

আহিব বুলি মই নাভাবো। ময়ো অষ্ট্ৰেলিয়াৰ পৰা মাটি এডোখৰ বিচাৰি ইয়ালৈ অহাৰ কথা ভবা নাই। আমাৰ পূৰ্ব পুৰুষৰ মাটিখিনিৰ সদ্ব্যৱহাৰ হোৱাতো মোৰ ইচ্ছা। বিনীতা, তোমাৰ ক'ব লগা থাকিলে ক'ব পাৰা।

দেউতাৰ ত্যাগক মই আদৰণী জনাওঁ। দেউতাৰ ত্যাগৰ স্থায়ীত্ব হ'লে মই ভাল পাম। মাটিখিনি ভাল কামত লাগিলে আমাৰো গৌৰৱৰ কথা। বিনীতাই মনৰ কথা প্ৰকাশ কৰিলে।

— পল্লৱী, তোমাৰো মনৰ কথা কোৱা।

— আমেৰিকাৰ পৰা ইয়াত মাটি বিচাৰি অহাৰ কথা মই ভবা নাই। দেউতাৰ অবিহনে এই মাটি ধ্বংস প্ৰাপ্ত হোৱাৰ সম্ভাবনা বেচি। ধ্বংস নোহোৱাকৈ কামত লাগিলে, মই ভাবো বহুতৰ উপকাৰ হ'ব। দেউতাই কেনে ধৰণে ভাবিছে মই নাজানো। মোৰ ইচ্ছা ৰবিৰাম, আঘোনাক গোটেইখিনি সম্পত্তি ভগাই নিদি এটা অংশ জনকল্যাণমূলক কামত লগালে দেউতাৰ স্মৃতি যুগমীয়া হ'ব।

— ৰঞ্জনে সন্তুষ্ট হৈ ক'লে — মই আনন্দ পাইছো যে এজনৰ মনতো সম্পত্তিৰ মোহ নাই। মই ইতিমধ্যে আমেৰিকাত নাগৰিকত্ব পোৱাৰ চেষ্টা কৰিছো। সোনকালে পোৱাৰ আশাও আছে। ইয়াৰ যি মাটিবাৰী আছে তাৰপৰা যি পইচা পাম তাতকৈ খৰছহে বেচি হ'ব। তেনেকুৱা ব্যৱসায় মানুহে নকৰে। মাটিখিনি এদিন এনেয়ে বেলেগৰ হাতলৈ গুছি যাব। তাতকৈ দেউতাৰ ইচ্ছা পূৰণ হ'লে তেখেতে শান্তি পাব। যি কেইজন মানুহে যোৱা পাঁচ বছৰে দেউতাৰ যত্ন ল'লে আৰু এতিয়াও ল'ব লাগিব, তেওঁলোকৰো জীয়াই থকাৰ পথ প্ৰশস্ত হ'ব। পল্লৱীয়ে কোৱা কথা এটা মোৰ ভাল লাগিছে। ইয়াৰ এটা অংশ জনকল্যাণৰ কামত লগাব পাৰিলে ভাল হয়। দেউতাই কওক ৰবিৰাম, আঘোনাইতক কাক কিমান দিব বিচাৰে আৰু নিজৰ কাৰণে কি ৰাখিব বিচাৰে।

সদানন্দই মনৰ কথা প্ৰকাশ কৰিলে। মোৰ জীৱিত কালত এতিয়া থকাৰ দৰেই থাকিব। পৰাগ, বাসু আৰু মায়াৰ খৰছো ইয়াৰ পৰা হৈ থাকিব। ৰবিৰাম, আঘোনাক এতিয়ালৈকে পাৰিশ্ৰমিক দিয়া নাই। এতিয়াৰ পৰা পৰাগ, বাসু আৰু মায়াৰ নামত পঢ়াৰ কাৰণে একোটা একাউণ্ট খুলি মাহে মাহে যি পাৰো জমা কৰি যাম। সিহঁতৰ নামত এল্ আই ছি কৰিলে পঢ়াৰ লগতে সিহঁতৰ নিৰাপত্তা হ'ব। মোৰ অবিহনে যাতে কোনো কন্দল নালাগে তাৰ কাৰণে ইহঁতৰ নামত ভাগ কৰি এখন উইল কৰি থম। গুৱাহাটীৰ মাটি বিক্ৰী কৰি যি ধন পোৱা হ'ব সেইখিনি তহঁত দুটাই ভগাই ল'বি। এনেধৰণে কৰিলে সকলোৱে অংশ পাব। মোৰ পেঞ্চনৰ টকাৰে আমি দুয়ো চলিব পাৰিম। মোৰ অবিহনে মাৰেও পেঞ্চনৰ টকা পাই থাকিব। এইয়া মই নিজে ভবা কথা। তাতকৈ ভাল পৰামৰ্শ পালে সেই পৰামৰ্শ মতে কাম কৰিম।

ৰঞ্জনে পাগৰিৰ পৰামৰ্শ বিচাৰিলে।

— দাদা, পিতাৰ আঁচনিত মই ভুল বিচাৰি পোৱা নাই। স্মৃতি ৰক্ষাৰ কথা চিন্তা কৰিলে এটা কাম কৰিব পাৰি। সেই কাম অকল স্মৃতি ৰক্ষাই নহয়, এক

আদর্শও হ'ব।

— কাবা, কি কামৰ কথা ভাবিছা?

— ৰবিকাই আৰু আঘোনাকাই খেতিয়ক মানুহ। পিতাৰ লগত থাকি খেতিৰ বিষয়ে শিকিব পাৰিছে। তেওঁলোকক পথাৰৰ মাটি দিলেই ভালদৰে চলিব পাৰিব। আমাৰ কৃষি বিষয়ত মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় আছে। সেই শিক্ষা উচ্চ স্তৰৰ। বিদ্যালয় স্তৰৰ কৃষি বিদ্যালয় নাই। যি সকলে উচ্চ পৰ্য্যায়ৰ শিক্ষা গ্ৰহণ কৰে তেওঁলোকে নিজহাতে খেতি নকৰে। কৃষি বিষয়ক এখন বিদ্যালয় স্থাপন কৰিব পাৰিলে আমাৰ কৃষকসকল উপকৃত হ'ব। কৃষক সকলক কৃষি বিষয়ত শিক্ষিত কৰিব পাৰিলে দেশৰ ভবিষ্যৎ উজ্জ্বল হ'ব। মই ভাবো এই বাৰী মাটিখিনিত কৃষি বিদ্যালয় স্থাপন কৰিব পাৰিলে কৃষক সকলৰ উপকাৰ হোৱাৰ লগতে পিতাৰো স্মৃতি ৰ'ব। এটা আদৰ্শনীয় অনুষ্ঠানো গঢ়লৈ উঠিব।

বিজনে মাত লগালে, তোমাৰ পৰামৰ্শৰ মূল্য আছে। অকল মাটি হ'লেই জানো বিদ্যালয় এখন হ'ব? তাত খৰছ আছে। খৰছৰ উৎসও লাগিব।

— লাগিব দাদা। এখন পূৰ্ণাঙ্গ বিদ্যালয়ৰ কাৰণে বহুত টকাৰ দৰকাৰ হ'ব। একেলগে ইমান ধন যোগাৰ কৰা টান। আজি কালি নতুন নতুন বিদ্যালয় বহুত হৈছে। বিদ্যালয় গঢ়ি তুলিবলৈ সময় লাগিব। আমি এতিয়াও দুটা মূল্যবান সম্পদ দেখিছো। এডোখৰ মাটি আৰু এটা ঘৰ। এই ঘৰত এদিন সংস্কৃত টোল আছিল। এতিয়া টোলৰ ঠাইত কৃষি বিদ্যালয় হ'ব। বিদ্যাৰ্থীসকলে বিদ্যা লাভৰ কাৰণে খেতি কৰি খৰছৰ এটা অংশ উলিয়াব পাৰিলে সা সজুলিৰ কাৰণে সমস্যা আছে। সামান্য মাচুলৰ ব্যৱস্থা কৰিলে তাৰ পৰাও কিছু খৰছ যোগাৰ হ'ব। শিক্ষাদানৰ প্ৰাৰম্ভিক স্তৰত পিতাই নিজেই আৰম্ভ কৰিব পাৰিব। তাৰ পাচত বিদ্যালয়ৰ পৰা বিদ্যা লাভ কৰা শিক্ষিত চাই শিক্ষক নিযুক্তি দিব পৰা যাব। মই ভাবো, পাঁচোটা বছৰৰ পিচত বিদ্যালয়খন বহুতো আগবাঢ়িব পাৰিব।

বজনে দিলীপৰো মন্তব্য বিচাৰিলে। দিলীপে মন্তব্য দিলে।

— পিতাৰ ত্যাগৰ মূল্য অটুত ৰাখিবলৈ এটা আদৰ্শপূৰ্ণ অনুষ্ঠান গঢ়ি তুলিব পাৰিলে উত্তম কথা। কল্পনা আৰু বাস্তৱ একে কথা নহয়। যি দক্ষতাৰে পিতাই ইমানখিনি মানুহক ইয়াত ৰাখি প্ৰতিপালন কৰি সুখত ৰাখিব পাৰিছে, সেই দক্ষতাৰে কৰিব পাৰিলে এতিয়াও তেনে এটা অনুষ্ঠান গঢ় ল'ব বুলি মোৰ বিশ্বাস। পিতাৰ বয়স হৈছে। আমি জোৰ কৰি তেখেতৰ ওপৰত বোজা এটা তুলি দিব নোৱাৰো। বোজা বব পৰা মানুহ ওলালে পিতাৰ পৰামৰ্শৰে নিশ্চয় অনুষ্ঠান এটা গঢ়লৈ উঠিব। অৰ্থাৎ পৰিচালনা কৰা মানুহ হ'লে কৃষি বিদ্যালয় এখন পাতিলে পিতাৰ নাম সদায় স্মৰণীয় হৈ থাকিব।

পাপবিয়ে ক'লে — ইয়াত কৃষি বিদ্যালয় এখন পতাতো নিশ্চিত হ'লে মই পিতাক সৰ্বতো প্ৰকাৰে সহায় কৰিম। কৃষি বিষয়ক শিক্ষা মোৰ নাই। আন যি শিক্ষা আছে তাৰে পৰিচালনাৰ কাম চলাব পাৰিম বুলি মোৰ আত্মবিশ্বাস আছে।

পল্লৱীয়ে মাত লাগে — গুৱাহাটীত যি ঘৰ মাটি আছে সেইখিনি বিক্ৰী কৰি পোৱা ধনখিনি আমি বিদ্যালয়ৰ কাৰণে দান কৰিব নোৱাৰোনে? কোৱা বিনীতা, তোমাৰ মতামতৰ প্ৰয়োজন আছে। দেউতাই সেই সম্পত্তি তোমালোকক আৰু আমাক দিছে। আমি দেউতাৰ পৰা গ্ৰহণ কৰি দেউতাৰ কামৰ কাৰণে দান দিলে তোমালোকৰ আপত্তি থাকিব নেকি?

বিনীতাই বিজনৰ ফালে চালে। বিজনৰ আপত্তি নাই বুলি বুজি পালে। পল্লৱীৰ উদাৰতাৰ প্ৰতি বিনীতাই সন্মান জনালে।

বাইদেউ, দেউতাৰ কাৰণে আমি সেইকণ ত্যাগ নিশ্চয় কৰিব পাৰিম। ঈশ্বৰে যিখিনি দিছে তাৰেই ভাল ভাবে চলিব পাৰিম। দেউতাৰ কষ্টোপাৰ্জিত সম্পদ জন কল্যাণৰ কামত খৰছ হ'লে আমি সুখী হ'ম। বিনীতাই উদাৰ মনেৰে কথাখিনি কৈ তৃপ্তি লভিলে।

সুন্দৰ, ৰঞ্জনে মাত লগালে। দেউতাৰ মাটি, ঘৰ, পল্লৱী বিনীতাই দিয়া ধনেৰে পাপৰিৰ পৰিচালনাত গুৱাগমণি গাৱঁত এখন কৃষি বিদ্যালয় স্থাপন হ'ব। ইয়াতকৈ আমাক আৰু কি সৌভাগ্য লাগে? তুমি কি কোৱা দিলীপ?

— ক'বলৈ একো নাই দাদা। আমাৰ মন্তব্য দাঙি ধৰিলো। কাৰ্য্যভাৰ পাপৰি আৰু পিতাৰ ওপৰত। পিতাই সমৰ্থন জনালে আমি নিশ্চিত হ'ব পাৰিম যে, গুৱাগমণি গাৱঁত এখন কৃষি বিশ্ববিদ্যালয় হ'ব।

সদানন্দই মন্তব্য দাঙি ধৰিলে — তোমালোকৰ আশা পূৰণ কৰাৰ কাৰণে চেষ্টা কৰিম। হ'ব বা নহ'ব এতিয়া নকওঁ। পাপৰিৰ লগত বহি পৰিকল্পনা আৰু হিচাপ কৰি চাওঁ। ইমান দিন মোৰ সকলো কামৰ সহায় তায়েই আছিল। এতিয়াও সহায়ৰ বাবে আগবাঢ়ি আহিছে। তাৰ মাজত এটা কিন্তু বৈ গৈছে।

— কিন্তু কি পিতা?

— আজি তুমি মোৰ আশ্ৰয়ত নহয়। তোমাৰ স্বামী আৰু শাহু আছে। তেওঁলোকৰ পৰা তুমি অনুমতি পাব লাগিব।

দিলীপে ক'লে — পিতা পাপৰি আপোনাৰেই। মই আৰু মা আশ্ৰয় দাতাহে। আপোনাৰ সকলো কামৰ কাৰণ পাপৰিক সততে পাই থাকিব। পাপৰিয়ে আপোনাক সহায় কৰিবলৈ আহিলে মায়ো আনন্দহে পাব।

চম্পা আৰু জয়ন্তীয়ে চাহ দিলেহি। ৰঞ্জনে দুয়োকে বহিবলৈ ক'লে। আযোনা আৰু ৰবিৰামকো মতাই আনিলে। সিহঁতো আহি বহিলহি। পাপৰিয়েই কথা আৰম্ভ কৰিলে।

— দাদা বৌহঁত কেইদিনমান পিচতে যাবগৈ। দাদাহঁত থাকোতেই আমি ইয়াত বিদ্যালয় এখন পতাৰ আলোচনা কৰিলো। তোমালোকক ইয়াৰ পৰা পঠাই দি নহয়। তোমালোকক লগত লৈহে হ'ব। বিদ্যালয়খন হ'ব কৃষি বিষয়ৰ। আমাৰ কৃষক সকলক আৰু উঠি অহা ভৱিষ্যৎ কৃষক হ'ব বিচৰা সকলক শিক্ষা দিয়াৰ কাৰণে। তোমালোকেও কথাটো জনা দৰকাৰ।

— বৰ ভাল কথা আইদেউ। আঘোনাই সন্তোষ মনৰে ক'লে। দেউতাৰ দৰে আমাৰ খেতিয়কে খেতি কৰিব নাজানে। দেউতাৰ পৰা শিকিলে তেওঁলোকেও ভাল খেতি কৰিব পাৰিব। আঘোনাৰ কথাত ৰৱিৰামে সমৰ্থন জনালে।

প্ৰতীম আৰু ৰমনিও আহি ওলাল। দুয়োজনকে বহিবলৈ দিলে দুয়ো বহিল।

প্ৰতীম তোমালোকো আহিলা ভালেই হ'ল। আমি কথা এটা আলোচনা কৰি আছিলো। তোমালোকৰ সহায়ৰ প্ৰয়োজন হ'ব। আলোচনাৰ কথা তোমালোকেও জানিব লাগে।

— কওচোন বাইদেউ, আলোচনা কিহৰ আৰু আমি কি সহায় কৰিব লাগিব।

পাপৰিয়ে ৰঞ্জনক ক'লে — 'দাদা আপোনাৰ পৰাই এওঁলোকে শুনক। ৰঞ্জনে বিদ্যালয়ৰ বিষয়ে হোৱা আলোচনাৰ কথা প্ৰতীমহঁতক সকলো বিৱৰি ক'লে। দুয়ো শুনি সন্তোষ পালে।

ৰমনিয়ে ক'লে — দাদা আপোনালোক মহান। যি দান স্বেচ্ছাৰে আমাৰ কাৰণে উৎসৰ্গা কৰিছে তাৰ কাৰণে আমি নিজক ভাগ্যবান বুলি ভাবো। বাইদেউৰ নেতৃত্ব মানি আমি চলিম। তেখেতক সকলো প্ৰকাৰ সহায় কৰি যাম। যি দৰে আমাক পৰিচালনা কৰে, আমি তেনে ধৰণে আগবাঢ়ি যাম। বাইদেউ আপুনি আমাৰ সহায়ৰ কাৰণে নিচিন্ত থাকক।

— তোমালোকৰ ওপৰত আস্থা আছে কাৰণেই মই কামটো হাতত ল'বলৈ সাহ কৰিছো। মই এদিন আহি কামৰ পৰিকল্পনা আৰু কৰ্মৰ ওপৰত আলোচনা কৰিমহি। তোমালোকো থাকিব লাগিব। দাদাইঁত থাকোতেই শুভাৰম্ভ কৰিব পাৰিলে ভাল। পিতা আমাৰ পৰামৰ্শদাতাহে হ'ব। কাম আমিয়েই কৰিব লাগিব।

— নিশ্চয় কৰিম বাইদেউ। শুভাগমণি গাৱঁত পাতিবলৈ লোৱা প্ৰস্তাবিত কৃষি বিদ্যালয়ে খুৰাদেউৰ গৌৰৱক অমৰ কৰিব। আমি সকলোৱে সহায় কৰিম। ভিনদেউ, আপোনাক আমাৰ মাজত পাই আমি গৌৰৱ কৰিছো। বাইদেউৰ লগতে আপোনাৰ পৰাও উৎসাহ, উদ্দীপনা আৰু আশীৰ্বাদ বিচাৰো।

— তোমালোকৰ প্ৰতি মোৰ আশীৰ্বাদ আৰু শুভেচ্ছা সদায় থাকিব। তোমালোকৰ উন্নতিয়ে মোক আনন্দ দিব। তোমালোকৰ বাইদেউ তোমালোকৰ লগতে থাকিব। ময়ো যি পাৰো সহায় কৰিম। তোমালোক আদৰ্শবাদী হোৱা। অনুজসকলৰ বাবে সেন্দুৰীয়া পথ নিৰ্মাণ কৰা। পিতাইঁতৰ অনুদানৰ সদব্যৱহাৰ কৰা। তোমালোক জিলিকি উঠিবা।

— আমি সফল হোৱাৰ কাৰণে আশীৰ্বাদ কৰক। আমি যৎপৰোনাস্তি চেষ্টা কৰিম। ৰমনিৰ লগত আলোচনা কৰি প্ৰতীমে পুনৰ ক'লে — বিদ্যালয়খনৰ নামকৰণ এটা আজিয়ে কৰা হওক। দাদাইঁত থাকোতেই নামকৰণ আমি উন্মোচন কৰাৰ ইচ্ছা কৰিছো।

— আমি আৰু চাৰিদিনহে থাকিম। ইমান কম সময়ৰ ভিতৰত কেনেকৈ সম্ভৱ হ'ব? ৰঞ্জনে সুধিলে।

— দাদা, আমি বিদ্যালয়ব ফলকখনহে আপোনালোক থাকোতে উন্মোচন কবাম। বাকী কাম পিচত হৈ থাকিব।

— ভাল চিন্তাই কবিছা। দাদা, বৌহঁতে বিদ্যালয়খনব নামটো জানি যাওক। ডাঙব বৌ আপুনিয়ে নাম এটা দিয়ক — দিলীপে ক'লে।

— মইনো কি নাম দিম? দেউতা আৰু মা দুয়োৰে নাম থকাকৈ নাম এটা দিব পাবিলে ভাল হ'ব। বিনীতা কোবাচোন দেউতা, মাব নাম থকা নাম এটা।

— কওঁ এটা, বেয়া পালে বেলেগ দিব। দেউতাব নামব পবা সদা আৰু তাব লগত মাব নাম মিলাই 'সদাসন্ধ্যা' নাম কেনে হ'ব?

বিনীতাব সূক্ষ্ম চিন্তাব কাবণে বঞ্জনে প্ৰশংসা কবি ক'লে — পচন্দব নাম। কি কোবা পাপবি?

— সুন্দব নাম হ'ব। প্ৰতীম, তোমালোকে কেনে পাইছা?

— বৌব চিলেক্চন প্ৰশংসনীয়।

— মই আহিব নোবাবিলেও পাপবি আহিব। তোমালোকে বেয়া নাপাবা। দিলীপে ক'লে। থাকিব পাবিলে মই ভাল পাম।

সদানন্দই ক'লে — তোমালোকব সকলোবে আগ্ৰহ দেখি মই সন্তোষ পাইছো। এই আগ্ৰহ আমি স্থায়ী ভাবে বাখিব লাগিব। বহুত অনুষ্ঠান প্ৰথমতে আড়ম্ববে আবম্ভ কবি পিচত পিঠি দিয়াব কাবণে বোগীয়াহে মৃত্যু হোৱা দেখিছো। আমি যাতে সুস্থ ভাবে জীয়াই বাখিব পাবো তাব প্ৰতি যত্নপব হ'ব লাগিব। আমি মনত বাখিব লাগিব শ্ৰমব প্ৰতিটো পইচাব মূল্য আছে। কৃষকসকল উপকৃত হ'ব লাগিব। নব প্ৰজন্মই উন্নতিব মুখ দেখিব লাগিব। তাব কাবণে গুৱাগমণি গাৱঁব প্ৰতিজন লোককে অংশীদাব কবিব লাগিব। তাব দায়িত্ব প্ৰতীমহঁতব।

— আমি সদায় সচেতন থাকিম আৰু সকলো মানুহক জৰিত কবিবলৈ যত্নপব হ'ম। প্ৰতীমে আগ্ৰহ প্ৰকাশ কবিলে।

দিলীপে ক'লে — তোমালোকব ওপবত আশা বাখি পাপবিয়ে গধুব দায়িত্ব এটা ল'বলৈ আগবাঢ়িছে। সেই দায়িত্ব পালনত তোমালোক সহায় হ'বা।

— নিশ্চয় আমাব সহায় পাব ভিনদেউ। বমনিয়ে আশ্বাস দিলে।

(২৫)

বঞ্জন আৰু বিজনহঁত যোৱাব আগতেই 'সদাসন্ধ্যা' কৃষি বিদ্যালয়ব প্ৰকাণ্ড ফলকখন উন্মোচন কবা হ'ল। গুৱাগমণি গাৱঁব সকলো লোকব উপস্থিতিত সদানন্দই বিদ্যালয়খনব উদ্দেশ্য ব্যাখ্যা কবিলে। সকলোবে পবা সহায় আৰু সহযোগিতা বিচাবিলে। বাহিৰব মানুহব পবাও সন্তোষ প্ৰকাশ কবি সহায়ব হাত আগবঢ়াব বুলি একেমুখে ব্যক্ত কবিলে। সদানন্দব পবিয়ালব মহান দানব প্ৰতি শলাগ ল'লে। নামঘবীয়া বৈকুণ্ঠব দ্বাবা ফলকখন উন্মোচন কবোৱা হ'ল। নামঘবীয়াই ভক্তিকব

বৰগীত আৰু কাকুতি যোৱাৰে ঈশ্বৰক স্তুতি কৰি ফলক উন্মোচনৰ কাৰণে আগবাঢ়ি গ'ল। ৰচি এডাল টানি ফলকখন ঢাকি ৰখা কাপোৰখন আঁতৰাই দিলে। বাইজে হাত চাপৰি বজাই আনন্দ প্ৰকাশ কৰিলে। নামঘৰীয়াই বিদ্যালয়ৰ মঙ্গল আৰু দীৰ্ঘায়ু হওক বুলি চমু ভাষণ এটা দিলে।

ৰঞ্জনহঁত কৰ্মস্থানলৈ গ'ল। যোৱাৰ পিচতো বিদ্যালয়ৰ কাম কাজৰ খবৰ লৈ থাকিল।

পাপৰি কেইদিনমান থকাকৈ শুৱাগমণিলৈ আহিল। প্ৰথম সদানন্দৰ লগতে বহি আলোচনা কৰিলে। মাটি বিক্ৰী কৰি টকা পইচা পাবলৈ বহুত দিন বাট চাব লাগিব। বেচিদিন বৈ থাকিলে মানুহৰ উৎসাহ নোহোৱা হ'ব। গতিকে বৰ্ত্তমান ঘৰটোৰ দুটা কোঠাও বিদ্যালয়ৰ আৰম্ভণী কৰা হওক। খেতিয়কৰ যি গৰু আৰু নাঙল আছে তাৰেই খেতিৰ কাম চলোৱাৰ ব্যৱস্থা হওক। লগতে পাঠ দানৰ কাৰণে মৌখিক পৰামৰ্শ দিয়া হওক। পিচে পৰে বিদ্যালয়ৰ বাকী সা-সজুলি হৈ থাকিব। আলোচনা মৰ্মে কাম হাতত লোৱা হ'ল।

বিদ্যাৰ্থীৰ কাৰণে প্ৰথম তিনিটা ভাগ কৰিলে। এটা ভাগত কৃষকসকল, এটাত কম পঢ়া যুৱক আৰু লগতে দুজন শিক্ষিত যুৱকক সুবিধা দিয়া হ'ব। এই সুবিধা প্ৰথম শুৱাগমণিৰ কাৰণেহে হ'ব। আগতে নিজৰ গাৱঁৰ চিন্তা, পিচত তাৰ পৰা আঁতৰলৈ সুবিধা দিয়া হ'ব। প্ৰতীমহঁতকো মাতি আলোচনা কৰিলে। সিহঁতেও সমৰ্থন জনালে। ফলকখন লগোৱাৰ এমাহৰ ভিতৰতে বিদ্যালয় আৰম্ভ কৰা হ'ল।

ব্যৱহাৰিক শিক্ষাৰ কাৰণে মাটিৰ প্ৰয়োজন। মাটিৰ কাৰণে বিদ্যালয়ৰ ওচৰতে থকা কৃষকসকলৰ মাটি চুক্তি হিচাপে লোৱা হ'ল। চুক্তিমতে মাটিৰ মালিক সকলক বিদ্যালয়ৰ প্ৰথম শিক্ষাৰ্থী হিচাপে লোৱা হ'ব। মাটিত পূৰ্বতে যি পৰিমাণৰ উৎপাদন হৈছিল সেই উৎপাদন মাটিৰ মালিকে পাব। তাৰ ওপৰত বিখিনি উৎপাদন বাঢ়িব সেই উৎপাদন বিদ্যালয়ৰ হ'ব। বিদ্যালয়ৰ পৰা কোনো বিদ্যাৰ্থীকে বৰ্ত্তমান একো সুবিধা বিদ্যালয়ৰ পৰা দিয়া নহ'ব।

প্ৰথম বছৰত মাত্ৰ পোন্ধৰজন কৃষক, পাঁচজন উচ্চ মাধ্যমিক বা তাতকৈ নিম্ন শ্ৰেণীৰ আৰু দুজন স্নাতক পৰ্য্যায়ৰ লোৱা হ'ল।

বিদ্যালয় পৰিচালনাৰ কাৰণে সদানন্দ ভট্টাচাৰ্য্যক সভাপতি, পাপৰিক সম্পাদিকা হিচাপে লৈ কৃষক আৰু শিক্ষিত যুৱক সহ এঘাৰজনীয়া কমিটি এখন কৰা হ'ল। কোষাধ্যক্ষ বুলি কাকো ৰখা হোৱা নাই। অৰ্থ সদানন্দৰ, হিচাপ ৰাখিব পাপৰিয়ে। গতিকে এতিয়া কোষাধ্যক্ষৰ প্ৰয়োজন নাই। এটা বছৰ তেনেদৰে চলিল। একছৰৰ ভিতৰত গুৱাহাটীত থকা সদানন্দৰ ঘৰ আৰু মাটি বিক্ৰী কৰি সত্তৰ লাখ টকা পোৱা হ'ল। দ্বিতীয় বছৰৰ পৰাহে প্ৰকৃত ৰূপত বিদ্যালয়খন আৰম্ভ কৰিব পৰা হ'ল।

বিদ্যালয়ৰ কাৰণে সম্পূৰ্ণ ঘৰটো নিৰ্মাণ কৰা চিন্তা কৰি সদানন্দ আৰু আৰেনে, ৰবিৰামহঁত থকাৰ কাৰণে তিনিটা সৰু ঘৰ বনোৱাৰ কথা ভাবিলে। দহ লাখ টকাৰে সেই কাম কৰা হ'ল। বাকী ষাঠি লাখৰ আধাখিনি বিদ্যালয়ৰ নামত জমা ৰাখি ত্ৰিশ

লাখ টকাৰে বিদ্যালয়ৰ সামগ্ৰী কিনিলে। মাটিৰ কাৰণে একে চুক্তিৰে আৰু কিছু বেচিকৈ লোৱাৰ দিহা কৰিলে। প্ৰথম বছৰৰ বিদ্যাৰ্থী সকলৰ কাৰণে আৰু এটা বছৰ শিক্ষাৰ ব্যৱস্থা কৰিলে। তাৰ লগতে পিচৰ বছৰৰ কাৰণে নতুন বিদ্যাৰ্থীও লোৱা হ'ল। লগতে দুপৰীয়াৰ আহাৰ আৰু চাহৰ ব্যৱস্থা বিদ্যালয়তে কৰা হ'ল। বিদ্যাৰ্থী সকলৰ পৰা মাচুল লোৱাৰ ব্যৱস্থা কৰিলে। বিদ্যাৰ্থীৰ আগ্ৰহ বাঢ়িল।

দুবছৰীয়া পাঠ্যক্ৰম কৰি বিদ্যালয়ৰ নিয়ম নীতিৰে এখন সংবিধান ৰচনা কৰা হ'ল। অসমীয়াত কৃষি বিষয়ক পাঠ্যপুথি নাই। সদানন্দই কষ্ট কৰি সাধাৰণ শিক্ষিত সকলে বুজিব পৰাকৈ কেইখনমান সৰু সৰু পাঠ্যপুথি প্ৰণয়ন কৰি উলিয়ালে। দুজন অৱসৰপ্ৰাপ্ত কৃষি বিষয়া আৰু সদানন্দৰ ছাত্ৰক অনুৰোধ কৰাত এবছৰৰ কাৰণে বিনামূলীয়াকৈ শিক্ষা দান কৰিবলৈ সন্মত হ'ল। দুয়োকে থকা আৰু খোৱাৰ যোগাৰ দি এবছৰ বিদ্যালয়ৰ কম দুটা দি থকাৰ সুবিধা কৰি দিলে। দুয়োজনে সহায় আগবঢ়োৱাত দুবছৰতে বিদ্যালয়ৰ বহুত উন্নতি হ'ল। সদাসন্ধ্যা কৃষি বিদ্যালয়ৰ নাম বিয়পি পৰিল।

তৃতীয় বছৰত প্ৰথম বছৰত বিদ্যা লাভৰ কাৰণে অহা স্নাতক দুজনক শিক্ষক নিযুক্তি দিয়া হ'ল। কৃষি বিষয়া দুজনে বিদায় ল'লে। কৃষিৰ পৰাও উৎপাদন বাঢ়িল। শিক্ষক দুজনকো সামান্য পাৰিশ্ৰমিক দিব পাৰিলে। ওচৰৰ গাৱঁৰ কৃষক আৰু যুৱকক বিদ্যালয়ত ভৰ্ত্তি কৰিব পাৰিলে। তৃতীয় বছৰৰ পৰা শিক্ষান্ত পৰীক্ষা পতাৰো ব্যৱস্থা কৰিলে। বিদ্যালয়খনৰ উন্নতি দেখি সদানন্দ আৰু পাপৰিৰো আগ্ৰহ বাঢ়িল।

সদাসন্ধ্যা কৃষি বিদ্যালয়ৰ শিক্ষা পদ্ধতি সম্পূৰ্ণ সদানন্দৰ নিজস্ব চিন্তাৰে কৰা হৈছিল। পাঠ্যপুথিৰ শিক্ষাতকৈ কাৰিকৰী শিক্ষাৰ ওপৰতহে তেওঁ বেচি গুৰুত্ব দিছিল। অশিক্ষিত বা সাধাৰণ শিক্ষিতসকলে কিতাপ পঢ়ি শিকিব নোৱাৰে। হাতে কামে কৰিলেহে শিকিব পাৰিব। নিজহাতে কৰিলে বহুতো নজনা কথা বুজিব পাৰিব। খেতি ভাল হোৱাৰ কাৰণে প্ৰথম পথাৰখন উপযোগী কৰি ল'ব লাগিব। পানীৰ যোগান ধৰিব লাগিব। বেচি পানী হ'লে উলিয়াই দিব লাগিব। সাৰ আৰু কীট নাশকৰ সঠিক প্ৰয়োগ হ'ব লাগিব। সঠিক সময়ত সঠিক যত্নৰ অভাব হ'লেও খেতি ভাল নহয়। পঢ়ি শিকিলে যিমান শিকিব পাৰিব নিজ হাতে কৰিলে অনায়াসে তাতকৈ বেচি শিকিব পাৰিব। নিজৰ খেতি পথাৰৰ যত্ন নিজে ল'ব লাগিব। সেইকাৰণে পথাৰৰ নলা আলিসমূহ নিজে আগত থাকি কেনে ধৰণৰ, কি হিচাপে কৰিব লাগিব তাক বিদ্যাৰ্থী সকলৰ দ্বাৰা কৰাই শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে।

পথাৰৰ শস্যৰ লগতে উদ্যান শস্যৰো শিক্ষা দিয়া হ'ল। উদ্যান শস্যৰ কাৰণে মাটিৰ পৰা পানী ওলাই যোৱাৰ কাৰণে কেনেদৰে, কিমান জোখত নলা কৰিব লাগে বিদ্যাৰ্থীসকলৰ দ্বাৰা কৰালে। জৈৱিক সাৰ তৈয়াৰ কৰাৰ পদ্ধতি শিকালে। প্ৰথম বছৰত বিদ্যাৰ্থী সকলে যথেষ্ট কষ্ট কৰিবলগা হ'ল। প্ৰথম অৱস্থাত আলচ্য আছিল। পিচলৈ ক্ৰমে আলচ্য আঁতৰি গ'ল। পুলিবিলাক ঠন ধৰি উঠাত খেতিৰ উন্নতি দেখি দুখ ভাগৰ পাহৰিব ধৰিলে আৰু কামলৈ আগ্ৰহ বাঢ়িল। বিশেষকৈ যি সকল কৃষকে আগতে খেতি কৰি সন্তোষজনক উৎপাদন লাভ কৰিব পৰা নাছিল।

তেওঁলোকে বুজিব পাৰিলে সদানন্দৰ মাটিত কিয় ভাল খেতি হয়। সদানন্দই আৰু এটা কাম হাতত ল'লে। বিদ্যালয়ত ভৰ্ত্তি নোহোৱা আগ্ৰহী কৃষকসকলকো খেতিৰ পৰামৰ্শ দিয়াৰ ব্যৱস্থা কৰিলে। সেই পৰামৰ্শৰ পৰা উপকৃত হোৱাত তেওঁলোকৰো কৃষিৰ প্ৰতি ধাউতি বাঢ়িল। গুৱাগমণি গাৱঁৰ বাৰীবিলাকৰ পৰা অলাগতিয়াল গছ আৰু জংঘলৰ ঠাইত মূল্যবান খেতি আৰম্ভ হ'ল।

চাওঁতে চাওঁতে তিনিটা বছৰ পাৰ হ'ল। তৃতীয় বাৰ্ষিক অধিবেশন এখন পতাৰ কাৰণে ছাত্ৰসকলে পাপৰিক ক'লে। পাপৰিয়ে চিন্তা কৰি সদানন্দৰ লগত আলোচনা কৰিলে।

— পিতা আমি তৃতীয় বাৰ্ষিক অধিবেশন পাতিব নোৱাৰোনে?

— অধিবেশন এখন পাতিব পাৰিলে বেয়া নহয়। কিন্তু তাৰ কাৰণে বহুত টকা লাগিব। ছাত্ৰৰ সংখ্যাও বঢ়াব লগা হৈছে। বহুত ছাত্ৰক নাম ভৰ্ত্তি কৰিব নোৱাৰি ওভোটাই পঠাব লগা হৈছে। তুমি এটা কাম কৰা এখন আলোচনাৰ কাৰণে মিটিং দিয়া। তাঁলৈ দিলীপ, জয়ন্তহঁতকো মাতিবা। সকলোৰে পৰা সহায় পালেহে পাতিব পৰা হ'ব।

সদানন্দৰ পৰামৰ্শ পাই পাপৰিয়ে মিটিং গোটালে। মিটিঙলৈ নিমন্ত্ৰিত সকলো আহিল। সদানন্দই বিদ্যালয়লৈ নামভৰ্ত্তি কৰিব নোৱাৰি ওভোটাই পঠাব লগা হোৱা ছাত্ৰসকলৰ নিৰাশজনক অৱস্থা আৰু তৃতীয় বাৰ্ষিক অধিবেশন পতা সম্বন্ধে ব্যাখ্যা কৰি সকলোৰে পৰা পৰামৰ্শ বিচাৰিলে।

কেবাজনৰ পৰামৰ্শ মতে বাৰ্ষিক অধিবেশনখন পাতি মন্ত্ৰী বিধায়কক নিমন্ত্ৰণ জনালে চৰকাৰী অনুদানৰ আশা আছে। কিন্তু অধিবেশন পাতিবলৈ পুঁজি ক'ত? যি আছে তাক খৰছ কৰিলে বিদ্যালয় চলিব কেনেকৈ? তাৰ সমাধান এটা ওলাল। সকলোৱে একেস্বৰে ক'লে অধিবেশনৰ কাৰণে আমি দান বৰঙণি দিম। বিদ্যালয়ৰ টকা খৰছ কৰিব নালাগে।

'বাইজে নখ জোকাৰিলে নৈ বয়'। বাইজৰ পৰা দান পোৱা গ'ল। দিন এটা ঠিক কৰি কৃষি মন্ত্ৰী আৰু স্থানীয় বিধায়কক নিমন্ত্ৰণ জনাই তৃতীয় বাৰ্ষিক অধিবেশন পতা হ'ল।

প্ৰতীমহঁতৰ কৰ্ম তৎপৰতাত 'সদাসন্ধ্যা' কৃষি বিদ্যালয়ৰ তৃতীয় বাৰ্ষিক অধিবেশনৰ সভা আৰু তোৰণ আকৰ্ষণীয় কৰি সজা হ'ল। হাজাৰ জন দৰ্শক বহিব পৰাৰ ব্যৱস্থা কৰিলে। বিশিষ্ট অতিথিৰ কাৰণে মঞ্চ সজা হৈছে। চাহ, মিঠাইৰ ব্যৱস্থা হৈছে। কৃষি মন্ত্ৰীক আদৰিবলৈ গায়ন, বায়ন আদি বৈ আছে। ফুলাম গামোছা, ফুলাম জাপি, শৰাই যোগাৰ কৰা হৈছে। সভাৰ দৰ্শকৰে ভৰি পৰিছে। মাননীয় মন্ত্ৰী ডাঙৰীয়া আহি পালেই সভা আৰম্ভ হ'ব। সমবেত সঙ্গীত আৰু বাসুদেৱ যোগমায়াৰ কবিতা আবৃত্তিকো কাৰ্য্যসূচীৰ অন্তৰ্ভূক্ত কৰা হৈছে।

বাইজৰ উৎকণ্ঠা আঁতৰাই মন্ত্ৰী ডাঙৰীয়া আৰু বিধায়ক ডাঙৰীয়া আহি উপস্থিত হ'ল। গায়ন, বায়ন আৰু কৰ্মকৰ্তাসকলে পৈ আদৰি আনি মঞ্চত বহুৱালে।

শৰাই, গামোছা আৰু জাপি আগবঢ়াই সম্বৰ্দ্ধনা জনোৱা হ'ল। সমবেত সঙ্গীত কেইগৰাকীমান যুৱক-যুৱতীয়ে পৰিবেশন কৰিলে। তাৰ পিচত বাসুদেৱ, যোগমায়াই কবিতা আবৃত্তি কৰি সকলোকে মুগ্ধ কৰিলে।

কৃষিমন্ত্ৰী ৰঞ্জিত বৰঠাকুৰে সৰু ল'ৰা ছোৱালী দুটাৰ কবিতা আবৃত্তিত ইমান মুগ্ধ হৈ পৰিল যে অজানিতে তেওঁৰ মুখৰ পৰা প্ৰকাশ পালে বৰ ভাল লাগিল। লগতে গাত বিদ্যুৎ প্ৰবাহ অনুমান কৰিলে। অন্তৰত অবুজ শিহৰণ জাগিল। কোন এই শিশু? জানিবলৈ উৎসুক হ'ল। তাত বহি জনাৰ উপায় নাই। সভা শেষ নোহোৱালৈকে অপেক্ষা কৰি ৰ'ল।

কাৰ্য্যসূচী আৰম্ভ হ'ল। গাওঁ পঞ্চায়তৰ সভাপতিক সভাপতি পাতি সভাৰ কাম পৰিচালনাৰ কৰিবলৈ অনুৰোধ কৰা হ'ল। সভাপতিৰ আসন গ্ৰহণ কৰি উদ্দেশ্য ব্যাখ্যা কৰিবলৈ কোৱাত পাপৰিয়ে উদ্দেশ্য ব্যাখ্যা কৰিলে। সমজুৱাৰ পৰাও মধুৰ ভাষণ আগবঢ়ালে কেবাজনো বক্তাই। সমজুৱাৰ ভাষণত কেবাজনো বক্তাই কৃষিমন্ত্ৰী বিদ্যালয়খন চৰকাৰীকৰণ কৰাৰ বাবে অনুৰোধ জনালে।

কৃষিমন্ত্ৰী ভাষণ দিয়াৰ কাৰণে ঠিয় হ'ল। সভা নিস্তব্ধ। সকলোৰে আশাৰে ভাষণ সুনিবলৈ সষ্টম হ'ল। কৃষিমন্ত্ৰীৰ ভাষণত বিদ্যালয়খনৰ কাৰণে সদানন্দ ভট্টাচাৰ্য্য আৰু তেখেতক সহায় কৰা সকলোৰে প্ৰশংসা কৰাৰ লগতে ক'লে — মই সদাসৰ্ব্বদা কৃষি বিদ্যালয়খন চৰকাৰীকৰণ কৰাৰ কাৰণে চেষ্টা কৰিম। চৰকাৰীকৰণ কৰিব নোৱাৰিলেও চৰকাৰৰ ফালৰ পৰা শকত অনুদান পোৱাৰ প্ৰতিশ্ৰুতি দিলো। ৰাইজে বিপুল হৰ্ষধ্বনিৰে হাত চাপৰি বজালে। কাৰ্য্যসূচীৰ সমাপন হোৱাত সভা ভঙ্গ কৰা হ'ল। ৰাইজক তাতে চাহ মিঠাইৰে আপ্যায়ন কৰা হ'ল। বিশিষ্ট অতিথিসকলক বিদ্যালয়ৰ ভিতৰলৈ আমন্ত্ৰণ জনালে। অতিথি সকলক আপ্যায়ন কৰা সময়তে কৃষিমন্ত্ৰীয়ে পাপৰিক কাষলৈ মাতিলে।

— কবিতা আবৃত্তি কৰা ল'ৰা ছোৱালী দুটা কাৰ?

— চাৰ সিহঁত দুটাৰ কথা জানিবলৈ বহুত কথা ক'ব লাগিব। এতিয়া এটা জানি লওক ল'ৰাটো এটা পৰিত্যক্ত আৰু ছোৱালীজনীৰ মাক এজনী হত ভাগিনী। পিতাৰ আশ্ৰয়তে সিহঁত আছে। মানুহজনীক পিতাই এজনৰ লগত দ্বিতীয় বিবাহ কৰাই দিছে।

— ল'ৰাটোৰ বয়স কিমান হ'ব?

— আঠ বছৰ।

— তাক ক'ত পাইছিল?

পিতাই প্ৰাতঃভ্ৰমণ কৰি উভতি আহোঁতে পদূলিত পাই আনিছে।

— ইমান কথা তুমি কেনেকৈ জানিলা?

— সেই সময়ত মই এইখন ঘৰতে আছিলো।

— তাৰমানে তুমি এইখন ঘৰৰে ছোৱালী? অৰ্থাৎ তুমি মিষ্টাৰ ভট্টাচাৰ্য্যৰে ছোৱালী?

— নহয় চাৰ। মই তেখেতৰ কল্যান নহয়। মোৰ মা, দেউতা বেলেগ। মই ইয়াত পাঁচ বছৰ আছিলো। সেই পাঁচ বছৰত ইয়াত বহুত ঘটনা ঘটিছে। তাৰ স্মৃতি মই এতিয়া মচি পেলাইছো।

— তোমাৰ কথাত কিবা ৰহস্য থকা যেন পাইছো।

— ইমান কম সময়ত এনেদৰে ক'ব পৰা কথা নহয় চাৰ। আপুনি মাত্র জানি থওক মই যাক পিতা বুলি কৈছো তেখেত সদানন্দ ভট্টাচাৰ্য্য বহুকেইটা অনাথৰ পিতা। তাতকৈ বেচি জানিবলৈ বহুত সময়লৈ বহিব লাগিব।

— মই জানিব লাগিব। কাৰপৰা বিতংভাবে জানিব পাৰিম?

— পিতা আৰু আমি স্বামী স্ত্রীৰ পৰা। বেলেগে সম্পূর্ণ তথ্য দিব নোবাৰিব।

— তোমাৰ স্বামী কোন?

— দিলীপ শর্মা।

— তোমাৰ স্বামীয়ে কি কৰে?

— তেখেত ডি এছ পি।

— ডি এছ পি দিলীপ শর্মাৰ পত্নী তুমি? হ'ব, মই তোমালোক দুয়োকে লগ পাম। পিতাৰাক আমনি নকৰো।

— মোৰ স্বামীৰ লগত আপোনাৰ পৰিচয় আছে চাৰ?

— আছে, ভাল পৰিচয় আছে। সময়ত জানিবা।

— পাপৰিক বিদায় দি ৰঞ্জীত বৰঠাকুৰ গভীৰ চিন্তাত নিমগ্ন হ'ল। আঠ বছৰ আগৰ সেই নির্মম প্রাতসলৈ ঢাপলি মেলিলে। শৰতৰ কুঁৱলীৰ মাজত দিশহাৰা হ'ল। এটা কঠোৰ বাস্তৱ কালৰ বুকুত হেৰাই গ'ল। বিচাৰ পাইছে। ঠিক বিচাৰ পাইছে।

নিশাৰ অন্ধকাৰে আবৰি ৰখা নীলা পর্দাখনৰ মাজৰ পৰা হেৰাই গৈছিল কুল প্রদীপ। অবৈধ প্রণয়ৰ স্বাক্ষৰ নহয় সেই দেৱশিশু। সম্পূর্ণ আনুষ্ঠানিকভাবে গ্রহণ কৰা প্রিয়তমা পত্নী ৰীতিমাৰ গর্ভজাত শিশু। ৰীতিমাৰ ছবিখন শিশুটোৰ মুখত বজ্জিতে দেখা পাইছে। কিয় হ'ল?

## (২৬)

ৰঞ্জিত বৰঠাকুৰৰ মুখত কঠোৰ ৰেখা জিলিকি উঠিল। ৰীতিমাৰ মুখত কাৰুণ্য। পাপৰিৰ মুখত বুজিব নোৱাৰা ভাষা। দিলীপ নির্বিকাৰ।

— বাসুদেৱ আমাৰ সন্তান বুলি প্রমাণিত হ'লে তাক জানো আমি ঘূৰাই পাম?

— আগতে প্রমাণ হ'বলৈ দিয়ক বাইদেউ। দিলীপে ক'লে — বাইদেউ, সঁচাই যদি বাসুদেৱ আপোনালোকৰে সন্তান হয়, মোৰ বিশ্বাস সি নিশ্চয় আপোনালোকৰ বুকু জুৰ কৰিব।

— আঠ বছৰত বহুতো বেদনাৰ বোজা কঢ়িয়ালো। এতিয়া অধীৰ হোৱা নাই। যোৱা, চেষ্টা কৰা। মোৰ শত্ৰু আছিল বুলি ভাবিব নোৱাৰো। কিয় হ'ল বুজি পোৱা নাই।

শত্ৰুতাৰ কাৰণে নহ'বও পাৰে। হাস্পাতালৰ দায়িত্বহীনতাৰ কাৰণেও হ'ব পাৰে। সিহঁতৰ ভুলৰ কাৰণে বহুত শিশু অদল বদল হোৱাৰ প্ৰমাণ আছে। সম্পূৰ্ণ তথ্য নজনাকৈ কোৱা টান। দিলীপে শান্তনা দি বিদাল ল'লে।

জীৱনজ্যোতি নাৰ্চিং হোমত দিলীপ গৈ ঠিয় দিলে। তীক্ষ্ণ দৃষ্টিৰে চৌহদটো চাই ভিতৰ সোমাল। ৰিচিপচনিষ্টক আইডেণ্টিটি কাৰ্ডখন দেখুৱাই অধ্যক্ষৰ সাক্ষাৎ বিচাৰিলে। মহিলা গৰাকীয়ে সুধিলে সাক্ষাৎৰ কাৰণ কি? প্ৰয়োজন আছে। দিলীপক বহিবলৈ কৈ টেলিফোনৰ বুটাম টিপিলে। সঁহাৰি পাই ক'লে — চাৰ, আপোনাক লগ পাবলৈ ডি এছ পি দিলীপ শৰ্মা আহিছে। হ'ব চাৰ। ৰিচিভাৰ নমাই থ'লে। ল'ৰা এজনক মাতি তাৰ লগত দিলীপক পঠাই দিলে।

অধ্যক্ষ ডঃ জে, ৰহমানৰ আছুতীয়া চেম্বাৰত দিলীপক নি বহিবলৈ দিলে।

— মোক বিচৰাৰ কাৰণ কওকচোন।

— আপোনাৰ পৰা অলপ সহায় বিচাৰি আহিলো।

— কেনে ধৰণৰ সহায়?

— আঁঠ বছৰ আগতে ইয়াৰ ডেলিভাৰি কেচ এটাৰ ৰেকৰ্ড এটা চাই দিব লাগে।

— ইমান পুৰণি ৰেকৰ্ড পোৱা টান মিঃ শৰ্মা।

— টান হ'লেও চাব লাগিব। এজন ক্ষমতাশালী লোকৰ ৰেকৰ্ড। চাই নিদিলে অকল আপোনাৰে নহয়, মোৰো বিপদ হ'ব পাৰে।

— কিবা কেচ আছে নেকি?

— কেচ্ একো নাই, আন প্ৰয়োজনহে আছে। বিচাৰি নিদিলেহে কেচ হোৱাৰ সম্ভাবনা।

— ৰেকৰ্ডটো কাৰ?

— মিছেছ ৰীতিমা বৰঠাকুৰৰ। দিলীপে কাগজ এখন আগবঢ়াই দিলে। ৰহমানে কলিং বেল টিপি দিয়াত ল'ৰা এটা সোমাই আহিল।

— শইকীয়াক মাতিছো বুলি ক। শইকীয়া অহাত কাগজখন দিলে। শইকীয়া, ৰেকৰ্ডটো চাই আনক। এঘণ্টামানৰ পিচত শইকীয়াই ফাইল এটা আনি দিলে। ডাঃ ৰহমানে নিজে চাই ফাইলটো দিলীপলৈ আগবঢ়াই দিলে। দিলীপে মিলাই চালে। ফাইলৰ লগত নিজে নিয়া কাগজৰ লিখাখিনিৰ মিল আছে। খুটিয়াই চাই ভুল এটা পালে। নাম দুটাও একে কিন্তু এখনত মিছেছ আৰু আনখনত মিছ্ লিখা পালে। সময়ো একেই আছে। দিলীপৰ হাতত থকা কাগজত মিছেছ আৰু ফাইলৰ ৰেকৰ্ডত মিছ্। ভুলটো ৰহমানক দেখুৱালে। ৰহমানে শইকীয়াক মাতি আৰু ফাইল চাবলৈ পঠালে। পোন্ধৰ মিনিট পিচত শইকীয়া আৰু এটা ফাইল আনি দিলে। মিছেছ

ৰীতিমা বৰঠাকুৰ। বেড নাম্বাৰ ২১০। মিছ ৰীতিমা বৰঠাকুৰ বেড্ নাম্বাৰ ২১০। মিছ্ ৰীতিমাৰ ডেড্ বেবি আৰু মিছেছ্ ৰীতিমাৰ মেল বেবি।

— এটা মাৰাত্মক ভুল ৰহমান। দিলীপে আশ্চৰ্য্যজনক দৃষ্টিৰে চালে।

ৰহমান হতবাক হ'ল। একেটা তাৰিখতে, একেটা সময়তে, একে নামৰ দুগৰাকী মানুহৰ জন্ম লাভ কৰা শিশুৰ অদল বদল হ'ল কেনেকৈ?

দিলীপৰ মুখত কঠোৰ ভাব প্ৰকাশ পালে। নিজক তেওঁ সংযত কৰি ৰাখিলে। ৰহস্য কিবা আছে। এতিয়া ৰহস্যৰ কথা চিন্তা কৰা নাই। সেই চিন্তা পিচত কৰিব। সদ্যহতে ৰেকৰ্ডৰ ফটোষ্টেট কপি এটাৰ প্ৰয়োজন। ৰহমানক ফটোষ্টেট কপি এটা বিচাৰিলে। ৰহমানে শইকীয়াক ফটোষ্টেট কৰি কপি এটা দিবলৈ ক'লে। শইকীয়া কমৰ পৰা ওলাই গ'ল।

— মিষ্টাৰ শৰ্মা, মই দুখীত। মই ইয়াত জইন কৰা ছবছৰ হৈছে। এইটো তাৰ আগৰ কেচ। সেই সময়ৰ নাচিং হোমৰ (ডাক্তৰ) ইনচাৰ্জ জনৰ পৰলোকপ্ৰাপ্তি হৈছে। তেখেতৰ পৰলোক প্ৰাপ্তিৰ পিচতহে মই ইয়াত জইন কৰিছো। সেই সময়ৰ মেট্ৰন গৰাকীও বৰ্ত্তমান নাই। এনে ভুল দৰাচলতে নহয়। হোৱাও উচিত নহয়। কিয় হ'ল, কোনে কৰিলে ময়ো বুজি পোৱা নাই।

শইকীয়াই ফটোষ্টেট কপি এটা আনি দিলে। আপুনি কপিটো লৈ যাওক। মোৰ সহায়ৰ প্ৰয়োজন হ'লে নিশ্চয় কৰিম। আপুনি আঁঠবছৰ পিচত ৰিপৰ্টটো বিচৰাৰ নিশ্চয় গুৰুতৰ কাৰণ আছে।

— আছে ডাক্তৰ। ইয়াৰ লগত এহাল নিঃসন্তান দম্পত্তিৰ আৰু এটা অবোধ শিশুৰ সম্পৰ্ক আছে। তেওঁলোকৰ জীৱন দুৰূহ হৈ পৰিছে। সম্পূৰ্ণ কথা এতিয়া প্ৰকাশ কৰিব নোৱাৰি। তাৰ কাৰণে বেয়া নাপাব। প্ৰয়োজনৰ সময়ত দেখা হ'ব। শৰ্মাই ডাঃ ৰহমানৰ পৰা বিদায় ল'লে! যাওঁতে সন্তুষ্টিৰ হাঁহি মুখত বিৰিঙি উঠিল কিন্তু এটা গধুৰ বোজা উপলব্ধি কৰিলে।

দিলীপ আৰু পাপৰিয়ে সদানন্দৰ লগত অকলশৰীয়াকৈ কথা পাতিলে। এটা প্ৰাণ পৰশা আলোচনা। সকলোৱে তাৰ মৰ্ম অনুভৱ কৰিব নোৱাৰে। সদানন্দই দিলীপৰ পৰা কথাখিনি শুনি ক'বলৈ ধৰিলে।

— অপত্য স্নেহৰ পৰা পিতৃ-মাতৃ বঞ্চিত হোৱাতো বৰ দুখৰ কথা। তাতে যদি একমাত্ৰ সন্তান হয়, তেতিয়া সেই দুখ বৰ অসহনীয় হয়। মোৰ কাৰণে চিন্তাৰ কাৰণ নাই। যেতিয়া অকলশৰীয়া আছিলো ঈশ্বৰে গোটাই দিছিল। তুমি যি ৰিপৰ্ট পাইছা, তাতো মোৰ আপত্তিৰ কাৰণ নাই। বৰঠাকুৰহঁত সন্তুষ্ট হ'লে মই শান্তিহে পাম। বাসুক মোৰ কাষৰ পৰা আঁতৰাই নিয়াত মোৰ আপত্তি নাই। কিন্তু তাক যাতে জোৰ কৰি নিয়া নহয়, সেইটো মোৰ অনুৰোধ। বাকী মানুহখিনিয়ে কেইদিনমান দুখ পাব। পাপৰিক বিয়া দি উলিয়াই দিওঁতেও দুখ কৰিছে। পিচত লাহে লাহে পাহৰি যাব। বাসুক জোৰ কৰি নিলে তাৰ শিশু মনটোত বৰ আঘাত পাব। তাৰ পৰা তাৰ ক্ষতি হ'ব। পাপৰিৰ বাহিৰে আনে তাক বুজাব নোৱাৰে। ময়ো নোৱাৰো।

— পিতা মই আপোনাক কথা দিছো, তাক জোৰ কৰি নিবলৈ নিদিওঁ।

সদানন্দৰ লগত কথা শেষ কৰি দিলীপ আৰু পাপৰি সন্ধ্যাৰাণীৰ কাষ চাপিলে। সন্ধ্যাৰাণীৰো অনুমতিৰ প্ৰয়োজন। যোৱা তিনিটা বছৰে বাসুক নিজৰ নাতিৰ দৰে বুকুত সাবটি ৰাখিছে। আইতাকৰ বুকু উদং কৰি তাক পঠাব লাগিব। চম্পাৰ লগতো বাসুৰ এবাব নোৱাৰা সম্পৰ্ক। চম্পাইও সম্মতি জনাব লাগিব। চম্পাৰ নিজৰ দুটা সন্তান। প্ৰথম সন্তান যোগমায়া। দ্বিতীয় বিবাহৰ স্বাক্ষৰ মুৰুলী। তাৰ বয়স দুবছৰ। তথাপি বাসুৰ লগত চম্পাৰ অপত্য স্নেহৰ অনুভূতি আছে। পাপৰিয়ে ৰবিৰাম, আঘোনা, চম্পা, জয়ন্তীকো কাষলৈ মাতি আনিলে।

দিলীপৰ পৰা সকলোৱে কথাখিনি শুনি ল'লে। আঘোনাইঁতে নিজৰ দুখতকৈ সদানন্দই বেচি দুখ পোৱাৰ ওপৰত গুৰুত্ব দিলে।

পাপৰিয়ে বুজাই ক'লে — তোমালোকে কোৱা কথা সঁচা। পিতাই দুখ পাব কিন্তু নপঠালেও শান্তি নাপায়। তেখেতে নিজতকৈ আনৰ কথা বেচি চিন্তা কৰে।

সন্ধ্যাৰাণীয়ে ক'লে — যোৱা তিনিটা বছৰ তাৰ মায়াই মোক মেৰাই ধৰিলে। পিতাৰাৰ ধৈৰ্য্য আৰু সহ্য দুয়োটা গুণেই আছে। মোৰ নাই। কথা কওঁতে সন্ধ্যাৰাণীৰ চকুপানী বৈ গ'ল। মাত থোকাথুকি হ'ল। কথা ক'ব পৰা নাই। সদানন্দই মানুহজনীৰ অবস্থা দেখি কাষ চাপি আহিল।

— চকুপানী মচি পেলোৱা। তোমাৰ অন্তৰৰ বেদনা বুজিছো। দুখ লাগিবই। তথাপি বুজিবলৈ চেষ্টা কৰা। আমাৰ দুয়োটা ল'ৰা, দুজনী বোৱাৰী আৰু তিনিটা নাতি নাতিনী চকুৰ আঁতৰত থকাৰ কাৰণে কিমান দুখ পাইছো ভাবি চোৱা। বৰঠাকুৰহঁতৰ দ্বিতীয় কোনো সন্তান নাই। আঁঠ বছৰ কিমান দুখত কটালে। ভৱিষ্যৎ সন্তানৰো আশা নাই। যি এটা সন্তান আছিল তাকো কোলাত ল'বলৈ নাপালে। এতিয়া বিচাৰি পোৱা সন্তানটোও যদি নাপায় কিমান দুখ পাব। নাকান্দিবা সন্ধ্যা। নিবলৈ আহিলে হাঁহি মুখে দিবা। তাৰ ভৱিষ্যৎ উজ্বল হওক। তাকে আমি শান্তি জল হিচাপে গ্ৰহণ কৰি ধন্য হম।

— মই মোহান্ধ মানুহ, আপুনি উদাৰ। আপোনাৰ লগত মোৰ তুলনা নহয়। মাত্ৰ দুদিন লগ পায়েই পাপৰিক বিয়া দি কিমান চকুলো টুকিলো। এতিয়া তিনি বছৰ বুকুত বান্ধি লৈ মায়াৰ মাজত বান্ধ খাই আছো। সেই মায়াৰ বান্ধোন চিঙি কেনেকৈ যাবলৈ দিম?

পাৰিব লাগিব সন্ধ্যা, পাৰিব লাগিব। সংসাৰৰ মায়া এৰি এদিন আমি সকলো আঁতৰি যাব লাগিব চিৰদিনৰ কাৰণে। তাকো জানো আমি সহ্য কৰিব নালাগিব? সি যাব তাৰ হেৰোৱা পিতৃ-মাতৃৰ কাষলৈ। তোমাৰ মায়াৰ বান্ধোনত সিও বান্ধ খাই আছে। তুমি বুজিবলৈ চেষ্টা কৰা। এহাল পিতৃ-মাতৃৰ শূণ্য বুকু পূৰ্ণ হ'বলৈ দিয়া। বিৰহ বেদনাত জৰ্জৰ দুটি প্ৰাণীক বিৰহ বেদনাৰ পৰা মুক্তি দিয়া। সি গ'লেও মায়া থাকিব। অন্ততঃ তোমাৰ অন্তৰত দুখ পাতলাব পৰাকৈ তাইক পাবা। তেওঁলোকে ভগ্নিকো পোৱা নাই। তাক পাই তেওঁলোকে শান্তি পালে আমি দুখ পোৱা অনুচিত।

— বাসুক মই ধৰি ৰাখিব বিচৰা নাই। তাক হেৰুৱাব লগা হোৱা বেজাৰে মোক জুৰুলা কৰিছে। মই অন্তৰৰ কথাহে কৈছো। অপত্য স্নেহৰ পৰা বঞ্চিত হোৱা পিতৃ-মাতৃৰ দুখ বুজি পাওঁ। তথাপি নিজৰ দুঃখীত অন্তৰৰ কথা কৈছো।

— চম্পাইও নোকোৱাকৈ থাকিব নোৱাৰিলে। পিতা, মই কোৱা দুখ বেজাৰবোৰে মোকো আমনি কৰিছে। মোৰ নিজৰ দুটা সন্তান থকাৰ পিচতো বাসুৰ মায়া ময়ো পাহৰিবলৈ টান পাইছো। নিজৰ বুকুৰ গাখীৰ খুৱাই, নিজ সন্তানৰ স্থান দিছো।

— ময়ো বুজিছো চম্পা। তুমি নক'লেও মই উপলব্ধি কৰিব পাৰিছো। বাসুৰ মায়া আমাৰ গোটেই পৰিয়ালৰ লগত বান্ধ খাই আছে। তথাপি তাক ধৰি ৰখাৰ চেষ্টা কৰিলে ভুল হ'ব। আমি নিজৰ লগতে আনৰ দুখৰ কথাও চিন্তা কৰিব লাগিব। জগৎ নিয়ন্ত্ৰাৰ নিৰ্দেশ আমি মানি চলিব লাগিব।

— সঁচা চম্পাবা। তোমালোকক এৰি ময়ো অভাব উপলব্ধি কৰিছো। তথাপি যাব লগা হৈছে। তুমিও এদিন তেনেদৰেই দুখৰ বোজা লৈয়ে আহিছা। এইয়া জগতৰ ৰীতি। পাৰ্থিৱ মানুহে নিজৰ ইচ্ছাৰে চলিব নোৱাৰে। বৰঠাকুৰহঁত আমাতকৈও দুখীয়া। ঈশ্বৰে তেওঁলোকক সুখৰ সন্ধান দিছে। আমি তাত বাধা দিব নালাগে। পাপৰিয়েও বুজালে।

— বাধা দিয়া নাই পাপৰি। বাধা নিদিওঁ। অন্তৰৰ কথা ক'লে শান্তি পাম বুলিহে কৈছো।

— ধন্য চম্পা, অন্তৰৰ দুখ আঁতৰাই বাসুক হাঁহিমুখে বিদায় দিম। সদানন্দই সকলোকে সান্ত্বনা দিলে। মায়া আৰু বাসুহঁতক যাতে কোৱা নহয় তাৰ কাৰণে সকলোকে সদানন্দই সাৱধান কৰিলে।

জীৱন জেউতি নাৰ্চিং হোমৰ ৰিপৰ্ট লৈ দিলীপ আৰু পাপৰি ৰঞ্জিত বৰঠাকুৰৰ ঘৰ পালেগৈ। আগতীয়াকৈ যোগাযোগ কৰি ৰখা কাৰণে দুয়ো ঘৰতে আছিল। দিলীপে ৰিপৰ্টটো ৰঞ্জিতক দিলে। তেওঁ ৰিপৰ্ট চাই আচৰিত হ'ল।

— এইয়া কেনেকৈ হ'বলৈ পালে দিলীপ?

— কেনেকৈ হ'বলৈ পালে এন্‌কোৱাৰী কৰিবলৈ বহুত সময় লাগিব চাৰ। তেতিয়াৰ ষ্টাফ আৰু ইনচাৰ্জ বৰ্ত্তমান নাই। নতুনখিনিয়ে বিশেষ তথ্য দিব পৰা নাই। এন্‌কোৱাৰী পিচত কৰিম। বৰ্ত্তমান ল'ৰাটোৰ কথা ভাবক। আপোনাৰ ধাৰণা আৰু পোৱা তথ্যৰ মিল আছে। ইমানতে সন্তুষ্ট থাকিবনে আৰু আগবাঢ়িব?

— ভট্টাচাৰ্য্য ডাঙৰীয়াই আপত্তি নকৰিলে মোৰ আগবঢ়াৰ ইচ্ছা নাই। ৰীতিমাই কি কোৱা?

— নাৰ্চিং হোমৰ ৰিপৰ্টত মেল বেবিৰ বৰ্ণনা ঠিকেই আছে। কিন্তু সেই মেল বেবিটোৱেই যে সেই ল'ৰাটো তাৰ প্ৰমাণ তাত নাই। মই ভাবো ডি এন এ টেষ্ট কৰোৱা উচিত হ'ব।

— বাইদেউৰ কথাষাৰৰ মূল্য আছে। স্বাভাৱিকতে নিজৰ সন্তান বুলি প্ৰমাণ

নোপোৱা পৰ্য্যন্ত মাতৃসকল সন্তুষ্ট নহয়। কিন্তু বাসুদেৱ এনে এটা ল'ৰা যে তাৰ ডি এন এ টেষ্ট কৰোৱা সম্ভৱ হ'ব বুলি মই নাভাবো। জোৰ কৰি কৰাবলৈ চেষ্টা কৰিলে আমি তাক হেৰুওৱাৰ আশঙ্কা আছে। পাপৰিয়ে ক'লে।

— দিলীপে ক'লে পিতাই দিবলৈ অস্বীকাৰ কৰিলেহে ডি এন এ টেষ্ট কৰোৱাৰ অধিকাৰ পাব। পিতাই আপত্তি নকৰিলে আইনে অনুমতি নিদিব নেকি চাৰ?

— এৰা দিলীপ, কোনো কাৰণ নাথাকিলে জোৰ কৰি কাৰো ডি এন এ টেষ্ট কৰাবলৈ আইনে অনুমতি নিদিব। ডি এন এ টেষ্ট কৰাবলৈ আইনৰ অনুমতি ল'ব লাগিব।

— সেইবুলি আননউন ব্লাড এটা ঘৰলৈ আনিব পাৰি জানো? ৰীতিমা সন্তুষ্ট নহয়।

— বাইদেৱে ঠিক কথা কৈছে চাৰ। আননউন ব্লাড অনা উচিত নহয়। পাপৰিয়ে ক'লে।

— নহয় পাপৰি, ৰীতিমাই বাসুক দেখা নাই। মই ন-দি ক'ব পাৰো, বাসু আমাৰ সন্তান হ'বই লাগিব। ডি এন এ টেষ্ট নকৰিলেও এটা পথ আমাৰ আছে। সেই পথ দীঘলীয়া। লগতে সন্মানৰ কথা আছে।

— কি পথৰ কথা কৈছে চাৰ? দিলীপে সুধিলে।

— নাৰ্চিং হোমৰ ওপৰত কেচ কৰা।

— কেচ কৰাতো ভাল হ'ব জানো চাৰ? তাৰোপৰি ল'ৰাটো কোনে, কেতিয়া, কেনেকৈ নি ক'ত এৰিলে, আঁঠ বছৰ পিচত কেচটো উদঘাটন কৰা ইমান সহজ কাম নহ'ব।

— ময়ো ভাবিছো। ইমান দিনৰ পিচত, কিমানখিনি ফলৱতী হ'ব পৰা যাব কোৱা টান। ৰীতিমা চোৱা ভাবি। আজি কালি বহুতেই আননউন ব্লাড আনি তুলি লয়। আমাৰ কাৰণে ল'ৰাটো আননউন নহয়। ব্লাডনউন নহ'লে ক্ষতি কি? যদি সৎ ল'ৰা হয়। এটা সৎ ল'ৰাক নিজৰ সন্তানৰ দৰে তুলি ল'বলৈকো পাওঁ, মই ভাবো একো বেয়া নহয়। ৰঞ্জিতৰ কথাৰ উত্তৰ নিদি ৰীতিমা মৌন থাকিল।

— চাৰ মই এটা পৰামৰ্শ আগবঢ়াব পাৰোনে? পাপৰিয়ে অনুমতি বিচাৰিলে।

— কোৱা কি ক'ব বিচাৰিছা। যদি আপত্তি নাথাকে বাইদেউক এবাৰ গুৱাগমণিলৈ ফুৰাবলৈ লৈ যাওক। তাত বাসুক লগ পাব। পিতৃ-মাতৃৰ লগত সন্তানৰ তেজৰ সম্পৰ্ক থকা কাৰণে লগ পোৱাৰ পিচত স্বাভাৱিক ভাবে আকৰ্ষণ হয়। ভৰতৰ লগতো দুষ্মন্তৰ তেনে আকৰ্ষণ উদ্ভৱ হৈছিল। যদি তেজৰ সম্পৰ্ক নাথাকে, তেতিয়া সেই আকৰ্ষণ নহয়। তেতিয়াও যদি অসন্তুষ্ট নহয়, তেন্তে তাক বিচাৰি কি লাভ হ'ব?

— তোমাৰ কথাৰ মূল্য আছে। কোৱা ৰীতিমা পাপৰিৰ পৰামৰ্শ কেনে পাইছা? ৰীতিমা সন্মত হ'ল — বেয়া নহয়।

— তাকে কৰা হওক দিলীপ। ৰীতিমা সন্তুষ্ট নহ'লে ল'ৰাটোৱে কষ্ট পাব। মাতৃৰ মৰম নাপাব। মই ল'ৰাটোক দুখ দিব বিচৰা নাই। তোমালোকো তাত উপস্থিত থাকিব লাগিব।

— হ'ব চাৰ আমি থাকিম। এটা কথা চাৰ, তাঁলৈ গ'লে ঘৰুৱা পৰিৱেশত গ'লে ভাল হয়। নহ'লে ...।

— ঘৰুৱা হিচাপে আলহি খাবলৈ যাম। গাড়ী নিজৰখনকে নিম। এচকৰ্টও নাথাকে।

— কেতিয়া যোৱা হয় আমাক জনাব। এতিয়া উঠো।

দিলীপহঁত যোৱাৰ পিচত ৰঞ্জিতে ক'লে ৰীতিমা, বাসু পাপৰিৰ শিক্ষাৰে শিক্ষিত। পঢ়া শুনা, নাচ, বাগ, চাল চলন, কথা বতৰা সকলোতে প্ৰশংসনীয়। তুমি তাক লগ পালে ব্লাডৰ কথা পাহৰি যাবা।

— তথাপি মই নিজ চকুৰে চাব লাগিব।

— চাবা, চাবা, কিয় নাচাবা?

দুটা দিনৰ পিচতেই ৰঞ্জিত আৰু ৰীতিমা গৈ সদানন্দৰ ঘৰ পালেগৈ। গেট পাওঁতেই ৰীতিমাই সৌন্দৰ্য্য চাই মুগ্ধ হ'ল। গাৱঁতোযে এনে ৰম্যপুৰী থাকিব পাৰে তেওঁ ভাবিব পৰা নাই। ৰঞ্জিতেও আজিহে সদানন্দৰ কৃষি বিদ্যালয়খন নতুনকৈ দেখা যেন পালে। তৃতীয় বাৰ্ষিক উৎসবৰ দিনা ৰভাই আবৰি থকা বাবে তাৰ প্ৰাকৃতিক শোভা উপভোগ কৰিব পৰা নাছিল।

দিলীপ, পাপৰি আগবাঢ়ি গৈ আদৰি আনিলে। বাসু আৰু মায়াই মিটিঙলৈ আহোতে সিহঁতক মৰম কৰা মানুহজন দেখা পাই ওচৰ চাপি আহিল। সিহঁতে নমস্কাৰ জনালে। ৰঞ্জিতেও প্ৰতি নমস্কাৰ জনালে। ৰীতিমাই ভেবা লাগি চালে।

ৰঞ্জিত আৰু ৰীতিমাক নি ভিতৰত বহুৱালে। সদানন্দ আৰু সন্ধ্যাৰাণীও আহি বহিলহি। বাসুদেব আৰু যোগমায়া গৈ পাপৰিৰ কাষত ঠিয় দিলে। বাসুৱে সুধিলে — পাপৰিবা কোন হয়?

কি পৰিচয় দিব পাপৰিয়ে চিন্তা কৰিব লগা হ'ল। ৰীতিমাই লক্ষ্য কৰি আছিল। বিশেষকৈ বাসুদেৱক প্ৰাণভৰি চোৱাৰ হেঁপাহতে বেলেগ চিন্তাই ঠাই পোৱা নাছিল।

— আহা মই ক'ম। ৰীতিমাই দুয়োটাকে ওচৰলৈ মাতি নি হাত বুলাই মৰম কৰিলে। ৰীতিমাই পাপৰিৰ কথাৰ প্ৰমাণ চোৱাৰ কাৰণে বাসুক সুধিলে — তুমি কোৱা মই কোন?

বাসুৱে পাহৰা কথা মনত পেলাবলৈ চিন্তা কৰিছে। তাৰ মনত পৰা নাই। সি আগতে দেখা নাই। উপস্থিত বুদ্ধিৰে উত্তৰ দিলে অতিথি। বাসুৰ প্ৰত্যুৎপন্ন বুদ্ধিত ৰীতিমা আচৰিত হ'ল।

— তোমাৰ নাম কি? ৰীতিমাই সুধিলে।

— বাসুদেব।
— বাসুদেব কি?
— বাসুদেব - বাসুদেবেই আৰু একো নাই।
— লগত এটা উপাধি থাকিব লাগে।
— মোৰ নাই।
— মই দিওঁ?
— দিয়ক।
— বাসুদেব বৰঠাকুৰ। ভাল লাগিছে?
— ওঁ লাগিছে।
— মোক মা বুলি মাতিবা?
— আপুনি জানো বসুমতী? বসুমতী হ'লে মাতিম।

ৰীতিমাই বাসুদেবৰ কথা বুজিব নোৱাৰি পাপৰিলৈ চালে। ৰীতিমাৰ অৱস্থা বুজিব পাৰি পাপৰিয়ে ক'লে হয় বাসু, তোমাৰ মা বসুমতী আৰু এইয়া পিতা নাৰায়ন। তোমাক চাবলৈ আহিছে।

বাসুদেবে ৰীতিমাক আক্ষেপত ক'লে হয় মা তুমি বসুমতী? মোক এৰি ইমান দিন ক'ত আছিলা?

ৰীতিমাই একো উত্তৰ দিব পৰা নাই। ৰক্ষাকৰ্ত্তা পাপৰি।

— আহা বাসু মই ক'ম। বাসু পাপৰিৰ ওচৰলৈ গ'ল। পাপৰিয়ে ক'লে — তোমাৰ মা বহুত দূৰ আহিছে নহয় এতিয়া জিৰাই লওক।

— মই কি বুলি মাতিম? মায়াই সুধিলে।

— তুমি খুৰী বুলি মাতিবা। কি কয় বাইদেউ? খুৰী বুলিলে বেয়া পাব নেকি?

— নাই, নাই কিয় বেয়া পাম?

তোমালোকে এতিয়া খেলাগে। পাপৰিয়ে দুয়োটাকে পঠাই দিলে। সিহঁত খেলিবলৈ গ'ল।

— বাইদেউ কি পালে?

— তোমাৰ কথা সঁচা। অজান আকৰ্ষণে মোক তাৰ ওচৰ চপাই নিছে। নহয় শব্দটো উচ্চাৰণ কৰিব নোৱাৰো।

আপোনাৰ লগত পৰিচয় কৰাই দিয়া হোৱাই নাই। এইয়া পিতা আৰু এইয়া মা। মা, আপোনালোকে জানিছেই।

— জানিছো পাপৰি। সন্ধ্যাৰাণীয়ে উত্তৰ দিলে। ৰীতিমাই সদানন্দ আৰু সন্ধ্যাৰাণীক নমস্কাৰ জনালে। আঁঠবছৰ আগতে ল'ৰাটো হেৰুৱাই অশেষ যন্ত্ৰণা ভোগ কৰিলো। এতিয়া ইয়াত থকা বুলি জানিব পাৰি নিজ চকুৰে চাবলৈ আহিলো। তাক দেখি মাতৃ হৃদয় ব্যাকুল হৈ উঠিছে। তাক আপোনালোকে প্ৰতিপালন কৰি আপোন কৰি ল'লে। এতিয়া আপোনালোকে তাক দিলেও দুখ পাব। আমি নাপালেও

আমি দুখ পাম। উভয়ৰে কাৰণে বেদনাদায়ক। ৰীতিমাই ক'লে।

ৰঞ্জিতে নাৰ্চিং হোমৰ বিৱৰণী দি ক'লে — তৃতীয় বাৰ্ষিক অধিবেশনলৈ আহি ল'ৰাটো লগ পাই এটা অনুভূতি জাগিল। তাৰ কাৰণেই নাৰ্চিং হোমত খবৰলৈ সেইখিনি কথা জানিলো। আপোনালোকৰ ওচৰত ল'ৰাটো বিচাৰিছো। এওঁ কৈছেই। তাক দিলে আপোনালোকেও দুখ পাব। তথাপি কওঁ ল'ৰাটি দিলে সন্তানহীনৰ বেদনা লাঘব হ'ব।

সদানন্দই সমিধান দিলে। দিলীপ আৰু পাপৰিৰ পৰা বাসু আৰু মায়াৰ বিষয়ে জানিছেই। সিহঁত দুটা আমাৰ নয়ন মণি। তাৰে এটা মণি আপোনালোকক দান কৰি সন্তানৰ বাবে পোৱা শোক দূৰ কৰিব পাৰিলে আনন্দ পাম। পিতৃ-মাতৃৰ পৰিচয় সি আমাৰ পৰা বিচৰাত তাক একো সমিধান দিব পৰা নাছিলো। বহুত চিন্তা কৰি তাৰ পিতৃ নাৰায়ন আৰু মাতৃ বসুমতী বুলি তাক পৰিচয় দিয়া হৈছে। সেই কাৰণে আপুনি মা ক'বলৈ কওঁতে সি বসুমতীনে কি প্ৰশ্ন কৰিছিল। মণিটো দিছো। কিন্তু জোৰ কৰি তাৰ মনত আঘাত নিদিব। তাক সম্পূৰ্ণ সন্মত কৰাইহে নিব। নহ'লে মই বৰ দুখ পাম।

— বাসুক আমাৰ লগত নিবলৈ সন্মত কৰাব পাৰিমনে, নোৱাৰিম? ৰীতিমাই সুধিলে।

— তাৰ সমিধান পাপৰিয়েহে দিব পাৰিব। তাইৰ লগতেই তাৰ বেচি সম্পৰ্ক। সদানন্দই ক'লে।

— পাপৰি, তোমাৰ ওপৰতে ভৰষা। তুমি নপঠালে আমি তাক নাপাওঁ। বেজাৰ মনৰে ৰীতিমাই ক'লে।

— পাৰিব বাইদেউ। তাৰ মনে বিচৰা মা হিচাপে তাক চিনাকী দিব পাৰিলে, তাক সন্তুষ্ট কৰিব পাৰিলে, যি যাবলৈ সন্মত হ'ব।

— সি কি বিচাৰে?

— তাৰ মনৰ কথা মই কেনেকৈ ক'ম? তথাপি যি বসুমতীক সি তাৰ মা বুলি জানে, সেই বসুমতীৰ স্নেহৰ পৰশত তাৰ মন-প্ৰাণ শীতল কৰিব পাৰিলে সি মা বুলি আকোৱালী ল'ব পাৰিলে সকলো শিশুৰ দৰে সিও মাৰ মৰম বিচাৰি যাব।

— তাৰ এটা প্ৰশ্নৰ উত্তৰ মই দিব পৰা নাই। মই ইমান দিন ক'ত আছিলো সেই প্ৰশ্নৰ উত্তৰ কি দিম?

তাৰ এইটো জটিল প্ৰশ্ন। বসুমতী মাত্ৰ এক সন্তানৰ মাতৃ নহয়। পাৰ্থিৱ সকলো প্ৰাণীৰে মাতৃ। নাৰায়নো এক সন্তান পিতৃ নহয়, বিশ্বৰ পিতৃ। সেই বসুমতীৰ ব্যস্ততা কিমান? তাক বুজাব পাৰিলে সিও সন্তুষ্ট হ'ব। পাপৰিৰ পৰা কথাখিনিৰ গুঢ়তা বুজি ৰীতিমাই ক'লে — মই চেষ্টা কৰিম। তাক মাতাচোন।

পাপৰিয়ে মতাত বাসুদেৱ আহিল। ৰীতিমাই বাসুক ওচৰত বহুৱাই ল'লে। বাসুৰ মূৰত হাত বুলাই ক'লে — বাসু তুমি তোমাৰ পিতা নাৰায়নক দেখিছা?

— ওঁহো নাই দেখা। কিয় দেখা নাই? পিতা কিয় অহা নাই?

— নাৰায়ন কাৰ পিতা তুমি জানা?

— জানো, তেওঁ সমস্ত বিশ্বৰ পিতা। মোৰো পিতা।

— তুমি তেন্তে জানিছা, নাৰায়নৰ দায়িত্ব কিমান? কিমান বিলাকক চাব লাগে।

— এবাৰতো মোৰ কাষলৈ আহিব লাগে।

— আহিব, সময় পালেই আহিব।

— কেতিয়া আহিব?

— মাক তুমি চাব বিচৰা?

— বিচাৰো, মা নাহে। কিয় নাহে? মোক বেয়া পায়? কিয় বেয়া পায়?

— কিয় বেয়া পাম সোণ? কিয় বেয়া পাম? ৰীতিমাই ধৈৰ্য্য ধৰিব নোৱাৰিলে। বাসুক সাবটি ধৰি হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে। বাসু অবাক হৈ চাই ৰ'ল। একো বুজি পোৱা নাই। ৰীতিমাৰ কান্দোন বন্ধ হোৱাত বাসুৱে সুধিলে —

— আপুনি কিয় কান্দিছে? মই আপোনাক দুখ দিছো?

— নহয় সোণ তুমি মোক দুখ দিয়া নাই। হতভাগিনী মইহে তোমাক দুখ দিছো। মোৰ সোণটোক আঁঠবছৰ মই চাব পৰা নাই। মৰম যাচিব পৰা নাই। মোৰ দুৰ্ভাগ্যৰ বাবে তোৰ জন্মৰ পিচতে তই হেৰাই গ'লি। মই কান্দি কান্দি অস্থিৰ হ'লো। আজি আহি তোক লগ পাইছোহি সোণ।

— সঁচাই তুমি মোৰ মা?

— হয় বাছা মই তোৰ মা আৰু তেখেত তোৰ দেউতা।

— পাপৰিবা, সঁচা এওঁলোক মোৰ মা, দেউতা?

— পাপৰিয়ে চকুপানী ধৰি ৰাখিব নোৱাৰিলে। কন্যাৰ ধাৰাবে ওলাই আহিল। অকল পাপৰি ৰীতিমাৰ চকুতে পানী নহয়। কাৰো চকু শুষ্ক হৈ থকা নাই। এখন নাটকৰ অন্তৰ পৰশা করুণ দৃশ্য। পাপৰিয়ে চকুপানী মচি মচি কোনোমতে ক'লে — এৰা বাসু এওঁলোক তোমাৰ মা, দেউতা। কোনোবা দুষ্ট লোকে তোমাক কেচুৱাতে তেখেত সকলৰ পৰা চুৰি কৰি আনি আমাৰ পদূলিত থ'লেহি। পিতাই তোমাক পাই আনিলে। সিদিনা তোমাৰ দেউতাই তোমাক ইয়াত দেখি চিনি পালে। সেই কাৰণে তোমাৰ মাক লৈ আহিছে তোমাক চোৱাৰ কাৰণে।

— হয় দেউতা? সিদিনা তুমি মোক চিনি পাইছিলা? কেনেকৈ চিনি পালা?

ৰজিতে বাসুক বুকুৰ মাজলৈ নি সাবটি ধৰিলে। আবেগ বিহ্বল চেনেহৰ হাত বুলাই ক'লে, ঈশ্বৰৰ ইচ্ছা সোণ। তেৱেঁই মানুহৰ প্ৰাণত আপোনজনৰ প্ৰতি মন প্ৰাণ আকৰ্ষণ কৰে। মোকো কৰিছিল। মোৰ প্ৰাণতো জাগিছিল, তুমি মোৰ আপোন হ'বা। তোমাৰ পৰিচয় বিচাৰি হাৰাথুৰি খালো। শেষ বিচাৰি পালো। তুমিয়েই আমাৰ হেৰুৱা সন্তান। তুমি আমাৰ লগত যাবা?

— যাম দেউতা, মইয়ো তোমালোকক বিচাৰি আছিলো। আজি বিচাৰি পাইছো। আজি মোৰ আনন্দ লাগিছে। কিন্তু ককা, আইতা, মামা আৰু মাক এৰি কেনেকৈ

যাম? তেওঁলোকে দুখ পাব নহয়।

— আমি তেওঁলোকৰ মনত দুখ নিদিওঁ সোণ। তুমি আমাৰ লগত গ'লেও তেওঁলোকক লগ পাই থাকিবা। মাজে মাজে তেওঁলোকো যাব, তুমিও আহিবা।

— মায়াক আমাৰ লগত নিবা দেউতা?

— মায়াৰ মাকে দুখ পাব নহয় সোণ। কেতিয়াবা যাব। তোমাৰ লগত গৈ খেলিব। তুমি আহি খেলিবা।

— মই কেতিয়া যাব লাগিব দেউতা?

— তোমাৰ ককা আইতাহঁতে যেতিয়া পঠাই, তেতিয়া যাবা।

— বাসুক ইমান সহজে সন্মত কৰাব পাৰিব বুলি কোনেও ভৰা নাছিল। অসম্ভৱ বুলি ভবা কামটো সহজে সম্ভৱ হোৱাত সকলোৱে বিবাদ আঁতৰিল। এটা শুভ দিন চাই বাসুক নিয়াৰ সিদ্ধান্ত হ'ল।

ইমান সময় কৰুণ দৃশ্যটোত অভিভূত হৈ অতিথি সৎকাৰৰ কথা পাহৰি আছিল। মিলন বিচ্ছেদৰ সংমিশ্ৰণত আলোচনা অন্ত পৰাত অতিথি সৎকাৰৰ আয়োজন চলিল। সকলোৱে আৰু এটা মিশ্ৰিত দিনৰ কাৰণে বাট চাই ৰ'ল।

এপাহ এপাহকৈ সৰিপৰা ফুল কেইপাহৰ সুৰভি বিয়পি পৰিল। দৰদী প্ৰাণৰ অধিকাৰী সদানন্দ ভট্টাচাৰ্য্যই এপাহ ফুলো মৰহি যাবলৈ নিদিলে। পৰাগেও কৃষি স্নাতক হৈ গুৱাগমণি পালেহি।

কৃষি মন্ত্ৰী ৰঞ্জিত বৰঠাকুৰে কৃতজ্ঞতাৰ চিন স্বৰূপে 'সদাসন্ধ্যা কৃষি বিদ্যালয়' খন চৰকাৰীকৰণ কৰিলে। পৰাগক বিদ্যালয়খনৰ অধ্যক্ষ পদত নিযুক্তি দিলে। পৰিচালনাৰ দায়িত্ব পাপৰিৰ ওপৰতে ন্যস্ত থাকিল। সদানন্দ ভট্টাচাৰ্য্যক জিৰণি দিয়া হ'ল। তথাপি তেখেত বিদ্যালয়ৰ পৰামৰ্শদাতা হৈয়ে ৰ'ল। চৰকাৰীকৰণ কৰা কাৰণে কৰ্মকৰ্তা, শিক্ষকসকলে সম্পূৰ্ণ পাৰিশ্ৰমিক লাভ কৰিলে। বিদ্যালয়ৰ সা সুবিধা আৰু যন্ত্ৰপাতিও যোগান হ'ল। বিদ্যালয়ৰ নামত চৰকাৰী মাটি মুকলি কৰি দিয়া কাৰণে কৃষক সকলৰ পৰা চুক্তিত লোৱা মাটি ঘূৰাই দিলে। গুৱাগমণি গাৱঁলৈ সেউজ বিপ্লব আহিল। সেই বিপ্লৱে বহু দূৰলৈকে বাতৰি কঢ়িয়াই নিলে। বিদ্যালয়ৰ ছাত্ৰ সংখ্যা বৃদ্ধি হ'ল।

ৰঞ্জিতে আৰু এটা আদৰ্শনীয় কাম হাতত ল'লে। মহান ত্যাগী পুৰুষ সদানন্দ ভট্টাচাৰ্য্যৰ জীৱনী গ্ৰন্থ এখন নিজ হাতে লিখি প্ৰকাশ কৰিলে। সদাসন্ধ্যা কৃষি বিদ্যালয়ৰ পঞ্চম বাৰ্ষিক অধিবেশনত মাননীয় মুখ্যমন্ত্ৰী ভাওবীয়াক আমন্ত্ৰণ জনাই গ্ৰন্থখন উন্মোচন কৰালে।

আজিও গুৱাগমণি গাৱঁৰ সদাসন্ধ্যা কৃষি বিদ্যালয়ে সদাসন্ধ্যা ভট্টাচাৰ্য্যৰ গুণানুকীৰ্তন কৰি আছে।

সমাপ্ত